শ্রীশঙ্কৰদেৱৰ

# কীৰ্ত্তন-ঘোষা

ৰত্নাকৰ কন্দলিৰ "সহস্ৰ-নাম-বৃত্তান্ত" আৰু
শ্ৰীধৰ কন্দলিৰ "ঘুনুচা-যাত্ৰা" সমন্বিতে

আৰু

শ্রীমাধৱদেৱৰ

# নাম-ঘোষা

সম্পাদক

শ্ৰীমহেশ্বৰ নেওগ, এম্. এ.

অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়

প্ৰথম তাঙৰণ

১৯৪৫

লয়াৰ্চ্ছ্ বুক্ ষ্টল

পাণবজাৰ, গুৱাহাটী

**Kirtana-ghosha,** an Early Assamese poetical work, written by the Vaishnava reformer, Sankaradeva, 16th century A. C., with two chapters by Ratnakara Kandali and Sridhara Kandali, and **Nama-ghosha,** by Madhavadeva, also 16th century, edited with critical Introduction and Glossary, by Maheswar Neog, M. A., Gauhati University. Published by Bichitranarayan Dutta Barcoah, B. L.,

**লয়াৰ্ছ বুক্ ষ্টলৰ স্বত্বাধিকাৰী**
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা বি. এলৰ্ দ্বাৰা
প্ৰকাশিত



ছপা কৰোঁতা
শ্ৰীতীৰ্থনাথ পাল
**নৱজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# সূচী



## কীৰ্ত্তন-ঘোষা

## ওপৰঞ্চি

# নাম-ঘোষা

॥ শ্ৰীকৃষ্ণায় নমঃ ॥

॥ শ্লোক ॥

কৃষ্ণায় বাসুদেৱায় দেৱকী-নন্দনায় চ।
নন্দ-গোপ-কুমাৰায় গোৱিন্দায় নমো নমঃ ॥
নমঃ পঙ্কজ-নাভায় নমঃ পঙ্কজ-মালিনে।
নমঃ পঙ্কজ-নেত্ৰায় নমস্তে পঙ্কজাঙ্ঘ্ৰয়ে ॥
বসুদেৱ-সুতং কৃষ্ণং কংস-চাণূৰ-মৰ্দ্দনম্।
দেৱকী-হৃদয়ানন্দং কৃষ্ণং বন্দে জগদ্গুৰুম্ ॥
হৰি ৰাম ৰাম ॥
মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্ ॥
যৎকৃপা তমহং বন্দে পৰমানন্দ মাধৱম্ ॥

**প্ৰথম খণ্ড**

# চতুৰ্ব্বিংশতি-অৱতাৰ-বৰ্ণন

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **জয় হৰি গোৱিন্দ নাৰায়ণ ৰাম কেশৱ হৰি।**
**ৰাম ৰাম কেশৱ হৰি ॥ ১**

পদ ॥ প্ৰথমে প্ৰণামো ব্ৰহ্ম-ৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভি-কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥
মৎস্য-ৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা চাৰি বেদ প্ৰলয়-জলত ॥
সত্যব্ৰত ৰাজাক দেখাইলা নিজ মায়া।
নধৰিলা সমুদ্ৰে তোমাৰ মৎস্য-কায়া ॥ ২
কূৰ্ম্ম অৱতাৰ ভৈলা ক্ষীৰোদধি-তীৰে।
লক্ষ প্ৰহৰৰ পথ জুড়িলা শৰীৰে ॥
কৰিলেক পৰি স্তুতি সুৰাসুৰ নাগে।
ধৰিলা মন্দৰ গিৰি প্ৰভু পৃষ্ঠি-ভাগে ॥ ৩

---

পাঠান্তৰ পদ ২ ॥ চাৰি বেদ—বেদ প্ৰভু।

দিব্য যজ্ঞ-বৰাহ-স্বৰূপ ভৈলা তুমি ।
লীলায়ে দন্তৰ অগ্রে উদ্ধাৰিলা ভূমি ॥
তোমাক কৰিল যুদ্ধ হিৰণ্যাক্ষ বীৰি ।
অপ্রয়াসে দৈত্যক মাৰিলা দন্তে ছিঁড়ি ॥ ৪
আদি দৈত্য হিৰণ্যকশিপু বলিয়াৰ ।
নৰসিংহ-ৰূপে হিয়া বিদাৰিলা তাৰ ॥
কৰিলা নিৰ্ভয় পাইলা ত্রিদশে উল্লাস ।
ভক্ত প্রহ্লাদক প্রভু কৰিলা আশ্বাস ॥ ৫
বামন-স্বৰূপে অদিতিৰ বাক্য পালি ।
ইন্দ্রক থাপিলা বলে বলিক নিকালি ॥
ত্রৈলোক্যক আক্রমিলা চৰণৰ গতি ।
তযু পাদোদকে গঙ্গা ভৈলা উতপতি ॥ ৬

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **যদুমণি যাদৱ যাদৱ যাদৱানন্দ হৰি ॥ ২**

পদ ॥ ভৈলাহা পৰশুৰাম নামে অৱতাৰ ।
প্রদক্ষিণ কৰি ভূমি তিনি সাত বাৰ ॥
ক্ষত্রিয়ক কাটিলা পৰশু কৰে ধৰি ।
নিক্ষত্রিয় কৰিলা সমস্ত বসুন্ধৰী ॥ ৭

ছিৰীৰাম-ৰূপে কৌশল্যাত অৱতৰি।
বনবাস খপিলা পিতৃৰ বাক্য ধৰি ॥
বিৰাধ কবন্ধ মাৰীচৰ লৈলা প্ৰাণ।
খৰ দূষণক প্ৰভু কৰিলা নিৰ্য্যাণ ॥ ৮
এক পাটে শৰে বালি সঙ্কলিলা জীৱ।
তোমাৰ প্ৰসাদে ৰাজা ভৈলন্ত সুগ্ৰীৱ ॥
লঙ্কাত পশিলা সাগৰত বান্ধি সেতু।
বধিলা ৰাৱণ সীতা-হৰণৰ হেতু ॥ ৯
বধিলা ৰণত আনো ৰাক্ষস অনেক।
ভক্ত বিভীষণক কৰিলা অভিষেক ॥
অগ্নিত পৰীক্ষা কৰি আনিলা সীতাক।
ব্ৰহ্মাদেৱে স্তুতি-বাণী বুলিলা তোমাক ॥ ১০
সম্বৰিলা সীতা দশৰথৰ বচনে।
অযোধ্যাক আসিলা সভাৰ্য্যে ৰঙ্গ মনে ॥
কৰিলাহা ৰাজ্য দশ হাজাৰ বৎসৰ।
লগে স্বৰ্গে নিলা সৱে অযোধ্যা নগৰ ॥ ১১
ৰোহিণীত ভৈলা হলীৰাম অৱতাৰ।
দ্বিৱিদৰ প্ৰাণ লৈলা মুষ্ঠিৰ প্ৰহাৰ ॥
প্ৰলম্ব মুষ্টিক ৰুক্মি দন্তবক্ৰ বীৰ।
লীলায়ে মাৰিয়া ভাৰ হৰিলা ভূমিৰ ॥ ১২

বুদ্ধ অৱতাৰে বেদ-পথ কৰি ছন।
বামানয় শাস্ত্ৰে মুহি আছা অজ্ঞ জন ॥
নিচিন্তে চৰণ নাম নলৱে তোমাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড-আচাৰ ॥ ১৩
কলিৰ শেষত হৈবা কল্কি অৱতাৰ।
কাটি-মাৰি ম্লেছক কৰিবা বুন্দামাৰ।
সৱাকো বধিবা বৌদ্ধগণ যত আছে।
কলিৰ শেষত সত্য প্ৰৱৰ্ত্তিব পাছে ॥ ১৪

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **নৰহৰি গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম ॥ ৩**

পদ ॥ সনতকুমাৰ অৱতাৰে তুমি হৰি।
ফুৰিলা দুষ্কৰ ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি ॥
পৃথু ৰাজা তোমাত সুধিলা মহাজ্ঞান।
সমস্ত তত্ত্বক তুমি কৰিলা ব্যাখ্যান ॥ ১৫
ভৈলাহা নাৰদ ঋষি নামে অৱতাৰ।
পঞ্চৰাত্ৰ নামে তন্ত্ৰ কৰিলা প্ৰচাৰ ॥

---

পা° ঘোষা ৩ ॥ ৰাম—হৰি। ১৩ ॥ অজ্ঞ জন—সৰ্ব্ব জন।
১৫ ॥ মহাজ্ঞান—দিব্যজ্ঞান।

যাক আচৰিলে মহা মোক্ষ-পদ পাই।
হৰিৰ কীৰ্ত্তন কৰি ফুৰা বীণা বাই ॥ ১৬

ভৈলা অৱতাৰ আৰো নৰনাৰায়ণ।
কৰিলা দুষ্কৰ তপ চিত্তৰ শোধন ॥
তোমাক মুহিবে কামদেৱ আইলা সাজি।
দৰ্প চূৰ কৰিলা উলটি গৈলা লাজি ॥ ১৭

কপিল-স্বৰূপে আৰো ভৈলা অৱতাৰ।
লুপ্ত ভৈল জ্ঞান তাক কৰিলা প্ৰচাৰ ॥
তোমাৰ প্ৰসাদে যোগ জানি দেৱহূতি।
তোমাৰ চৰণ চিন্তি লভিলা মুকুতি ॥ ১৮

দত্তাত্রেয় নামে ভৈলা অত্ৰিৰ তনয়।
পুছিলন্ত যোগ যদু অলৰ্ক হৈহয় ॥
তিনিও ৰাজাত কৈলা যোগৰ যুগুতি।
তোমাৰ প্ৰসাদে পাইলা পৰম মুকুতি ॥ ১৯

যজ্ঞ অৱতাৰে ভৈলা দেৱতাৰ ৰায়।
যামা নামে দেৱগণ লগত সহায় ॥
স্বায়ম্ভুৱ মনুৰ দিনত তুমি হৰি।
ইটো ত্ৰিজগতক আছিলা ৰক্ষা কৰি ॥ ২০

---

পা° ১৭॥ তপ—কৰ্ম্ম। ১৮॥ লুপ্ত—গুপ্ত [কালক্লিপ্লুতম্—ভাগৱত ১।৩।১০]

পুত্ৰ ভৈলা নাভিৰ ঋষভ নামে তুমি।
জড় যোগচৰ্য্যা ধৰি পৰ্য্যটিলা ভূমি॥
পৰম জ্ঞানৰ পথ দেখাৱা আপুনি।
পৰম পদক পাৱে যাক জানি-শুনি॥ ২১

অৰাজক ভৈল নষ্ট হোৱে সবে প্ৰজা।
দেখি তুমি ভৈলা পৃথু নামে আদি ৰাজা॥
পৃথিৱীক ধৰিয়া দুহিলা সবে ৰস।
জগতকে ব্যাপিল তোমাৰ মহাযশ॥ ২২

সাগৰ মথন্তে অমৃতৰ ঘট ধৰি।
ধন্বন্তৰি নামে অৱতাৰ ভৈলা হৰি॥
যত বৈদ্য-শাস্ত্ৰ-চয় কৰিলা প্ৰকাশ।
যাহাক জানিলে হয় ব্যাধিৰ বিনাশ॥ ২৩

ধৰিলাহা সংসাৰ-মোহিনী নাৰী-বেশ।
দুষ্ট দৈত্যগণক মুহিলা হৃষীকেশ॥
ভকত দেৱক পান কৰাইলা অমৃত।
তোমাৰ প্ৰসাদে ইন্দ্ৰ ভৈলা কৃতকৃত্য॥ ২৪

---

পা° ২১॥ জড়—যত। জ্ঞানৰ—জ্ঞানীৰ। দেখাৱা—দেখাইলা।
২৩॥ বিনাশ—সকাষ।

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ **মাধৱ ৰাম হৰি।**
**যাদৱ ৰাম হৰি ॥ ৪**

পদ ॥ ব্যাস নামে ভৈলা সত্যৱতীৰ সন্ততি।
দেখিলাহা প্ৰজা ভৈল অল্পমতি ॥
কৰিলা অনেক শাখা চাৰিও বেদৰ।
পুৰাণ ভাৰত-শাস্ত্ৰ নিৰ্ম্মিলা বিস্তৰ ॥ ২৫

গজেন্দ্ৰক গিলে ঘোৰ গ্ৰাহে বলে ধৰি।
তোমাত শৰণ লৈল আৰ্ত্তনাদ কৰি ॥
শুণ্ডে মেহ্লাই পদ্মগোট উপৰক তুলি।
কৰিলা অনেক স্তুতি ত্ৰাহি হৰি বুলি ॥ ২৬

শুনি শীঘ্ৰে চড়ি তুমি গৰুড়ৰ কন্ধে।
ভকতক ৰাখিবাক আসিলা প্ৰবন্ধে ॥
গৰুড়ৰ নামি তুমি পৰম বিক্ৰমে।
শুণ্ডে ধৰি তৰক তুলিলা গ্ৰাহে সমে ॥ ২৭

আথে-বেথে চক্ৰে ছিঁড়িলা গ্ৰাহ-মুখ।
তোমাৰ প্ৰসাদে গজেন্দ্ৰৰ গৈল দুঃখ ॥

---

পা° ঘোষা ৪ ॥ হৰি—হৰি হে, হৰি হেঁা।
পদ ২৬ ॥ কৰিলা অনেক স্তুতি—তোমাত শৰণ লৈলে।

হস্তী গুচি তৈতে চতুৰ্ভুজ ৰূপ ভৈলা।
গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈলা ॥ ২৮
তোমাক নমিলা গৈয়া দণ্ডৱতে পৰি।
পাৰিষদ হুয়া বৈকুণ্ঠক গৈলা লৰি ॥
তযু পৰশনে গ্ৰাহে শাপক নিস্তৰি।
বিমানে স্বৰ্গক গৈলা দিব্য ৰূপ ধৰি ॥ ২৯
হয়গ্ৰীৱ নামে আৰো ভৈলা অৱতাৰ।
তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰ তোমাৰ ॥
তোমাৰ সুন্দৰ সিটো নাসিকাৰ হন্তে।
বাজ ভৈল চাৰি বেদ নিশ্বাস কাঢ়ন্তে ॥ ৩০
সপত্নী মাতৃৰ বাক্যে বিদাৰিল মন।
ধ্ৰুৱে আসি আৰাধিলা তোমাৰ চৰণ ॥
ত্ৰৈলোক্যৰ উপৰে তাহাঙ্ক থৈলা থাপি।
গোধিকাৰ পুছ-ভাগে দেখিয় অদ্যাপি ॥ ৩১
দেৱে-দৈত্যে আনিবাক নৱাৰে মন্দৰ।
অপ্ৰয়াসে আনি তুমি মথিলা সাগৰ ॥
দানৱক যুঝিলা দেৱৰ হুয়া ভিতি।
তোমাৰ প্ৰসাদে ইন্দ্ৰে সাধিলা জয়তি ॥ ৩২

---

পা° ২৯ ॥ পৰশনে—দৰশনে।

কৃষ্ণৰ ৰহস্য জন্ম শুনা সৰ্ব্ব জনে।
মোক্ষ-পদ সাধা আউৰ শ্ৰৱণ-কীৰ্ত্তনে॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
বোলা হৰি হৰি পাপ যাউক অধোগতি॥ ৩৩

**চতুৰ্ব্বিংশতি-অৱতাৰ-বৰ্ণন সমাপ্ত ॥১॥**

## দ্বিতীয় খণ্ড

# নাম-অপৰাধ

### প্ৰথম কীৰ্ত্তন

ঘোষা ॥ কৰিয়ো হৰিৰ চৰণে ৰতি।
কলিত হৰিৰ নামেসে গতি ॥ ১

পদ ॥ পদ্ম-পুৰাণৰ স্বৰ্গ-খণ্ডত।
নিৰূপি আছে কলি-ধৰ্ম্ম যত ॥
তাক শুনা আৰে একান্ত চিতে।
যাৰ ইচ্ছা আছে ভৱ তৰিতে ॥ ১
আছে চাৰি সিদ্ধ জ্ঞানী পৰম।
ব্ৰহ্মাৰ চাৰিও পুত্ৰ প্ৰথম ॥
তাসম্বাক পায়া নাৰদ ঋষি।
পুছিলা সংশয় কথা হৰিষি ॥ ২
ঈশ্বৰ ভগৱন্ত কৃপাময়।
কহিছা যিটো মহা পাপচয় ॥
কেনমতে হোৱে বিনাশ তাৰ।
কলিত কোন পুণ্যে পাই পাৰ ॥ ৩

কহিয়া ছেদিয়ো সংশয় যত।
চাৰিও তোৰা মহাভাগৱত॥
শুনিয়া সনতকুমাৰ মুনি।
দিলন্ত উত্তৰ মনত গুণি॥ ৪
গোৱিন্দৰ প্ৰিয় নাৰদ শুনা।
ভাগৱত ধৰ্ম্ম আপুনি জানা॥
হৌক মোক্ষ বুলি সৱে লোকৰ।
কৰিলা প্ৰশ্ন সংসাৰত সাৰ॥ ৫
যেনমতে পাৱে সংসাৰ-পাৰ।
শুনা সাৱধানে উত্তৰ তাৰ॥
সদায়ে এড়িল আচাৰ-ধৰ্ম্ম।
নৱৈল যাৰ কিছো জাত-কৰ্ম্ম॥ ৬
শঠ-বুদ্ধি যিটো জগতে বঞ্চে।
দম্ভ-অহঙ্কাৰ সদা নুগুচে॥
সুৰা পানি চাটু কৰে চাণ্ডাল।
নিষ্ঠুৰ বাক্য বোলে সৰ্ব্বকাল॥ ৭
পুত্ৰ দাৰা ধন আতেসে ৰতি।
সৱাতো অধম যি পাপ-মতি॥

---

পা॰ ৫॥ সাব—পাৰ। ৬॥ সংসাৰ—পাপৰ।

সিসৱো পাপত হোৱে তৰণ।
যদি হৰি-পদে লৱে শৰণ॥ ৮
দেৱতো উত্তম কৰুণাকৰ।
মুকুতি পাৱে যাত চৰাচৰ॥
যিটো থাকে তান দ্রোহ আচৰি।
ভজিলে তাকো নিস্তাৰন্ত হৰি॥ ৯
যিটো মন্দমতি অধম নৰে।
হৰিৰো মহা-অপৰাধ কৰে॥
নামত শৰণ লৱে বাৰেক।
নামে হৰে তাৰ সৱে পাতেক॥ ১০
সুহৃদ হৰি-নাম সমস্তৰে।
তাৰো অপৰাধ যি নৰে কৰে॥
তাহাৰ ৰক্ষাৰ নাহি উপায়।
অৱশ্যে সিটো অধোগতি যায়॥ ১১
হৰিও ৰাখিবে নৱাৰে তাক।
শুনিয়া নাৰদে বুলিলা বাক॥
নামৰ কোন অপৰাধগণ।
লোকৰ যিটো পুণ্য কৰে ছন॥ ১২
পাপক সঞ্চি যায় অধোগতি।
কহিয়ো নামৰ দ্রোহ সম্প্রতি॥

শুনি মুনি বাক্য বুলিলা তথা।
পুছিলা পৰম ৰহস্য-কথা ॥ ১৩
পূৰ্ব্বত কহিলা মোত শঙ্কৰে।
প্ৰকাশিবো আক তোমাৰ তৰে ॥
শুনা যেন যেন দ্ৰোহ নামৰ।
হৰি হৰি বোলা সমস্ত নৰ ॥ ১৪

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **ঘুষিয়ো হৰি হৃদি ৰূপ ধৰি।**
**নাহি আন পুণ্য নামক সৰি ॥ ২**

পদ ॥ ভকতক নিন্দা কৰে অধম।
জানিবা নামৰ দ্ৰোহী পৰম ॥
যাত হন্তে ভৈল নামৰ খ্যাতি।
তাৰ কি নিন্দা নামে সহে আতি ॥ ১৫
গুণ-নাম যত বিষ্ণু শিৱৰ।
তাক ভিন্ন-বুদ্ধি কৰে যি নৰ ॥
নামৰ সিও মহা-অপৰাধী।
নৰকত পৰে দৈৱে নবাধি ॥ ১৬

---

পাঃ　ঘোষা ২ ॥ হৃদি ৰূপ ধৰি—হৃদি ৰূপ ধৰি ঘুষিয়ো হৰি।

যিটো পাপী কৰে গুৰুক হেলা।
বেদকো নিন্দে যদি কোনো বেলা॥
নামৰ ইও দুয়ো অপৰাধ।
ভুঞ্জিবে যাতনা নাহিকে বাধ॥ ১৭
হৰিৰ নামে কল্পে অৰ্থবাদ।
নামৰ মহিমা কৰে উছাদ॥
সিজনো নামৰ দ্ৰোহী পৰম।
নৰকে পচে নাহি তাৰ জন্ম॥ ১৮
নামত বলে কৰে পাপ-বুদ্ধি।
অষ্টাঙ্গ-যোগে তাৰ নাহি শুদ্ধি॥
নাম-অপৰাধী সিও পৰম।
ভুঞ্জিবে যাতনা অনেক জন্ম॥ ১৯
ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহাযজ্ঞ দান॥
আকেয়েৰে কৰে নামক সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি॥ ২০
নামক কীৰ্ত্তন কৰন্তে আনে।
আনমন কৰি নুশুনে কাণে॥

---

পাº পদ ১৭॥ গুৰুক—নামত।

অধক যাই সিও হোৱে কলা।
বাইবে কাণত তপত শলা॥ ২১
নাহিকে শ্ৰদ্ধা নপাতে কাণ।
তাক যিটো দেয় নামক দান॥
নামৰ দ্ৰোহী নাহি তাত পৰে।
ভুঞ্জাইবে যাতনা যম-কিঙ্কৰে॥ ২২
শুনিয়া নামৰ মহিমা নিতি।
তথাপি নামত নকৰে প্ৰীতি॥
নামৰ দ্ৰোহী সিও অহঙ্কাৰী।
ভুঞ্জিবেক কাকে জিহ্বা উভাৰি॥ ২৩
এহি দশ অপৰাধী নামৰ।
আমাত কৃপায়ে কহিলা হৰ॥
পূৰ্ব্বত সমস্ত মুনিৰ আগে।
তোমাত এবে কৈলো অনুৰাগে॥ ২৪
নামৰ দ্ৰোহ নেৰে যিটো জানি।
পাপত পচে সিও মন্দ প্ৰাণী॥
মাতৃক ক্ৰোধে ত্যজি যেন অন্ন।
দুঃখ মাত্ৰ পাৱে বালকগণ॥ ২৫
এৰিয়া অপৰাধ দেৱ-ঋষি।
নামত যতন কৰা হৰিষি॥



1635

নামেসে কৰিবে পৰম সিদ্ধি।
হৰিৰ নাম জগতৰে নিধি॥ ২৬

পুছিলা নাৰদ ঋষি হুনাই।
যাহাৰ বিজ্ঞান বৈৰাগ্য নাই॥
সদায় মজি আছে বিষয়তে।
এৰাইবে নামৰ দ্ৰোহ কিমতে॥ ২৭

সনতকুমাৰে দিলে উত্তৰ।
নামৰ দ্ৰোহী যিটো পাপী নৰ॥
সততে ফুৰে হৰি-নাম গাই।
তেৰেসে নামৰ দ্ৰোহ এড়াই॥ ২৮

স্বৰূপ শুনা ঋষি উদাসীন।
যিজন নাম-অপৰাধ-হীন॥
হৰিৰ তেৰে একে নামে তৰে।
শুনে বা বোলে বা মনত স্মৰে॥ ২৯

কহিলা ৰহস্য মোত শঙ্কৰে।
আক যিটো নৰে কীৰ্ত্তন কৰে॥
মুকুতি পাৱে এৰে অপৰাধ।
কহিলো নাৰদ নাহিকে বাধ॥ ৩০

---

পা° ২৭॥ বিজ্ঞান—ই জ্ঞান।

পৰম বান্ধৱ হৰিৰ নাম।
যিজনে আক লৱে অবিশ্ৰাম ॥
তাৰ সাত কাৰ্য্য সাধিবে দেখা।
প্ৰতি প্ৰতি লৱা সাতৰো লেখা ॥ ৩১

প্ৰথমে দহিবে পাতক-চয়।
কৰিবে মহাপুণ্য-অভ্যুদয় ॥
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত পৰাইবে প্ৰেম-ভকতি ॥ ৩২

উপজাইবে আতি বৈষ্ণৱ জ্ঞান।
মায়াকো দহিয়া কৰে নিৰ্য্যাণ ॥
চৈতন্য-মূৰ্ত্তি পূৰ্ণানন্দ হৰি।
থৈবন্ত তেন্তেয়েৰে একে কৰি ॥ ৩৩

তেৰেসে নাম হুইব উপশান্ত।
কহিলো পৰম তত্ত্ব একান্ত ॥
নাম বিনে নাহি কলিত গতি।
কলিৰ লোক হুইবে পাপ-মতি ॥ ৩৪

অন্যত্ৰ ধৰ্ম্মে নাহি অধিকাৰ।
জানিবা কলিত নামেসে সাৰ ॥

---

পা° ৩২ ॥ পৰাইবে—পাইবেক, হুইবেক, বাঢ়িবে।

কলিত সদা মুস্থমৰে হৰি।
হেলাত মৰে আত্মঘাত কৰি ॥ ৩৫
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
মনুষ্য-জন্মক নপায় সেহ্নৰে ॥
আকো ব্যৰ্থ কৰা কিনো অভাগী।
মাণিক্যক বিকা কাঞ্চক লাগি ॥ ৩৬
কেতিক্ষণে কিবা মিলে বিঘাত।
তথাপি চেতন নাহিকে গাত ॥
আজি কালি কিবা মিলে মৰণ।
হৰিৰ নামত লৈয়ো শৰণ ॥ ৩৭
নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰানসী হন্তে ॥
তাহাঙ্ক চাই নিবন্ধিলো পদ
হৰি হৰি বুলি তৰা আপদ ॥ ৩৮

**নাম-অপৰাধ সমাপ্ত ॥২॥**

## তৃতীয় খণ্ড

# পাষণ্ড-মৰ্দ্দন

### প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **কলিৰ ধৰ্ম্ম হৰি-নাম জ্ঞান।**
**পাপীৰ নিন্দাত নেদিবা কাণ ॥ ১**

পদ ॥ কহিলা শুকে বেদান্তৰ মৰ্ম্ম।
শুনা পৰীক্ষিত কলিৰ ধৰ্ম্ম ॥
কলিসি শ্ৰেষ্ঠ চাৰি যুগ মাজে।
প্ৰশংসে কলিক জ্ঞানী-সমাজে ॥ ১
অপ্ৰয়াসে সিজে কলিত পুণ্য।
কলিৰ শুনা কেন মহাগুণ ॥
কৰিয়া কীৰ্ত্তন কলিত আতি।
পাৱে বৈকুণ্ঠক ছত্ৰিশ জাতি ॥ ২
সত্য যুগে কৰি ধ্যান সমাধি।
ত্ৰেতাত সমস্তে যজ্ঞ আৰাধি ॥
দ্বাপৰে পূজি নানা ভক্তিভাৱে।
কলিত কীৰ্ত্তনে সি গতি পাৱে ॥ ৩

সত্য-যুগে যত আছিল প্ৰাণী।
কলিত জন্মিবো বোলে কৈসানি ॥
হৰি-নাম ঘুষি কলি-যুগত।
নিছয়ে হুইবেক লোক ভকত ॥ ৪

দোষৰ নিধি কলি যদি পাপী।
আছে মহাগুণ আত তথাপি ॥
কেৱলে কীৰ্ত্তনে সংসাৰ তৰি।
বন্ধ ছিণ্ডি হোৱে আপুনি হৰি ॥ ৫

কলিত কীৰ্ত্তনে হোৱে ভকত।
আত পৰে লাভ নাহি লোকত ॥
আমাৰ বোলে চিত্ত নেদা থাৰি।
একাদশ স্কন্ধ চোৱা বিচাৰি ॥ ৬

কলিৰ লোক আতি পাপ-মতি।
নসাধে আন ধৰ্ম্মে আৰো গতি ॥
ৰাম নাম যিটো সততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে ॥ ৭

দুষ্ট-চিত্তে যদি হৰি সুমৰে।
তথাপিতো তাৰ পাতক হৰে ॥

---

পা° ৫ ॥ ছিণ্ডি—চুড়ি।

অনিচ্ছাতো যেন অগনি পোলে।
বিষ্ণুধৰ্ম্মোত্তৰ আগমে বোলে॥ ৮

ঘোৰ সংসাৰৰ মুখ্য আম্বুধি।
হেন হৰি-নাম এৰি বিবুদ্ধি॥
লভিবে মুকুতি কোন উপায়।
মিছাত পণ্ডিত ফুৰে বোলাই॥ ৯

নাৰদে কহন্ত মুনিক মাতি।
আচৰ্য্য আচৰ্য্য দেখিয় আতি॥
হৰি হেন নাম আছে বিয়াপি।
সংসাৰত পৰি মৰে তথাপি॥ ১০

হৰি নামে নামে নামে নিছয়।
মোহোৰ জীৱন নাৰদে কয়॥
কলিৰ কালে আউৰ আত পৰে।
নাই নাই নাই গতি লোকৰে॥ ১১

নাৰদে দিলন্ত তিনি কতপা।
নমানিবে আক কোননো লপা॥
নাৰদৰ বাণী শিলাৰ ৰেখা।
বৃহত-নাৰদী বিচাৰি দেখা॥ ১২

---

পা॰ ৮॥ পোলে—পোৰে। বিষ্ণুধৰ্ম্মোত্তৰ—বিষ্ণুধৰ্ম্ম তাক, বিষ্ণুধৰ্ম্মতৰ।

সমস্ত লোকৰ ধৰ্ম্মক এড়ি ।
বিষ্ণুৰ নামক সততে ৰড়ি ॥
সিজনে যি গতি লভিবে সুখে ।
সকলে ধাৰ্ম্মিকে নপাইবে দুখে ॥ ১৩
জানিয়া হৰিক সততে স্মৰ ।
ক্ষণেকো নপাসৰিবাহা নৰ ॥
যতা মহাপুণ্য মহাপাতক ।
ই দুইৰ কিঙ্কৰ জানা প্ৰত্যেক ॥ ১৪
তথাপি যদি চিত্ত নেদা থাৰি ।
পদ্ম-পুৰাণত চায়ো বিচাৰি ॥
বৃহত-সহস্ৰ-নামত আছে ।
নপাইলে আমাক নিন্দিবা পাছে ॥ ১৫
কহিলা শুকে পৰমাৰ্থ বাণী ।
মহাভাগৱত শাস্ত্ৰ প্ৰমাণি ॥
নেৰিবা কীৰ্ত্তন দুষ্টৰ বোলে ।
পৱিত্ৰ কৰা হৰি হৰি বোলে ॥ ১৬

---

পা: ১৪ ॥ ই দুইৰ—ইহু দুয়ো ।

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ হৰি ও হৰি ৰাম মুৰাৰি।
কীৰ্ত্তনৰ নিন্দা সৈতে নপাৰি ॥ ২

পদ ॥ চাণ্ডালে কৰিছে হৰি-কীৰ্ত্তন ।
বুলিয়া তাক নিন্দে অজ্ঞ জন ॥
তাক সম্ভাষণ যিজনে কৰে।
আজন্মৰ পুণ্য তেখণে হৰে ॥ ১৭

বিষ্ণুৰ গুণ-নাম-অলঙ্কৃত।
অন্ত্যজো যিবা কৰি আছে গীত ॥
তাক নিন্দা কৰে যিটো কুমতি।
পুণ্যক নশি যাইবে অধোগতি ॥ ১৮

আমাৰ বোলে পতিয়ন নাই ।
দেখিয়োঁ সূত-সংহিতাক চাই ॥
ৰজোগুণে কৰে কৰ্ম্মত প্ৰীতি।
কৰ্ম্মীৰ দম্ভ-ভাৱ বাঢ়ে আতি ॥ ১৯

কৰে হিংসা-ধৰ্ম্ম নুপজে বোধ।
নুগুচয় যেন সৰ্পৰ ক্ৰোধ ॥

---

পা° ঘোষা ২ ॥ সৈতে নপাৰি—সহিতে নাৰি, গুণিতে নাৰি ।

হাসে বৈষ্ণৱক যিটো নিষ্খল।
পাপত সমূলঞে যায় তল॥ ২০
স্ত্রী-ধন-জন-যৌৱন-মদে।
অন্ধ হোৱে বিদ্যা-গৰ্ব্বৰ পদে॥
বিষ্ণু বৈষ্ণৱক ঝপায়া নিন্দে।
হৰি-নামে যেন কাণত বিন্ধে॥ ২১
হৰি-ভকতক যিজনে হাসে।
নুবুজি বেদৰ অৰ্থ বিনাশে॥
জগততে বিষ্ণু আছন্ত ব্যাপি।
শুনিয়া তাক নুবুজয় পাপী॥ ২২
স্ত্রী-মদ্য-মাংস-সেৱাৰ কথা।
কৈ মৰে কৈ মৰে জন্মক বৃথা॥
নুবুজে বেদ-অভিপ্রায় গূঢ়।
কৰ্ম্মকো কৰিবে নুৱাৰে মূঢ়॥ ২৩
মূৰ্খ হুয়া বোলে মঞি পণ্ডিত।
নষ্ট কৰি ফুৰে আনৰো চিত্ত॥
নিষ্কামে কৰিয়া সকলে কৰ্ম্ম।
বিষ্ণুত অৰ্পিব সিসৱ ধৰ্ম্ম॥ ২৪
শ্রৱণ-কীৰ্ত্তন তাহাৰ ফল।
মিছাত নজানি নিন্দে নিষ্খল॥

আমাৰ বোলে অপ্ৰত্যয় যাহা।
একাদশ স্কন্ধ বিচাৰি চাহা ॥ ২৫
বিষ্ণু-বৈষ্ণৱৰ নিন্দা শুনিয়া।
নুগুচে কৰ্ণত আঙ্গুলি দিয়া ॥
সমস্তে পুণ্য নষ্ট হোৱে তাৰ।
নৰকত পড়ে নাহি নিস্তাৰ ॥ ২৬
বিষ্ণু-বৈষ্ণৱক কৰে ধিক্কাৰ।
কাটিবাক লাগে জিহ্বাক তাৰ ॥
শাস্তি কৰিবাক যেৱে নপাৰি।
গুচিবে কাণত আঙ্গুলি গাৰি ॥ ২৭
নিন্দা শুনি যদি তৈৰ নুগুচে।
কল্পেক মানে নৰকত পচে ॥
যাইবাক যদি নাই আন স্থান।
তথাতে এড়িবে আপুন প্ৰাণ ॥ ২৮
তেৱেসে হোৱে প্ৰায়চিত্ত অতি।
দক্ষৰ যজ্ঞত কহিলা সতী ॥
আমাৰ বোলে অপ্ৰত্যয় যাইবা।
চতুৰ্থ স্কন্ধত বিচাৰি পাইবা ॥ ২৯

---

পা° পদ ২৭ ॥ কাটিবাক লাগে—কাটিবে আণ্টিয়া, কাটিবে টানিয়া।
গাৰি—মাৰি।

যত তপ ধৰ্ম্ম বেদ বেদাঙ্গ।
হৰি-নাম বিনা নাহি সুসাঙ্গ ॥
হেন হৰি-নামে নাহি বিশ্বাস।
কিমতে এড়াইব মৃত্যুৰ ত্ৰাস ॥ ৩০
দ্বাদশ স্কন্ধৰ তত্ত্ব উদ্ধৰি।
কহিলন্ত শুকে উপসংহৰি ॥
জ্ঞানত কৰ্ম্মত কৰি সম্প্ৰতি।
হৰি-কীৰ্ত্তনেসে পৰম গতি ॥ ৩১
উৰেষা বাৰানসী ঠাৱে ঠাৱে।
কবিৰ গীত শিষ্টসৱে গাৱে ॥
তথাপিতো আখি ফুটিল তাৰ।
হৰি-কীৰ্ত্তনক কৰে ধিক্কাৰ ॥ ৩২
শুনা সৰ্ব্ব জন কহো সাক্ষাত।
মূঢ়ৰ বোলত নাহি সঞ্জাত ॥
বোলোক আসি ভাগৱত চাই।
তেৱেসে বুজো তাৰ মুনিষাই ॥ ৩৩
পুৰাণ-সূৰ্য্য মহাভাগৱত।
বেদান্তৰো ইটো পৰম তত্ত্ব ॥
আক সুবুজি ফুৰে নিন্দা কৰি।
তাৰ মুখ দেখি বুলিবা হৰি ॥ ৩৪

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **ত্ৰাহি ৰাম হৰি মোৰে।**
**মঞি মজিলো সংসাৰ ঘোৰে ॥ ৩**

পদ ॥ কীৰ্ত্তন-মহিমা শুনা উৎসুকে।
বাহ্রয় স্কন্ধত যি কৈলা শুকে ॥
সকলে ধৰ্ম্মতে কৰি বিশিষ্ট।
হৰি-কীৰ্ত্তনেসে ধৰ্ম্ম গৰিষ্ঠ ॥ ৩৫
অনাদৰি আন ধৰ্ম্ম সম্প্ৰতি।
দিয়ো উপদেশ হৰি-ভকতি ॥
ব্যাসৰ শুনি চিত্ত শান্ত ভৈল।
প্ৰথম স্কন্ধত নাৰদে কৈল ॥ ৩৬
চাৰিও বেদক ব্ৰহ্মায়ে আনি।
বিচাৰিলা তিনিবাৰ প্ৰমাণি ॥
এহি মানে মাত্ৰ কৰিলা সাৰ।
হৰি-কীৰ্ত্তনেসে তৰি সংসাৰ ॥ ৩৭
হেন জানি ৰাজা একান্ত মনে।
কৰিয়ো যতন হৰি-কীৰ্ত্তনে ॥

ৰাজাত কহন্ত শুকে প্ৰবন্ধে।
বিচাৰি দেখিয়ো দ্বিতীয় স্কন্ধে ॥ ৩৮
আতি লৱলেশ বিষয়-সুখ।
আকে লাগি ভৈল হৰি-বিমুখ ॥
নকৰে ৰতি হৰি-কীৰ্ত্তনত।
আপুন কৰ্ম্মে সিও ভৈল হত ॥ ৩৯
সিটো চাণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে স্ৰবে হৰি-বাণী ॥
সমস্তে তীৰ্থতে কৰিল স্নান।
কৰিলে সিসি তপ হোম দান ॥ ৪০
সেহিসে কুলীন বেদক বুজে।
যাহাৰ মুখে হৰি-নাম বীজে ॥
পৰম তত্ত্ব জানি দেৱহূতি।
তৃতীয় স্কন্ধত কৰিলা স্তুতি ॥ ৪১
নলাগে লীন-মুকুতিক তথা।
নাহি হৰি-পদ-পঙ্কজ যথা ॥
কৰ্ণৰ অমৃত হৰি-চৰিত।
ভকতৰ মুখে শুনিবো নিত ॥ ৪২

---

পা° ৪০ ॥ স্ৰবে—থাকে।
৪১ ॥ বীজে—সিজৈ [ নাম গৃণন্তি যে তে ॥—ভাগৱত ৩।৩৩।৮ ]

হৰি-কথামৃত-কণাৰ বাৰে।
দুনাই আত্ম-জ্ঞান সুমৰাৰে ॥
নলাগে বৰ নমাগোহো তাক।
চতুৰ্থ স্কন্ধত পৃথুৰ বাক ॥ ৪৩
জৰ-মৰণৰ সময়ে দুঃখে।
তযু গুণ নাম নেৰোক মুখে ॥
মাগন্ত ঋত্বিজে বৰ প্ৰবন্ধে।
নাভিৰ যজ্ঞত পঞ্চম স্কন্ধে ॥ ৪৪
পঞ্চম মহাপাপী যিটোজন।
তাৰো প্ৰায়চিত্ত হৰি-কীৰ্ত্তন ॥
তাক লাগি ভৈল হৰিৰ মতি।
ইটো মোৰ ভৈল ৰাখো সম্প্ৰতি ॥ ৪৫
ব্ৰহ্ম-বধী গুৰু-বধী যতেক।
পিতৃ-মাতৃ-বধী পাপী অনেক ॥
কুকুৰ খায় হেন ম্লেছগণে।
সিও শুদ্ধ হোৱে হৰি-কীৰ্ত্তনে ॥ ৪৬

---

পা° ৪৩ ॥ কথামৃত-কণাৰ বাৰে—কথামৃত্যুকন্নাৰ বাৰে।
[ ভগৱদ্পদাম্ভোজসুধাকণানিলঃ—ভাগৱত ৪।১০।২৫ ]
জৰ-মৰণৰ সময়ে—জৰা-মৰণৰ সময়ে।
[ জৰমৰণদশায়ামপি—ভাগৱত ৫।৩।২২ ]

চাণ্ডালো হৰি-নাম লৱে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥
পাপৰ আলু উভাৰয় নামে।
আক তুচ্ছ কৰি মৰে কি কামে॥ ৪৭
নামৰ মহিমা জানি সমূলি।
জগতৰে মোক্ষ হৈবেক বুলি॥
পূৰ্ব্বত আক গোপ্য কৰি থৈলা।
দেখিয়ো ষষ্ঠ স্কন্ধে শুকে কৈলা॥ ৪৮
নলাগে দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সংস্কৃত শাস্ত্ৰ জানিবে॥
মিছাতে মৰে আন কৰ্ম্ম কৰি।
হোৱন্ত ভকতিতে তুষ্ট হৰি॥ ৪৯
যক্ষ ৰক্ষ দৈত্য ব্ৰজৰ বাসী।
পক্ষী মৃগগণ চাণ্ডালো আসি॥
একান্তে কৰিয়া হৰি-ভকতি।
মহাসুখে পাৱে পৰম গতি॥ ৫০
সপ্তম স্কন্ধত প্ৰহ্লাদ-বাণী।
দেখিয়ো বিচাৰ কৰি প্ৰমাণি॥

---

পা° ৫০॥ যক্ষ ৰক্ষ দৈত্য—যত ৰক্ষ দৈত্য।
[ দৈতেয়া যক্ষৰক্ষাংসি—ভাগৱত ৭।৭।৫৪ ]

মূৰ্খৰ কথা সবে পৰিহৰি।
সদায়ে ডাকিয়া ঘুষিয়ো হৰি॥ ৫১

## চতুৰ্থ কীৰ্ত্তন

ঘোষা॥ **ৰামেসে জীৱন ৰামেসে প্ৰাণ।**
**ৰাম বিনা নাহি বান্ধৱ আন॥ ৪**

পদ॥ মন্ত্ৰ তন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ-কাল-পাত্ৰ-ছিদ্ৰ যতেক॥
পূৰ্ণ নুহি যত যজ্ঞৰ অঙ্গ।
হৰি-নামে কৰে সবে সুসাঙ্গ॥ ৫২
বামনৰ আগে শুক্ৰৰ বাক।
অষ্টম স্কন্ধত দেখিয়ো তাক॥
ভকত জনেসে মোৰ হৃদয়।
ময়ো ভকতৰ হিয়া নিছয়॥ ৫৩
মঞি বিনে ভক্তে নিচিন্তে আন।
ভকত বিনে মোৰো নাহি ধ্যান॥
দুৰ্ব্বাসাৰ আগে কৈলা মুৰাৰি।
নৱম স্কন্ধত দেখা বিচাৰি॥ ৫৪

মুকুতি-ৰসকো স্রৱে ভকতি।
তাক এড়ি কৰে জ্ঞানত ৰতি॥
দুঃখ মাত্ৰ পাৱে পাছেসে জানে।
কাষ্ঠ-পতানক যেহেন বানে॥ ৫৫
ব্ৰজৰ তৃণ হৈবো বৰভাগ।
পাইবো গোপিকাৰ ৰেণুক লাগ॥
যাৰ মিত্ৰ ভৈলা জগতপতি।
ব্ৰহ্মায়ে কৰিলা কৃষ্ণক স্তুতি॥ ৫৬
ব্যভিচাৰী দুষ্টা ব্ৰজ-যুৱতী।
তথাপি কৃষ্ণত ভৈল ভকতি॥
জানিলো পাপীও ভজোক মাত্ৰ।
এতেকে ভৈল মুকুতিৰ পাত্ৰ॥ ৫৭
কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ-জন্ম তাৰ লাগে কিক॥
স্মৰোক মাত্ৰ হৰি দিনে-ৰাতি।
নবাছে ভকতি জাতি অজাতি॥ ৫৮
নন্দৰ ব্ৰজে যত গোপীজাক।
সদা বন্দো তান পদ-ধূলাক॥
শুণ্ডচে হৰি-গীত দিনে-ৰাতি।
জগতকে কৰে পৱিত্ৰ আতি॥ ৫৯

উদ্ধৱে বন্দিলা গোপীৰ ধূলি।
আবে মূঢ়জনে নিন্দে কি বুলি॥
শৰীৰ-শৱক মঞি বোলে চিত্তে।
মমত কৰে পুত্ৰ-ভাৰ্য্যা-বিত্তে॥ ৬০

তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা-বুদ্ধি॥
বৈষ্ণৱত নাই ইসব মতি।
গৰুতো অধম কৃষ্ণ বদতি॥ ৬১

একান্তে মৰে কৰ্ম্ম মাত্ৰ কৰি।
হৃদয়ে থাকিয়া বিদূৰ হৰি॥
শ্ৰৱণ-কীৰ্ত্তনে যাৰ অভ্যাস।
নছাড়ন্ত হৰি তাহাৰ পাশ॥ ৬২

মিছা তৰ্ক-বাদে ভৈলো আন্ধাৰ।
নাপাওঁ জ্ঞান-পন্থ কৰি বিচাৰ॥
মাধৱ বামন গোৱিন্দ বুলি।
কৈসানি মুকুত হৈবো সমূলি॥ ৬৩

দশম স্কন্ধত বেদৰ স্তুতি।
আক নমানিবে কোন যুগুতি॥

---

পা° ৬১॥ অধম—অধিক

পাষণ্ডেসে নিন্দে বেদৰ বাণী।
তাৰ সম্ভাষণ এড়িবা জানি ॥ ৬৪
কৰ্ম্ম তপ জ্ঞানে সাধে যি গতি।
দানে সন্ন্যাসেও পাৱে সম্প্রতি ॥
ভকতে সুখে বসি পাৱে তাক।
উদ্ধৱৰ আগে কৃষ্ণৰ বাক ॥ ৬৫
পৰম অহিংসা ধৰ্ম্ম সন্ন্যাসে।
নপাৱে যি মোক জ্ঞান-অভ্যাসে ॥
ভকতেসে কৰে আমাক বশ্য।
কহিলো উদ্ধৱ ইটো ৰহস্য ॥ ৬৬
গৰু গোপিকা পশু বৃক্ষ বন।
নাহি জন্মান্তৰে কিছু সাধন ॥
এহি জন্মে মাত্র কৰি ভকতি।
পাইলেক সকলে মোহোৰ গতি ॥ ৬৭
অশুদ্ধ মনৰ কৰ্ম্মসকল।
স্ৰৱে যেন আৱঁা ঘটৰ জল ॥
কৃষ্ণৰ বাক্য পাষাণৰ ৰেখা।
একাদশ স্কন্ধ বিচাৰি দেখা ॥ ৬৮

---

পা° ৬৫ ॥ সন্ন্যাসেও—সন্ন্যাসে বা।
৬৭ ॥ মোহৰ—জ্ঞানীৰ।
৬৮ ॥ আৱঁা—এৱঁা।

বোলন্ত শুকে কিনো ভৈল খেদ।
পাষণ্ডে কৰিল বুদ্ধিক ভেদ॥
কলিত হৰিৰ কীৰ্ত্তন এড়ি।
ফুৰিবে লোকে আন কৰ্ম্ম কৰি॥ ৬৯
পাইবেক শ্ৰম তপ ধৰ্ম্ম কৰি।
একান্তে যিটো নুসুমৰে হৰি॥
জ্ঞানতো কৰ্ম্মতো কৰিয়া নৰ।
হৰি-কীৰ্ত্তনত কৰা আদৰ॥ ৭০
দ্বাদশ স্কন্ধত এহিসে কৈল।
তথাপি মূঢ়ৰ বোধ নভৈল॥
কৰে উপালম্ভ হৰি-কীৰ্ত্তনে।
আত্মঘাত কৰি মৰে আপুনে॥ ৭১
বিষ্ণু-ভকতক দেখিয়া হাসে।
আপুনিও নষ্ট আনকো নাশে॥
কীৰ্ত্তন শুনিয়া সম্যকে মৰে।
জানিবা নিতে মহাপাপ কৰে॥ ৭২
হৰি-ধ্বনি শুনি বিহ্বল হুই।
হিয়াত তাৰ লাগে যেন জুই॥
সমস্তে শাস্ত্ৰতে কৰিয়া সাৰ।
পাষণ্ড-মৰ্দ্দন নাম ইহাৰ॥ ৭৩

এহিসে মৰ্দ্দিবে পাষণ্ড-মতি।
জানিবা কলিত নামেসে গতি॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥ ৭৪

**পাষণ্ড-মৰ্দ্দন সমাপ্ত ॥৩॥**

## চতুৰ্থ খণ্ড

# ধ্যান-বৰ্ণন

### প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **ত্ৰাহি গোপাল কৃপাল স্বামী।**
**মাজলো ভৱ-জলধিত আমি ॥ ১**

পদ ॥ একমনে শুনা হৰিৰ ধ্যান।
বৈকুণ্ঠ নামে আছে মহা থান ॥
শাৰী শাৰী ৰঞ্জে বিমানচয়।
বৈদূৰ্য্য-হীৰা-মৰকতময় ॥ ১
চন্দ্ৰ সূৰ্য্য যেন প্ৰকাশে আতি।
নজানি যাত পশি দিন ৰাত্ৰি ॥
চাৰু সৰোবৰ নিৰ্ম্মল জল।
সুগন্ধি পদ্ম শোভে উতপল ॥ ২
আছে ৰাজহংস-সমূহে ৰঞ্জি।
লীলায়ে মৃণাল ভুঞ্জে উভঞ্জি ॥
পাৰে পাৰিজাত মলয়া বাব।
চটকে তেজে সুললিত ৰাৱ ॥ ৩
ভ্ৰমৰগণে গাৱে হৰি-গীত।
বৈষ্ণৱগণ শুনি আনন্দিত।

হেন বৈকুণ্ঠৰ মাজতে পাছে।
উচ্ছ্রিত ৰত্ন-মন্দিৰেক আছে ॥ ৪
বৈদূৰ্য্য তম্ভ স্ফটিকৰ ৰাৰ।
মাণিক কপাট হীৰাৰ দ্বাৰ ॥
কাটিলা জিঞ্জীৰি সুৱৰ্ণাৱলী।
বিচিত্র মণি-কৰকত-স্থলী ॥ ৫
পদ্মৰাগ-ৰত্নে লগাইল চৌতি।
কোটী সূৰ্য্য যেন গৃহৰ জৌতি ॥
বিচিত্র চন্দ্রাতপ আছে টানি।
আঁৰিল মুৰাৰি মুকুতা-মণি ॥ ৬
হেন মন্দিৰে ৰত্ন-সিংহাসনে।
আছন্ত বসি প্ৰভু নাৰায়ণে ॥
চৌপাশে সেৱে পাৰিষদ যত।
মৌক্তিক ছত্ৰ ধৰি উপৰত ॥ ৭
ধৱল চামৰে দুইপাশে বিঞ্চে।
সঘনে সুৰভি কুসুম সিঞ্চে ॥
চৰণে অনেক ভকতিভাৱে।
উপাসন্ত লক্ষ্মী জগত-মাৰে ॥ ৮
চৈতন্যময় শুদ্ধ ৰূপ ধৰি।
পৰম আনন্দে আছন্ত হৰি ॥

আতি চমৎকাৰ ৰূপ বিপুল।
কন্দৰ্প কোটি যাক নোহে তুল ॥ ৯
কোটি ইন্দু সম আছে প্ৰকাশি।
স্মৰণে দহৰে পাতক-ৰাশি ॥
ভকতৰ বন্ধু জগত বাপ।
বোলা হৰি হৰি হৰোক পাপ ॥ ১০

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **করুণা-সিন্ধু ভকত-বন্ধু করুণা-সিন্ধু।**
**ৰূপে তুল নোহে কোটি ইন্দু ॥ ২**

পদ ॥ থিৰ বুদ্ধি কৰি ভকত জনে।
প্ৰত্যেক অঙ্গক চিন্তিব মনে ॥
চৰণ-পদ্ম দেখি সুখী হুই।
অৰুণ আতি পদ-তল দুই ॥ ১১
অঙ্কুশ পদ্ম ধ্বজ বজ্ৰ যৱ।
দেখি চিহ্ন তাতে মিলে উৎসৱ ॥
চৰণ-পঙ্কজ আছে প্ৰকাশি।
আঙ্গুলি-পান্তি তাৰ ভৈল পাশি ॥ ১২

পা॰ ১০ ॥ স্মৰণে দহৰে—স্মৰণতে হৰে দহে।

দেখিয় ৰত্নৰ পাকৰি-নয়।
প্ৰকাশে তাতে নখ-চন্দ্ৰ-চয় ॥
ৰতনে উজ্জ্বল উজণ্টি যত।
নূপুৰ প্ৰকাশে পাদ-পৃষ্ঠত ॥ ১৩
ৰত্নৰ হোড়ৰ জ্বলে জঙ্ঘাত।
উৰু কৰিকৰ-সম সাক্ষাত ॥
কটিত প্ৰকাশে বসন পীত।
বান্ধিছা মেখলা ৰত্নে ৰঞ্জিত ॥ ১৪
নাভি সৰোৰুহ-ৰুচিৰ-কান্তি।
হৃদয়ে প্ৰকাশে শ্ৰীবৎস-পান্তি ॥
উৰস্থলে লক্ষ্মী দিলন্ত দেখা।
কষটিত যেন সোণাৰ ৰেখা ॥ ১৫
পীত বস্ত্ৰে শোভে শ্যামল কায়।
তড়িত-জড়িত-জলদ-প্ৰায় ॥
বহল হৃদয়ে মুকুতা-হাৰ।
প্ৰকাশে জিলিমিলি পেচন্দাৰ ॥ ১৬
চিকিমিকি কৰে ৰত্নৰ জ্বালা।
আপাদ-লম্বী গলে বনমালা ॥
তাহাৰ মধু-গন্ধে হুয়া ভোল।
বেঢ়িয়া মধুকৰে কৰে ৰোল ॥ ১৭

চাৰু চতুৰ্ভুজ শোভে সুঠান ।
ললিত বলিত নীল মোলান ॥
কেয়ূৰ কঙ্কণ বলয়া তাতে ।
প্ৰকাশে নৱ কিশলয় হাতে ॥ ১৮

ৰত্নৰ শলাকা আঙ্গুলি-পান্তি ।
আঙ্গুষ্ঠিচয় তাতে কৰে কান্তি ॥
অৰুণ নখ চন্দ্ৰমাৰ শাৰী ।
শঙ্খ-চক্ৰ-গদা-পঙ্কজ-ধাৰী ॥ ১৯

গলত গলপতা সাতসৰী ।
উড়ে নৱগুণ পীত উত্তৰী ॥
শ্যামল শৰীৰে শোভে অধিক ।
ময়ূৰ-পুছ যেন চিকমিক ॥ ২০

কম্বু-কণ্ঠে শোভে কৌস্তুভ মণি ।
প্ৰভাতে উদিত আদিত্য যেনি ॥
পূৰ্ণচন্দ্ৰ-ৰুচি মুখ-মণ্ডল ।
কৰ্ণত মকৰ দোলে কুণ্ডল ॥ ২১

তাৰ ৰশ্মি জ্বলে গণ্ড পাণ্ডুৰ ।
ৰুচিৰ চিবুক চাৰু অধৰ ॥

---

পা° ২১ ॥ যেনি—জিনি ।

পৰাল ৰত্নে যেন কৰি কান্তি।
সুন্দৰ দন্ত মুকুতাৰ পান্তি ॥ ২২
সদায় নুগুচে ঈষত হাস।
নাসা তিল ফুল-সম-প্ৰকাশ ॥
অৰুণ লোচন পঙ্কজপাশি।
ধনু-সম আছে ভ্ৰুৰ প্ৰকাশি ॥ ২৩
ৰত্নময় কৰে তিলকে কান্তি।
কপালে লম্বিত অলকা-পান্তি ॥
ৰঞ্জে শিৰে ৰত্নময় মুকুট।
চূড়ামণি ৰত্নে প্ৰকাশে জুট ॥ ২৪
তাৰ মাজে ৰত্ন-পঙ্কজ-মালা।
উজ্জ্বল মুখ লাগি তাৰ জ্বালা ॥
হেন মনোহৰ ৰূপ নিৰীক্ষি।
থাকিব সমস্ত অঙ্গক দেখি ॥ ২৫
মস্তকৰপৰা পাদ পৰ্য্যন্তে।
নমাইবে মনক তুনাই দেখন্তে ॥
ধ্বজ বজ্ৰাঙ্কুশ পঙ্কজ যৱে।
প্ৰদক্ষিণে নমি পড়িব পাৱে ॥ ২৬

---

পা° ২৬ ॥ বজ্ৰাঙ্কুশ পঙ্কজ যৱে—বজ্ৰ যৱ পঙ্কজ যাৱে, বজ্ৰ পদ্ম অঙ্কুশ জৱে।

এতেকে হৈবেক পৰম সিদ্ধি।
হৰিসি জানা জগতৰ নিধি ॥
হেলায়ে সংসাৰ তৰিবা পুনু।
নকৰা বিফল মনুষ্য-তনু ॥ ২৭
দৃঢ় কৰি ধৰা হৰিৰ পাৱ।
পাপ-সাগৰত এহিসে নাৱ ॥
কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভণে।
হৰি হৰি বোলা সমস্ত জনে ॥ ২৮

**ধ্যান-বৰ্ণন সমাপ্ত ॥ ৪ ॥**

পঞ্চম খণ্ড

# অজামিলোপাখ্যান

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **জয় জগন্নাথ অনাথ-বন্ধু ।**
**মাধৱ মুকুন্দ ৰাম ॥ ১**

পদ ॥ হৰিৰ নামৰ শুনিয়ো মহিমা
সাৱধান কৰি চিত্ত ।
অজামিল নামে আছিল ব্ৰাহ্মণ
বেশ্যাত হুয়া পতিত ॥
বিপ্ৰৰ ঔৰসে বেশ্যাৰ গৰ্ভত
দশ পুত্ৰ জাত ভৈল ।
আতি দায়াতৰে কনিষ্ঠ পুত্ৰৰ
নাৰায়ণ নাম থৈল ॥ ১
জাতি-কুল-ক্ৰিয়া সমস্তে ত্যাগিল
মিলিল কৰ্ম্ম-বিপাক ।
যত মহাপাপ সমস্তে সিজিল
পোষন্তে পুত্ৰ-ভাৰ্য্যাক ॥

অনেক অধৰ্ম্ম  কৰন্তে বিপ্ৰৰ
আয়ু ভৈল সমাপত।
ভয়ঙ্কৰ তিনি-  গোটা যম-দূত
আগে ভৈল উপগত ॥ ২

হাতে পাশ-জৰী  চক্ষু টেৰ কৰি
থূলন্তৰ তাৰ জাঙ্গ।
কৃষ্ণ-বৰ্ণ কায়  দেখি ধাতু যায়
হাতত লোহাৰ ডাঙ্গ ॥
ব্ৰাহ্মণক ধৰি  জীৱ বাজ কৰি
বান্ধিলেক হাত তুলি।
ভয়ে অজামিলে  পুত্ৰক ডাকিল
আইস নাৰায়ণ বুলি ॥ ৩

মৰন্তে বিপ্ৰৰ  মুখত শুনিয়া
হৰিৰ কীৰ্ত্তন-বাণী।
প্ৰভু-নাম লৱে  বুলি খেদি আইল
বিষ্ণু-দূত চাৰি প্ৰাণী ॥
যমৰ দূতক  খেদায়া বিপ্ৰৰ
কাটিল বান্ধ হাতৰ।

---

পা' ৩ ॥ চক্ষু টেৰ—চক্ষু ৰোঁড়, চক্ষু ঔৰ

কোন তুমিসৱ বুলিয়া পুছয়
ডৰিয়া যম-কিঙ্কৰ ॥ ৪

সৱাৰো সুন্দৰ শ্যাম কলেৱৰ
পীত বস্ত্রে আতি ৰঞ্জে।
চাৰিয়ো প্ৰসন্ন বদন-মণ্ডলে
পূৰ্ণ চন্দ্ৰমাকো গঞ্জে ॥

পদ্ম-পত্ৰ-সম আয়ত লোচন
ভ্ৰূৱ-যুগে কৰে কান্তি।
নাসা তিল-ফুল অধৰ ৰাতুল
দান্ত মুকুতাৰপান্তি ॥ ৫

শিৰত ৰত্নৰ কিৰীটি কৰ্ণত
মকৰ-কুণ্ডল দুলে।
চাৰিৰো আজানু- লম্বিত পদ্মৰ
মালা শোভা কৰে গলে ॥

হিয়াত বিচিত্ৰ ৰত্ন-বিৰচিত
গজ-মুকুতাৰ হাৰ।
চাৰু চতুৰ্ভুজ কেয়ূৰ কঙ্কণে
কৰে আতি জাতিকাৰ ॥ ৬

শঙ্খ চক্ৰ গদা          পদ্ম শাৰ্ঙ্গ ধনু
সৱে ধৰি আছা হাতে।
ৰত্নৰ মেখলা          কটি-মাঝে জ্বলে
সোণাৰ কিঙ্কিণী তাতে॥
কৰিকৰ-সম          উৰু নিৰুপম
পাৱ নৱ পদ্মকোষ।
সমান-বয়স          চাৰিকো দেখন্তে
মনত মিলে সন্তোষ॥ ৭
সূৰ্য্য-সম সৱে          জ্বলন্তে আছাহা
সমস্তে দিশ প্ৰকাশি।
মহাপাপী ইটো          বিপ্ৰক নেহন্তে
কিসক বাধিলা আসি॥
হেন শুনি হাসি          চাৰি বিষ্ণু-দূতে
দিলন্ত তাক উত্তৰ।
কোন পাপ পুণ্য          একো নজানস
শুন ৰে যম-কিঙ্কৰ॥ ৮
মৰিবাৰ বেলা          ইটো অজামিলে
নাৰায়ণ-নাম লৈল।
কোটি জনমৰ          যত মহাপাপ
তাৰো প্ৰায়চিত্ত ভৈল॥

ব্ৰহ্ম-বধ পিতৃ- বধ সুৰা-পান
অগম্যা-গমন কৰে।
গৰু তিৰী মাৰে সুবৰ্ণক হৰে
মিত্ৰৰ দ্ৰোহ আচৰে ॥ ৯
সংসাৰৰ যত আনো অসংখ্যাত
আছে মহাপাপীগণ।
সৰ্ব্বাৰো এহিসে মুখ্য প্ৰায়চিত্ত
হৰিৰ নাম-কীৰ্ত্তন ॥
মাধৱৰো মতি হোৱে তাক প্ৰতি
যি ফুৰে নাম সুমৰি।
ইটো মোৰ দাস নছাড়ন্ত পাশ
ৰাখিয়া ফুৰন্ত হৰি ॥ ১০

**দ্বিতীয় কীৰ্ত্তন**

ঘোষা ॥ **তাৰিয়া নিয়োক নাথ নাৰায়ণ**
**চৰণে শৰণ লৈলো।**
**তোমাৰ ভকতি নকৰি কৃপাল**
**জনম বিফল কৈলো ॥ ২**

পদ ॥ হৰিৰ কীৰ্ত্তনে মহা পাতকক
যিমতে কৰে নিৰ্য্যাণ।

আন প্ৰায়চিত্তে　　পৱিত্ৰ কৰিবে
নৱাৰে তাৰ সমান ॥
যিটো পাতকৰ　　প্ৰায়চিত্ত কৰে
তুনাই তাতে মন মজে।
চিত্তৰ শোধনে　　হৰিৰ কীৰ্ত্তনে
পাপৰ আলু উভঙ্গে ॥ ১১
পুত্ৰ-নাম ধৰি　　উপহাস্য কৰি
হেলাতো যি বোলে হৰি।
তাহাৰো সমস্ত　　পাতক দহয়ে
জানা আক নিষ্ঠ কৰি ॥
পৰে বা পিছলে　　সৰ্পে বা দংশয়
জ্বৰে তাপে পীড়া কৰে।
এতেকতে যদি　　হৰি-নাম লয়ে
যম-যাতনাকো তৰে ॥ ১২
হৰি-নামে সব　　পাতক দহয়ে
জ্ঞানে বা অজ্ঞানে বোলে।
যেন হুতাশনে　　শুখান কাষ্ঠক
আতি অপ্ৰয়াসে পোলে ॥
প্ৰমাদত থাকি　　যিটো হৰি বোলে
সিও সব দুঃখ তৰে।

যেন মহৌষধি নজানি ভুঞ্জিলে
তাৰো গৰ্ভ-ৰোগ হৰে ॥ ১৩

প্ৰভুৰ নামৰ অনন্ত মহিমা
কতেক কহিবো আমি ।
হেন হৰি-নাম লৈলেও ৰাক্ষস
কিনো তোৰা অধোগামী ॥
ব্ৰাহ্মণক এড়ি জীৱ ৰক্ষা কৰি
সত্বৰে ঐৰ অন্তৰ ।
শুনি দূতচয় হুয়া মহা ভয়
পশিয়া যম-নগৰ ॥ ১৪

নাৰায়ণ-নাম বুলিবাৰ পদে
নিস্তৰিল অজামিল ।
বিষ্ণুক চিন্তিয়া চতুৰ্ভুজ ৰূপে
বৈকুণ্ঠত আৰোহিল ॥
পাছে দূতগণে যমৰ আগত
দুঃখ-সাক্ষী দেয় কান্দি ।
কৈৰ চাৰি সিদ্ধে আসি কাড়ি লৈলে
পাপীক আনন্তে বান্ধি ॥ ১৫

পা° ১৫ ॥ পদে—ফলে

সিটো অজামিলে বুলিলেক মাত্র
আইস পুত্র নাৰায়ণ।
এতেকতে আসি কাঢ়িয়া লৈলেক
তযু আজ্ঞা কৰি ছন্ন॥
আমাৰ পৰয়া কাঢ়িয়া লৈবেক
কৈত অধিকাৰী আছে।
হেন শুনি যমে বিষ্ণুক স্মৰিয়া
দূতক মাতিলা পাছে॥ ১৬
শুনা দূতগণ প্ৰভু নাৰায়ণ
আছন্ত জগত-স্বামী।
তাহান আজ্ঞাক শিৰত ধৰিয়া
প্ৰজাক নিয়মো আমি॥
তানে দূতচয় সদায় ভ্ৰময়
বৈষ্ণৱক ৰক্ষা কৰি।
মাধৱৰ বেশ- ভূষণে ভূষিত
হাতে চাৰি অস্ত্ৰ ধৰি॥ ১৭
দেৱ ঋষি নৰ সিদ্ধ বিদ্যাধৰ
অসুৰ চাৰণগণে।
হৰিৰ নামৰ গোপ্য মহিমাক
তেসম্বো কেহো নজানে।

ব্ৰহ্মা হৰ মনু কপিল কুমাৰ
শুক ভীষ্ম বলিৰায়।
প্ৰহ্লাদ নাৰদ জনক আমিসি
বাহ্লজন সমুদায়॥ ১৮

পৰম গুপুত হৰি-নাম-ধৰ্ম্ম
জানি আছো শুদ্ধভাৱে।
যাক আচৰিলে থাৰতে বসিয়া
দুৰ্ল্লভ মুকুতি পাৱে॥
হৰিত ভকতি কৰে সৰ্ব্বদায়
কৰিয়া কীৰ্ত্তন-কৰ্ম্ম।
মনুষ্য-লোকত এহিমানে মাত্ৰ
পুৰুষৰ শ্ৰেষ্ঠ ধৰ্ম্ম॥ ১৯

হৰি-নাম-ধৰ্ম্ম স্মৰণ-মহিমা
দেখিয়ো দূত সম্প্ৰতি।
পাপী অজামিলে নাৰায়ণ বুলি
পাইলে কেন সদগতি॥
হেন বিমৰিষি যিটো জ্ঞানীগণে
ফুৰে হৰি-নাম গায়।
কুল উদ্ধাৰিল আপুনো তৰিল
এড়াইল আমাৰ দায়॥ ২০

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **হৰি বোল হৰি বোল আহে লোকাই**
**হৰি বিনে নাই গতি ॥ ৩**

পদ ॥ হৰিৰ চৰণ চিন্তিয়া বেড়াৱে,
হৰি-নাম লৱে ডাকি।
সিদ্ধ মুনিগণে তাৰ যশ গাৱে
প্ৰশংসে স্বৰ্গত থাকি ॥
মাধৱৰ আসি কৌমুদকী গদা
ৰক্ষা কৰি ফুৰে তাক।
তাহাৰ ওচৰ নচাপিবি কেহো
দূতগণ মোৰ হাক ॥ ২১

বৈষ্ণৱক দেখি অন্তৰি পলাইবি
ভয়ে চপৰাইবি মুণ্ড।
নুহি মাধৱৰ গদাৰ কোবত
হইবেক হাড় খুখুণ্ড ॥
কীৰ্ত্তনৰ ধ্বনি যিথানত শুনি
তাৰ নচাপিবি পাশ।

---

পাᐟ ঘোষা ৩ ॥ নাই গতি—বান্ধৱ নাই
পদ ২২ ॥ অন্তৰি—আন্তৰি

বিষ্ণু-দূতচয় তথাতে থাকয়
কৰিবন্ত সৰ্ব্বনাশ ॥ ২২
যাহাৰ জিহ্বায়ে নোবোলে বিষ্ণুৰ
গুণ-নাম সৰ্ব্বক্ষণ।
যিজনৰ মনে হৃদয়-পদ্মত
নিচিন্তে কৃষ্ণ-চৰণ ॥
যিজনৰ শিৰে নকৰে প্ৰণাম
কৃষ্ণৰ পদ-কমলে।
তাত মোৰ দায় নেড়িবি সদায়
বান্ধি আন হাতে গলে ॥ ২৩
হৰি-চৰণত সদায়ে বিমুখ
নুশুনে কৃষ্ণৰ কথা।
মাধৱৰ একো কৃত্য নকৰয়
শ্ৰম কৰি ফুৰে বৃথা ॥
কৃষ্ণৰ কীৰ্ত্তন নকৰি থাকয়
আনসে কথা চোবাই।
সিটো পাপিষ্ঠক ঝাণ্টে বান্ধি আন
লোহাৰ ডাঙ্গে কোবাই ॥ ২৪
নৰকৰ পথ ইটো গৃহ-বাস
আতেসে যাহাৰ ৰতি।

ভাৰ্য্যাক পুত্ৰক পুষিবে যতনে
এড়ে ত্ৰিজগত-পতি ॥
বিষ্ণুৰ চৰণ নিচিন্তি সদায়ে
ধনকেসে কৰে ধ্যান।
সিটো পাতকীক সুধিবে নলাগে
যাতনাক লাগি আন ॥ ২৫

কৃষ্ণ-কথা এড়ি সাতে-পাঞ্চে বেড়ি
আন কথা কই থাকে।
অমৃতক এড়ি যেন বিষ্ঠা ভুঞ্জে
গৰু শূকৰৰ জাকে ॥
সিটো পাপীসৱ দৈৱে ভৈল হত
চিন্তে আপুনাৰ মাৰ।
উপজি মৰিবে যাতনা ভুঞ্জিবে
নাহিকে তাৰ নিস্তাৰ ॥ ২৬

বিষ্ণুৰ নামৰ মহিমা শুনিয়া
দুতগণ গৈল ডৰি।
হৰি-ভকতক দেখিবাক প্ৰতি
ডৰায় সেহিদিন ধৰি ॥

---

পা॰ ২৬ ॥ গৰু—গাৰি, গৰ্ব্বৰ

শুক নিগদতি শুনা কুৰুপতি
কহিলো পৰম সাৰ।
হৰি-নাম বিনা পাপ-সাগৰত
কাহাৰো নাহি নিস্তাৰ ॥ ২৭

মহাযোগীজনো ব্ৰহ্ম চিন্তে যদি
হৰিৰ নাম নলৱে।
সিও ভ্ৰষ্ট হুয়া সংসাৰত পড়ে
চাৰি বেদে হেন কৰে ॥
ধৰ্ম্ম অৰ্থ কাম যিটো অভিলাষে
যি চাৰে মোক্ষৰ পথ।
সিও হৰি-নাম কীৰ্ত্তন কৰিসি
পাৱে সৱ্ব মনোৰথ ॥ ২৮

নামৰ মহিমা নজানি ঋষিয়ে
আন প্ৰায়চিত্ত বিহে।
মৃত্যু-সঞ্জীৱনী নজানিয়া বৈদ্যে
আন ঔষধক দিয়ে ॥
জগতৰে মোক্ষ হৈবেক বুলিয়া
জানিয়া ইটো নকৰে।

পা° ২৯ ॥ বিহে—বিধৈ

সংসাৰ-দুৰ্ল্লভ		হেন হৰি-নাম
হেলাতে কতো নলৱে ॥ ২৯

হৰিৰ নামৰ		গোপ্য মহিমাক
পূৰ্ব্বতো অগস্তি ঋষি।
মলয়া গিৰিত		বিষ্ণুক অৰ্চ্চন্তে
কহিলা মোত হৰিষি ॥
নাহি কাল দেশ		নিয়ম ইহাত
অশৌচতো নাহি দোষ।
শয়নে ভোজনে		সদা হৰি বোলা
এড়িয়া আন আক্রোশ ॥ ৩০

হৰি হেন ইটো		দুইগুটি অক্ষৰ
জিহ্বা-অগ্রে থাকে যাৰ।
গঙ্গা গয়া কাশী		প্রয়াগ সেতুক
যাইবাক নলাগে তাৰ।
কৃষ্ণৰ কিঙ্কৰে		ভণিলা শঙ্কৰে
এড়া সব্ব আন কাম।
আল জাল এড়ি		পাপক সংহৰি
ডাকি বোলা ৰাম ৰাম ॥ ৩১

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ **জয় নিৰঞ্জন পাতক-ভঞ্জন**
**মাধৱ মুকুন্দ ৰাম ॥ ৪**

পদ ॥ পৰম মঙ্গল হৰি-নাম-ধৰ্ম্ম
যাহাৰ থাকে বাক্যত।
তাৰ তেতিক্ষণে ভস্ম হুয়া যায়
মহাপাপ কোটি শত ॥
তাৱদেকে মহা পাতক-হস্তীৰ
থাকে মহাগৰ্ব্ব-মদ।
যাৱে ৰাম-নাম প্ৰমত্ত-সিংহৰ
নুশুনে ধ্বনি শবদ ॥ ৩২

ৰাম হেন ইটো দুইগুটি অক্ষৰ
সদায়ে আদৰে গাৱে।
সংসাৰ-সাগৰ তৰি সিটো নৰে
দুৰ্ল্লভ মোক্ষক পাৱে ॥
হুইবে মল-মতি লোকৰ নিছয়
গুচিবে সৱে আচাৰ।
কলি-যুগে আৰ অন্যত্ৰ ধৰ্ম্মত
কাৰো নাহি অধিকাৰ ॥ ৩৩

আন ধৰ্ম্ম এড়ি হৰি-নাম স্মৰি
সুখে পাৱে যেন গতি।
অনেক প্ৰবন্ধে সমস্ত ধাৰ্ম্মিকে
নপাৱে তাক সম্প্ৰতি॥
সদায় কৃষ্ণক স্মৰিয়ো ক্ষণিকো
নপাসৰিবাহা নৰ।
যত মহাপাপ যত মহাপুণ্য
ইদুইৰ সৱে কিঙ্কৰ॥ ৩৪
দোষৰ নিদান কলিযুগ আত
এক মহা গুণ আছে।
কেৱল কীৰ্ত্তনে সংসাৰৰ বন্ধ
এড়াই মোক্ষ পাৱে পাছে॥
হৰিৰ নামেসে নামেসে নামেসে
জীৱন আৰে আমাৰ।
কলি-যুগে আন নাই গতি নাই
নাই জানা সাৰে সাৰ॥ ৩৫
আউৰ বেদাগম বিস্তৰ শাস্ত্ৰত
নাহি কিছু প্ৰয়োজন।
ধৰ্ম্মক আশায়ে অনেক তীৰ্থক
কি কাৰ্য্যে কৰা গমন॥

যদি অভিলাষ করা সৰ্ব্বজন
আপোন মোক্ষ-কাৰণ।
গোৱিন্দ গোৱিন্দ বুলিয়া বেকতে
কৰিয়ো হৰি-কীৰ্ত্তন ॥ ৩৬
ইটো হৰি-নামে লোকৰ যতেক
পাতক নিৰ্য্যাণ কৰে।
ততেক পাতক প্ৰবন্ধে কৰিবে
নৱাৰে পাতকী নৰে ॥
ব্ৰহ্মচাৰী গৃহ- বাসী বনবাসী
সন্ন্যাসী যতেক যতি।
হৰিৰ কীৰ্ত্তন এড়ি কেহো নৰে
নপাৱে পৰম গতি ॥ ৩৭
সূৰ্য্য-গ্ৰহণত এক কোটি ধেনু
ব্ৰাহ্মণক দেয় দান।
প্ৰয়াগ গঙ্গাৰ জলত নিৱাস
কৰে দশ কল্পমান ॥
অযুতেক যজ্ঞ কৰে মেৰু-সম
সুৱৰ্ণক দেয় দান।
এক শত ভাগো গোৱিন্দ-নামৰ
ৰেণুৰো নুহি সমান ॥ ৩৮

হৰি হেন ইটো দুইগুটি অক্ষৰ
উচ্চাৰিলে একবাৰ।
মোক্ষৰ পথক যাইবাক লাগিয়া
সিও ভৈল কাছ-পাৰ ॥
হৰিৰ নামৰ অনন্ত মহিমা
কহিবে কাৰ শকতি।
যদি চাৰি মুখে ব্ৰহ্মায়ে কহন্ত
তভো নুহি সমাপতি ॥ ৩৯
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
শুনিয়োক সৰ্ব্বজন।
হেন জানি আন আল-জাল এড়ি
কৰিয়ো হৰি-কীৰ্ত্তন ॥
কোন দিন ইটো শৰীৰ পড়য়
কেতিক্ষণ নেয় যম।
আউৰ কি সেহ্নৰে ভাৰত-ভূমিত
হৈবাহা মানুষ-জন্ম ॥ ৪০
কোটি কোটি জন্ম অন্তৰে যাহাৰ
আছে মহাপুণ্য-ৰাশি।
সিসি কদাচিত্ত মনুষ্য হোৱয়
ভাৰতবৰিষে আসি।

দেৱৰো দুৰ্ল্লভ ইহেন জন্মক
ব্যৰ্থ কৰা কোন কামে।
গৃহতে থাকিয়া হৰিক স্মৰিয়া
মোক্ষ সাধা হৰি-নামে ॥ ৪১
কোটি এক ৰাজ- সূয় অশ্বমেধ
যজ্ঞ আক নোহে সৰি।
হেন হৰি-নাম নলৈয়া হেলাত
মৰে আত্মঘাত কৰি ॥
হেন বেদ-বাণী তথ্য হেন জানি
আসনতে সুখে থাকি।
আপুনাকো তাৰা পুৰুষ উদ্ধাৰা
হৰি হৰি বোলা ডাকি ॥৪২

**অজামিলোপাখ্যান সমাপ্ত ॥ ৫ ॥**

ষষ্ঠ খণ্ড

# প্ৰহ্লাদ-চৰিত্ৰ

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **ৰাম মুৰাৰি প্ৰভু ৰঘুনাথ ।**
**কৃষ্ণক প্ৰণামো দঁৱায়া মাথ ॥ ১ ॥**

পদ ॥ বোলন্ত শুকে শুনা পৰীক্ষিত ।
ভক্ত প্ৰহ্লাদৰ কহো চৰিত্ৰ ॥
যুধিষ্ঠিৰ আগে নাৰদে কৈল ।
শুনিয়ো প্ৰহ্লাদৰ যেন ভৈল ॥ ১

ব্ৰহ্মাৰ মানস চাৰি তনয় ।
ভ্ৰমন্ত আকাশে আনন্দময় ॥
পাঞ্চ-বৰিষীয়া শিশু-সঙ্কাশ ।
নাহিকে বস্ত্ৰ সবে দিগবাস ॥ ২

আনন্দে লোকক চাহান্ত ফুৰি ।
দিনেক দেখিলা বৈকুণ্ঠ-পুৰী ॥
আতি আনন্দিত বিষ্ণুৰ স্থানে ।
সবে চতুৰ্ভুজ পুৰুষ মানে ॥ ৩ ॥

যতেক ৰমণী লক্ষ্মী প্ৰত্যেক।
কল্পতৰু সম বৃক্ষ যতেক॥
বৈমানিকগণ পৰম ৰঙ্গে।
হাতত তাল নাৰীগণ সঙ্গে॥ ৪

গাৱন্ত কৃষ্ণৰ গুণ চৰিত।
আনন্দতে দ্ৰৱে সৱাৰো চিত্ত॥
সুগন্ধি বায়ুক কৰে ধিক্কাৰ।
সিবেলা মনক মোহে আমাৰ॥ ৫

ভ্ৰমৰৰাজে গাৱে হৰি-গীত।
যতেক পক্ষী তাতে দিয়ে চিত্ত॥
নকৰে আৰাৱ থাকে নিছুকে।
কৃষ্ণৰ চৰিত্ৰ শুনে উৎসুকে॥ ৬

চড়ি ৰত্নময় দিব্য বিমানে।
যতেক সুন্দৰী পদ্মিনী মানে॥
হাস-লাস কৰি দৰশে গাৱ।
বৈষ্ণৱজনৰ নুপজে ভাৱ॥ ৭

হৰিৰ গৃহে মহালক্ষ্মী মাৱে।
হাতে ফুৰাই পদ্ম ভ্ৰমন্ত পাৱে॥

পা° ৪॥ তাল—ভান

দেখিয় স্ফটিক বাৰৰ গুণি ।
মাঞ্জে গৃহ যেন লক্ষ্মী আপুনি ॥ ৮

গোৱিন্দৰ গুণ-চৰিত্ৰ বাজে ।
শুনে গ্ৰাম্য কথা যিটো নিলাজে ॥
বৈকুণ্ঠে নযায় সিটো ভাগ্যশূন্য ।
কুকথায়ে হৰে সমস্তে পুণ্য ॥ ৯

তমো নৰকে হৰে চিৰ বাস ।
আপুনি চিন্তে আপুনাৰ নাশ ॥
দেৱৰো বাঞ্ছনী মনুষ্য-জন্ম ।
উপজে আত যত জ্ঞান ধৰ্ম্ম ॥ ১০

নকৰে কীৰ্ত্তন ইহাক পায়া ।
জানিবা তাক লঙ্ঘে বিষ্ণু-মায়া ॥
হেন জানি আন আলাপ এড়ি ॥
বোলা হৰি হৰি সমাজে বেড়ি ॥ ১১

---

পা° ৮ ॥ দেখিয়—দেখিয়া
স্ফটিক বাৰৰ—স্ফটিকৰ বাৰ
মাঞ্জে—সাঞ্জে [ সংমাৰ্জতীৱ— ভাগৱত ৩।১৫।২১ ]
পা° ১০ ॥ জ্ঞান ধৰ্ম্ম—জ্ঞান কৰ্ম্ম [ জ্ঞানং চ তত্ত্ববিষয়ং সহধৰ্ম্ম
[ ভাগৱত ৩।১৫।২৪ ]
১১ ॥ আলাপ—আলাস লঙ্ঘে—বঞ্চে ।

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **পুণ্ডৰীকাক্ষ কৰা কৃপা**
**ৰাম কৰা দায়া কমললোচন।**
**নেড়ো যেন অৰুণ চৰণ ॥ ২**

পদ ॥ দূৰতে ধৰ্ম্মক পৰিহৰি।
যিটো চিন্তে হৃদি ৰূপ ধৰি ॥
নিতান্তে কীৰ্ত্তন মাত্ৰ কৰে।
বৈকুণ্ঠত থাকে সিটো নৰে ॥ ১২
অন্যো-অন্যে হৰিকথা গাৱে।
শিহৰে শৰীৰ প্ৰেমভাৱে ॥
আনন্দে লোতক পড়ে ঝৰি।
গেৰি পাৰি বোলে ৰাম হৰি ॥ ১৩
বৈকুণ্ঠ নগৰী নিৰুপম।
নাহি যাত কালৰ বিক্ৰম ॥
তাক পায়া ভকতসকলে।
মজিল আনন্দ-সিন্ধু-জলে ॥ ১৪
বৈকুণ্ঠত কেশৱ সাক্ষাত।
সুতি থাকা ভুজঙ্গ-শয্যাত ॥
লক্ষ্মীৰ কোলাত থৈয়া ভৰি।
লক্ষ্মীয়ো ঝাণ্টন্ত হাতে ধৰি ॥ ১৫

মূৰ্ত্তি ধৰি বেদ-শাস্ত্ৰগণ।
কৰে বেঢ়ি মহিমা-কীৰ্ত্তন ॥
চৈধ্য ভুৱনৰ বন্দ্য স্থান।
যাক কৃষ্ণে কৰিছা নিৰ্ম্মাণ ॥ ১৬
হেন বৈকুণ্ঠত চাৰি মুনি।
ভ্ৰমন্ত কীৰ্ত্তন-ধ্বনি শুনি ॥
কৃষ্ণৰ আৱাস পাইলা পাছে।
ৰত্নময় দ্বাৰসৰ আছে ॥ ১৭
লগাই আছে হীৰাৰ কপাট।
ৰত্নে বিৰচিত যত বাট ॥
হেন দ্বাৰচয় চড়াই পাছে।
দেখন্ত দোগোটা দ্বাৰী আছে ॥ ১৮
সপ্তম দ্বাৰৰ দুই পাশে।
দুইৰো শিৰে কিৰীটি-প্ৰকাশে ॥
পদ্ম-নেত্ৰ বদন-মণ্ডলে।
শোভে গণ্ড মকৰ-কুণ্ডলে ॥ ১৯
সুন্দৰ নাসিকা অল্প হাস।
চাৰু শ্যাম তনু পীতবাস ॥

---

পা° ১৮ ॥ দ্বাৰী—দেৱ

যেন কুন্দ-কড়ি দন্ত-পান্তি।
কেয়ূৰ কঙ্কণে কৰে কান্তি ॥ ২০

দুইৰো চতুৰ্ভুজ আতি জ্বলে।
বনমালা শোভে বক্ষঃস্থলে ॥
সেৰে তাক ভ্ৰমৰে গুঞ্জৰি।
দুয়ো দিব্য গদা আছে ধৰি ॥ ২১

দেখে পাছে হেন দুয়ো দ্বাৰী।
বিবস্ত্ৰে আসন্ত সিদ্ধ চাৰি ॥
সুসুধি পশন্ত অভ্যন্তৰ।
কোপে দুয়ো কম্পাৰে অধৰ ॥ ২২

মুখ কৰি ভ্ৰূকুটি-কুটিল।
বেতে ঠেলি চাৰিকো খেদিল ॥
কৃষ্ণৰ কিঙ্কৰ এহু ভণে।
হৰি হৰি বোলা সৰ্ব্বজনে ॥ ২৩

---

পাঁ° ২২ ॥ পশন্ত—পৈশন্ত, পেশন্ত

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **ৰাম কৃষ্ণ কহ নিতে।**
**ভাই ধৰি হৰি-পদ চিত্তে ॥ ৩**

পদ ॥ দেখিয়া পাছে হেন চাৰি সিদ্ধ।
দেখন্তে শিশু বয়সত বৃদ্ধ ॥
কৃষ্ণ-দৰশন-আশা-ভঙ্গে।
কোপে চক্ষু পকাই মাতন্ত খঙ্গে ॥ ২৪
বৈষ্ণৱ বোলা তোৰা দুয়োজন।
বৈকুণ্ঠ-বাসীৰ নুহি লক্ষণ ॥
প্ৰশান্ত পুৰুষ আনন্দময়।
তাহান্তো তোমৰা কৰা সংশয় ॥ ২৫
পাৰিষদ বোলাই কৰস চটি।
জানিলো তোমৰা দুয়ো কপটী ॥
বৈকুণ্ঠৰো আনা দুৰ্যশ বড়।
ঐৰপৰা তোৰা দুহান্তো পড় ॥ ২৬
অসুৰ-যোনিত উপজ মৰি।
হেন শুনি জয় বিজয়ে ডৰি ॥
চৰণত ধৰি পড়ি ভুমিত।
কাতৰ কৰে হুয়া ভয়-ভীত ॥ ২৭

---

পা° ২৬ ॥ জানিলো তোমৰা—নুহিকা বৈষ্ণৱ

তোমাসাক বাধি কৰিলো পাপ।
মিলোক যিবা দিলা চণ্ড শাপ ॥
আপুন কৰ্ম্মে যাওঁ অধোগতি।
প্ৰভুৰ পাৰে নচাড়োক মতি ॥ ২৮

তোমাসাত মাগো এতেক বৰ।
এহি বুলি দুয়ো কৰে কাতৰ ॥
হেন আথান্তৰ শুনিয়া হৰি।
আসন্ত বজাই অভ্যন্তৰ এৰি ॥ ২৯

অনেক পৰিচ্ছদে লক্ষ্মী মাৰে।
পাছত চলি যান্ত ভূমি-পাৰে ॥
শুক্ল চামৰে বিঞ্চে দুই কাছে।
উপৰে শ্বেত ছত্ৰ ধৰি আছে ॥ ৩০

তাতে চন্দ্ৰকান্তে স্ৰৱে শিশিৰ।
চলি যান্ত হৰি গতি গম্ভীৰ ॥
লক্ষ্মীৰ ছটা শ্যাম উৰঃস্থলে।
আপাদ-লম্বী বন-মালা গলে ॥ ৩১

গুঞ্জৰে মধুকৰে কৰি যত্ন।
শিৰত কিৰীটি অমূল্য ৰত্ন ॥

---

পা° ৩০ ॥ পৰিচ্ছদে—পৰিচদে, পৰিচ্ছেদে, পাৰিষদে

উন্নত নাসা সুপ্ৰসন্ন মুখ।
কমল-নেত্ৰক দেখন্তে সুখ ॥ ৩২
মকৰ-কুণ্ডলে প্ৰকাশে গণ্ড।
শ্যামল চাৰু চাৰি ভুজ-দণ্ড ॥
কেয়ূৰ কঙ্কণ প্ৰকাশে তাত।
শ্ৰীবৎস মুকুতা-হাৰ হিয়াত ॥ ৩৩
পীত বস্ত্ৰে শোভে শ্যামল কায়।
নুগুচে মুখত হাস্য সদায় ॥
অমূল্য মেখলা কটিৰ মাজে।
চৰণে ৰত্নৰ নূপুৰ বাজে ॥ ৩৪
কৌস্তুভ মণি শোভে কণ্ঠ মাজে।
দুইপাশে নানা দিব্য যন্ত্ৰ বাজে ॥
মিলাৱে সমাধি তাৰ শবদে।
ধৰিছা মূৰ্ত্তি ভকতৰ পদে ॥ ৩৫
গৰুড়ৰ স্কন্ধে হস্তক থই।
ফুৰন্ত পদ্ম আউৰ হাতে লই ॥
পাৰিষদগণ চলে উপাসি।
আসন্ত বৈকুণ্ঠপুৰ প্ৰকাশি ॥ ৩৬
অদ্ভুত মূৰ্ত্তি চাৰি সিদ্ধে দেখি।
নাহিকে তৃপিতি চান্ত নিৰীক্ষি ॥

কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥ ৩৭

## চতুৰ্থ কীৰ্ত্তন

ঘোষা॥ **পদ্ম-পাণি জীৱ-মোহন ৰাম।**
**সুখে দুখে মুখে যোনো ছাড়ে ৰাম-নাম॥ ৪**

পদ॥ পৰম আনন্দে চাৰি সিদ্ধে দেখি পাছে।
শিৰে প্ৰণামিয়া দণ্ডৱতে পড়ি আছে॥
কৃষ্ণ-পাদ-মিশ্ৰ তুলসীৰ পায়া গন্ধ।
ক্ষোভ ভৈল চিত্ত মহা মিলিল আনন্দ॥ ৩৮
প্ৰেমভাৱ উপজি দ্ৰৱিল আতি চিত্ত।
হৰিষে লোতক স্ৰৱে তনু লোমাঞ্চিত॥
দেখিলা কৃষ্ণৰ মুখ শ্যাম পদ্ম কোষ।
সুন্দৰ অধৰ হাস্যে মিলাৱে সন্তোষ॥ ৩৯
তাসম্বাৰ ভৈল মনবাঞ্ছিত পূৰণ।
চাহিলা কৃষ্ণৰ দুনাই দুখানি চৰণ॥
আৰকত নখ-পান্তি আছে প্ৰকাশন্তে।
চিত্তত চিন্তিলা তাঙ্ক বাহিৰৰ হন্তে॥ ৪০

---

পা॰ ৩৮॥ কৃষ্ণ-পাদ-মিশ্ৰ—কৃষ্ণ-পাদ-পদ্ম
[ পদাৰবিন্দকিঞ্জল্কমিশ্ৰতুলসীমকৰন্দবায়ুঃ—ভাগৱত ৩।১৫।৪৩

আছিলন্ত ধৰি হৃদয়ত কতো বেলি।
কৃষ্ণক সম্মুখে দেখি পাছে চক্ষু মেলি॥
কৰ-যোড়ে চাৰি সিদ্ধে আনন্দক পাই।
কৰিবে লাগিল স্তুতি মাধৱক চাই॥ ৪১
সমস্তে ভূতৰে যদি তুমি হৃদি-গত।
তথাপি কৰ্ম্মীৰ মনে নুহিকা বেকত॥
ভকতেসে পাৱে খুজি তুমি অন্তৰ্য্যামী।
কিনো ভাগ্য নয়নে তোমাক দেখো আমি॥ ৪২
পিতৃ-মুখে তযু গুণ শুনিলো যৈসানি।
সেহি দিনা হিয়াত পশিলা চক্ৰ-পাণি॥
তুমি পৰমাত্মা-তত্ত্ব জানিলো সম্প্ৰতি।
সত্য মূৰ্ত্তি ধৰি সাধা ভকতৰ গতি॥ ৪৩
তোমাক নপাই অনুৰাগ বাঢ়ে যাৰ।
সেহিসে ভকতি-যোগে ছিণ্ডে অহঙ্কাৰ॥
তাহাৰেসে গুচে বিষয়ত অনুৰাগ।
হৃদয়ত বিচাৰি তোমাক পাৱে লাগ॥ ৪৪
তোমাৰ পাৱত লৈলে যিজনে শৰণ।
তযু গুণ-নাম কৰে শ্ৰৱণ-কীৰ্ত্তন॥
মোক্ষ-প্ৰসাদক প্ৰভু তোমাত নমাগে।
ছাৰ স্বৰ্গ-সুখ কোন তাসম্বাৰ আগে॥ ৪৫

তযু গুণ-গণ যদি কৰ্ণে থাকে ভৰি।
সদায় বদনে যেন্ধে বোলে ৰাম হৰি॥
চৰণকো চিন্তে চিত্তে বিঘ্নিকো নগণি।
নাৰকী জন্মও তেৱে আমাৰ বাঞ্ছনী॥ ৪৬
দেখাই দিব্য ৰূপ ইটো আতি চমৎকাৰ।
সাধিলা আনন্দ কিনো নেত্ৰৰ আমাৰ॥
অজ্ঞজনে তোমাৰ নলৱে গুণ নাম।
আমি হেৰা পড়ি প্ৰভু কৰিলো প্ৰণাম॥ ৪৭
তোমাৰ পাৱত হৌক একান্ত ভকতি।
এতেক প্ৰসাদ দিয়ো আমাক সম্প্ৰতি॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বলোক।
ডাকি হৰি হৰি বোলা পাতক ছাড়োক॥ ৪৮

## পঞ্চম কীৰ্ত্তন

ঘোষা॥ **গতি মোৰ গতি মোৰ গোৱিন্দ দেৱ
মাধৱ বিনা বন্ধু নাহি কেৱ॥ ৫**

পদ॥ কৰিলা তুতি চাৰি মহামুনি।
চাৰিকো মাধৱে মাতিলা গুণি॥
পাৰিষদ জয় বিজয় মোৰ।
কৰিল মহা অপৰাধ ঘোৰ॥ ৪৯

বিহিলা উচিত দণ্ড ইহাক।
কদৰ্থিলা তুয়ো আতি আমাক॥
সেৱকে যদি কৰে অপকাৰ।
পাৱে অপযশে স্বামীক তাৰ॥ ৫০

ক্ষমিয়ো মোক চাৰি মহাশিষ্ট।
ব্ৰাহ্মণগণ মোৰ মহা ইষ্ট॥
বিপ্ৰ-সেৱাতেসে আমাৰ খ্যাতি।
চাণ্ডালকো কৰে পৱিত্ৰ আতি॥ ৫১

তোমাৰ ইন্দ্ৰে কৰে অপৰাধ।
কাটিবো ইন্দ্ৰক নাহিকে বাধ॥
বিপ্ৰৰ মুখে ভুঞ্জো যেন কৰি।
বহ্নিৰ হোমে নোহে তাঙ্ক সৰি॥ ৫২

আমাৰ তনু যত বিপ্ৰগণ।
তাসম্বাৰ দ্ৰোহ চিন্তে যিজন॥
যমৰ দূতে কৰে তাক দণ্ডি।
গৃধ্ৰগণে খায় মাংসক ছিণ্ডি॥ ৫৩

পাৰন্ত গালি বিপ্ৰে যদি আসি।
প্ৰণাম কৰে যিটো তাঙ্ক হাসি॥

সন্মুখি প্ৰবোধে সাধু বচনে।
কৰিলেক বশ্য মোক সিজনে॥ ৫৪

পাৰিষদ জয় বিজয় দুই।
তোমাসাৰ শাপে অসুৰ হুই॥
দুনাই বৈকুণ্ঠক ঝাণ্টে আসোক।
হেন অনুগ্ৰহ কৰিয়ো মোক॥ ৫৫

আছন্ত সবে যদি খেদ-চিন্তি।
কৃষ্ণ-বাক্যামৃতে ভৈল তৃপিতি॥
কৃষ্ণৰ বাক্যক কৰি বিচাৰ।
নুবুজিলা কিছু আশয় তাৰ॥ ৫৬

মিলিল আনন্দ দ্ৰৱিল চিত্ত।
লোতক স্ৰৱে তনু লোমাঞ্চিত॥
কৃতাঞ্জলি কৰি কৃষ্ণক চাই।
মাতন্ত চাৰিও মুনি দুনাই॥ ৫৭

কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে কহে
জানা চিৰকাল দেহা নৰহে॥
কৃষ্ণৰ কীৰ্ত্তনে সাধিয়ো গতি।
বোলা হৰি হৰি একান্ত মতি॥ ৫৮

## ষষ্ঠ কীৰ্ত্তন

ঘোষা ॥ **ৰাম ৰাম মুকুন্দ ।**
**ত্ৰাহি ত্ৰাহি গোৱিন্দ ॥ ৬**

পদ ॥ তোমাৰ বচন স্বামী ।
নুবুঝিলো কিছু আমি ॥
আপুনি ঈশ্বৰ হুয়া ।
বোলাহা কৰিয়ো দায়া ॥ ৫৯
ত্ৰিজগতে কৰে সেৱ ।
বোলা মোৰ বিপ্ৰে দেৱ ॥
যত দেৱ দ্বিজ ভূমি ।
সবাৰো দেৱতা তুমি ॥৬০
ধৰ্ম্মৰো পৰম গুহ্য ।
তুমি জগতৰে পূজ্য ॥
যাৰ ৰূপ হিয়ে ধৰি ।
দুস্তৰ মৃত্যুক তৰি ॥ ৬১
তাঙ্ক আনে কৰে দায়া ।
কোনে বুঝিবেক মায়া ॥

---

পা° ঘোষা ৬ ॥ মুকুন্দ—গোৱিন্দো ।
গোৱিন্দ—মুকুন্দ ॥

মান্য কৰি ব্ৰাহ্মণক।
শিক্ষা দিয়া সামান্যক॥ ৬২

ধৰ্ম্ম-পথ ৰক্ষা কৰি।
সৃষ্টি প্ৰবৰ্ত্তাৱা হৰি॥
তযু পাৰিষদ দুই।
আকো শপো মুনি হুই॥ ৬৩

কৰিলো দাৰুণ পাপ।
দণ্ডিয়ো জগত-বাপ॥
এহি বুলি মৌন ভৈলা।
মাধৱে বুলিবে লৈলা॥৬৪

মুনিগণ এড়া তাপ।
আমিসে দিয়াইলো শাপ॥
বৈৰভাৱে চিন্তি মোক।
দুনাই পাইবে এহি লোক॥ ৬৫

বোলো মহা মনতুষ্টি।
শুনি চাৰি সিদ্ধে উঠি॥
মাধৱক প্ৰদক্ষিণি।
প্ৰণামিয়া বাৰ তিনি॥ ৬৬

---

পা॰ পদ ৬৪॥ দণ্ডিয়ো—ক্ষমিয়ো।

লৈয়া তান্তে অনুমতি।
আকাশে কৰিলা গতি॥
বৈষ্ণৱৰ শ্ৰীক চাই।
মনে প্ৰশংসন্তে যায়॥ ৬৭
কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে॥
অন্তকে পাইলেক পৰা।
ৰাম হৰি বুলি তৰা॥ ৬৮

## সপ্তম কীৰ্ত্তন

ঘোষা॥ **পৰমানন্দ কৰা কৃপা ভৃত্যক সম্প্ৰতি।**
**তুমি বিনা নাই আন গতি॥ ৭**

পদ॥ পাছে জয় বিজয়ক হৰি।
কৰিল আশ্বাস দুইকো ধৰি॥
অসুৰ-যোনিক যাহা তয়।
নকৰিবা মনে কিছো ভয়॥ ৬৯
তোৰা দুইৰ থাকোক কল্যাণ।
মই দুঃখ কৰিবো নিৰ্য্যাণ॥
ব্ৰহ্ম-শাপ নকৰো উৎসন্ন।
আছে পদে মোৰ প্ৰয়োজন॥ ৭০

সুমৰিয়ো পুৰাণী কথাক।
চিন্তি আছো মঞি আপুনাক॥
আমাৰ পাশক আসা লক্ষ্মী।
তাঙ্কো নিবাৰিলা দুয়ো দেখি॥ ৭১
ক্ৰোধে বুলিলন্ত লক্ষ্মী শাপি।
হুয়োক অসুৰ দুয়ো পাপী॥
হেন জানি হুয়ো দুয়ো দৈত্য।
ভকতৰ ভয় আছে কৈত॥ ৭২
বৈৰভাৱে চিন্তিবাহা মোক।
অল্পকালে পাইবা এহি লোক।
দুঃখৰ কৰিবো মঞি অন্ত।
এহি বুলি পাছে ভগৱন্ত॥ ৭৩
লক্ষ্মী-সমে গৈয়া ধীৰে ধীৰে।
প্ৰৱেশিলা ৰত্নৰ মন্দিৰে॥
পাছে দুয়ো মুখ্য পাৰিষদ।
এড়ি সৱে বৈকুণ্ঠ-সম্পদ॥ ৭৪
শ্ৰী-হত হুয়া অধোমুখে।
বিমানৰপৰা পড়ে দুঃখে॥
হেন দেখি বৈকুণ্ঠক ছন্নি।
কৰে সৱে হাহাকাৰ ধ্বনি॥ ৭৫

পাছে দুয়ো এড়ি নিজ কায়।
কশ্যপৰ বীৰ্য্যে লৈলা ঠাই॥
স্বামীৰ সংযোগে পাছে দিতি॥
অনুক্ৰমে ভৈল গৰ্ভাৱতী॥ ৭৬
কৃষ্ণৰ কিঙ্কৰে এহু ভণে।
নেড়িবা কীৰ্ত্তন একো জনে॥
কেতিক্ষণে পড়ে ইটো কায়।
হৰি হৰি ঘুষিয়ো সদায়॥ ৭৭

## অষ্টম কীৰ্ত্তন

ঘোষা॥ **হৰি ৰাম হৰি ৰাম এ মুল মন্ত্ৰ।**
**কলিত নাহি তপ যজ্ঞ যন্ত্ৰ॥ ৮**

পদ॥ দিতিৰ গৰ্ভে দুয়ো ভৈল জাত।
হিৰণ্যকশিপু নামে প্ৰখ্যাত॥
হিৰণ্যাক্ষ নামে কনিষ্ঠ তাৰ।
যুদ্ধত বৰাহে চিন্তিল মাৰ॥ ৭৮
শুনিয়া হিৰণ্যে ভ্ৰাতৃৰ বধ।
ক্ৰোধে আৰকত চক্ষু তবধ॥

---

পা॰ ঘোষা ৮॥ তপ যজ্ঞ যন্ত্ৰ—তপ যজ্ঞ মন্ত্ৰ, জপ যজ্ঞ যন্ত্ৰ।

শূলক তুলি গৰ্জ্জে দৈত্যনাথ।
দশন কামুৰি ঝঙ্কাৰে মাথ ॥ ৭৯
দানৱগণক মাতে সম্বুধি।
মাৰিবো বৰাহক শূলে বিন্ধি ॥
বধিলে আমাৰ ভ্ৰাতৃ কনিষ্ঠ।
দেৱ-ব্ৰাহ্মণৰ চিন্তা অনিষ্ট ॥ ৮০
পৃথিৱীক লাগি কৰা গমন।
তপ জপ যজ্ঞ কৰিয়ো ছন্ন ॥
বিষ্ণুসে সবাৰ জানা আশ্ৰয়।
গৰু ব্ৰাহ্মণৰ কৰা প্ৰলয় ॥ ৮১
হেনয় আজ্ঞা কৰি দৈত্য-ৰাজ।
ভ্ৰাতৃৰ পাছে কৰি প্ৰেত-কাজ ॥
কথায়ে আশ্বাসিয়া বান্ধৱক।
তপক লাগি গৈল মন্দৰক ॥ ৮২
আকাশ চাই ঊৰ্দ্ধবাহু হুই।
থাকিলা ভূমিক অঙ্গুষ্ঠে ছুই ॥

---

পা꞉ পদ ৮২ ॥ আশ্বাসিয়া বান্ধৱক—আশ্বাস কৰি দৈত্যক।
আশ্বাস কৰি দিতিক।
[ ভ্ৰাতৃপুত্ৰানসান্ত্বয়ৎ ॥—ভাগৱত ৭।২।১৭
দিতিঞ্চ জননীং গিৰা ।...ইদমাহ—ভাগৱত ৭।২।১৯ ]

জটাৰ দীপিতি দেখন্তে ত্ৰাস।
প্ৰলয় সূৰ্য্যৰ যেন প্ৰকাশ॥ ৮৩
ব্ৰহ্মাক চিন্তিয়া আছে মনত।
বহি গৈল দিব্য বৰিষ শত॥
ঢাকিল তনু উঁই মাটি তুলি।
শৰীৰৰ মাংস খাইলে সমূলি॥ ৮৪
গাজিল তাক ঢাকি বেৰু-ঝাৰ।
তথাপি কটাক্ষ নাহিকে তাৰ।
শিৰৰ বহ্নি বঝায় তপোময়।
তাৰ তাপে ভৈল জগতে ভয়॥ ৮৫
সঘনে ভূমি কম্পে নিৰন্তৰ।
খলকিল জল সাতো সাগৰ॥
সঞ্চাৰে তাৰা গ্ৰহ অসংখ্যাত।
দশোদিশে ভৈল উলুকাপাত॥ ৮৬
হেন দেখি ভৈল ত্ৰিদশে ত্ৰাস।
স্বৰ্গ এড়ি গৈল ব্ৰহ্মাৰ পাশ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
বোলা হৰি হৰি সমস্ত নৰে॥ ৮৭

---

পাঁ° ৮৫॥—তপোময়—তমোময় [সধূমাগ্নিস্তপোময়ঃ॥—ভাগৱত ৭।৩।৪
জল—ত্ৰাসে

## নৰম্ম কীৰ্ত্তন

ঘোষা ॥ কৃষ্ণ যদুপতি।
ৰামে মোৰ গতি ॥ ৯

পদ ॥ ব্ৰহ্মাক প্ৰণামি বুলিলন্ত দেৱ-ঝাক।
স্থষ্টি নষ্ট হোৱে কেনে নৰাখা আমাক ॥
দৈত্যেন্দ্ৰৰ দেখি ঘোৰ তপৰ দীপিতি।
স্বৰ্গত থাকিবে কাৰ বাপৰ শকতি ॥ ৮৮
ব্ৰহ্মপদ তোমাৰ কৰিবে চাৰে ছন্ন।
ভিন্ন স্থষ্টি কৰিবাক দৈত্যৰ যতন ॥
হেন জানি বিধি কৰিয়োক প্ৰতিকাৰ।
যাৰে নতু নষ্ট হোৱে সমস্ত সংসাৰ ॥ ৮৯
হেন জানি ব্ৰহ্মা লড়ি গৈল হংস-যানে।
তপ কৰি আছে দৈত্যপতি যিটো থানে ॥
তপৰ মহিমা দেখি ভৈলন্ত বিস্ময়।
বোলন্ত উঠিয়ো আৰে কশ্যপ-তনয় ॥ ৯০
শৰীৰৰ মাংসক খাইলেক তোৰ উঁই।
তথাপি আৰাধ মোক এক-চিত্ত হুই।
হেন তপ কৰন্তা নাহিকে সংসাৰত।
যেহি লাগে বৰ আৰে লৈয়ো অভিমত ॥ ৯১

এহি বুলি ব্ৰহ্মা জলে কৰিলন্ত শান্তি।
ভৈল অঙ্গ পূৰ্ণ তপ্ত সুৱৰ্ণৰ কান্তি।
বজ্ৰ-সম সুদৃঢ় তৰুণ কলেৱৰ।
উঠিল মাটিৰপৰা পাছে দৈত্যেশ্বৰ ॥ ৯২
ব্ৰহ্মাক দেখিল হংস-যানে আছে চড়ি।
মিলিল আনন্দ প্ৰণামিল পাৱে পড়ি ॥
হৰিষে লোতক পড়ে ৰোমাঞ্চিত গাৱে।
কৰিল অনেক স্তুতি-নতি নম্ৰভাৱে ॥ ৯৩
বিধাতাক বোলে যদি মোক দিবা বৰ।
তুমি স্ৰজি আছা যত প্ৰাণী নিৰন্তৰ ॥
কাতো হন্তে নুহিবেক মোহোৰ মৰণ।
ত্ৰৈলোক্যৰ লোকে লৌক আমাত শৰণ ॥ ৯৪
নমৰিবো ৰাত্ৰিত দিনত মৃত্যু নৌক।
অস্ত্ৰে-শস্ত্ৰে মাৰিবাক নৱাৰোক মোক ॥
মিলোক মহিমা মোৰ তোমাৰ সমান।
দিয়ো এহি বৰ ব্ৰহ্মা নমাগোহো আন ॥ ৯৫
ব্ৰহ্মায়ে বোলন্ত হাসি শুনা দৈত্যেশ্বৰ।
যদ্যপি দুৰ্ল্লভ বাপ ইটো মহাবৰ ॥
তথাপিতো দিলো বৰ বাঞ্ছা হৌক সিদ্ধি।
এহি বুলি নিজ স্থানে চলি গৈলা বিধি ॥ ৯৬

হেন বৰ পায়া বল বাঢ়িল অশেষ।
ভ্ৰাতৃ-বৈৰী বুলি কৰে মাধৱক দ্বেষ॥
তিনিও লোকক বশ্য কৰি দৈত্য-পতি।
কাঢ়ি লৈল বলে মহেন্দ্ৰৰ অম্ৰাৱতী॥ ৯৭
ভয়ে দাৰুণক ত্ৰিজগতে কৰে সেৱ।
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ বিনা খাটে সৰ্ব্বদেৱ॥
এহিমতে দিব্য ভোগ ভুঞ্জে আসৰিশ।
বহি গৈল অসংখ্যাত সহস্ৰ বৰিষ॥ ৯৮
দেৱতাগণৰ আৰ নাহি সুখ-শান্তি।
নপান্ত উপায় একোমতে গুণি-গান্থি॥
কৃষ্ণৰ চৰণে সবে লৈলন্ত শৰণ।
হৰি বিনা নাহি আউৰ দুৰ্গতি-তাৰণ। ৯৯
এহি বুলি বায়ু ভক্ষি নিদ্ৰা পৰিহৰি।
মাধৱক আৰাধন্ত কষ্ট-ব্ৰত ধৰি॥
কহে কৃষ্ণ-কিঙ্কৰে শঙ্কৰে কৃষ্ণ কথা।
বোলা হৰি হৰি জন্ম নকৰিয়ো বৃথা॥ ১০০

---

পা° ৯৮॥ ভুঞ্জে আসৰিশ॥—ভুঞ্জিয়া অশেষ।

## দশম কীৰ্ত্তন

ঘোষা ॥ এ ৰাম হৰি নিৰঞ্জন ॥ ১০

পদ ॥ দেৱে যেৱে উপাসন্তে আছে।
পড়িল আকাশী বাণী পাছে ॥
দেৱগণ নকৰিবা ভয়।
কৰিবোহো দৈত্যৰ প্ৰলয় ॥ ১০১
ইটো দুঃখ হৈব উপশান্তি।
শুনা তাৰ মৰণৰ খ্যান্তি ॥
তাৰ পুত্ৰ বৈষ্ণৱ প্ৰহ্লাদ।
তাঙ্ক কৰে যৈসানি বিবাদ ॥ ১০২
তেৱে তাক কৰিবো নিৰ্য্যাণ ॥
ভকতেসে জানা মোৰ প্ৰাণ ॥
তান পীড়া শৰীৰে নসহে।
ভকতৰ দুঃখে হৃদি দহে ॥ ১০৩
নিৰ্ভয়ে থাকিয়ো দেৱগণ।
অল্পতে সিজিব প্ৰয়োজন ॥
দেৱগণ নিৱৰ্ত্তিয়া গৈল।
দৈত্যেন্দ্ৰৰ চাৰি পুত্ৰ ভৈল ॥ ১০৪

---

পা° ১০৩ ॥ তান····· নসহে।—আন পীড়া মোৰ হৃদি সহে।

প্ৰহ্লাদ বৈষ্ণৱ ভৈলা আতি।
বিষ্ণুক চিন্তন্ত দিনে ৰাতি॥
ইন্দ্ৰিয়ক কৰিলা নিয়ম।
প্ৰাণীক দেখন্ত আত্মা-সম॥ ১০৫
ৰূপে গুণে বিদ্যাত পাৰ্গত।
নাহি গৰ্ব্ব তথাপি মনত॥
দুঃখতো উদ্বিগ্ন নুহি চিত্ত।
নাহি স্পৃহা সুখতো কিঞ্চিত॥ ১০৬
অসুৰ-স্বভাৱ এড়িলন্ত।
কাম জিনি ভৈল উপশান্ত॥
মহাবৈৰী হুয়া দেৱ-ঝাক।
সাধু বুলি বখানন্ত তাক॥ ১০৭
পাঞ্চ বৰিষতে মহামতি।
ক্ৰীড়া এড়ি কৰন্ত ভকতি॥
নিতান্তে হৰিক কৰে ধ্যান।
হৰি বিনে নেদেখন্ত আন॥ ১০৮
সদায়ে কৃষ্ণৰ গুণ কহে।
চিত্তত ধৰিল কৃষ্ণ-গ্ৰাহে॥
নেড়ে মনে গোৱিন্দৰ পাৱ।
কৃষ্ণত উপজে প্ৰেম-ভাৱ॥ ১০৯

কৃষ্ণক চিন্তন্তে দ্ৰৱে মন।
কেহো বেলা কৰন্ত ক্ৰন্দন॥
কেহো বেলা হাসন্ত আহ্লাদে।
কতো গুণ গাৱন্ত প্ৰহ্লাদে॥ ১১০
গোৱিন্দক আনন্দে ডাকন্ত।
লাজ এড়ি কতোহো নাচন্ত॥
হৰি-বুদ্ধি হোৱে আপুনাক।
কতো কৰে কৃষ্ণৰ চেষ্টাক॥ ১১১
আনন্দে লোতক যায় বহি।
নমাতি থাকন্ত কতো ৰহি॥
হৰিষতে তনু লোমাঞ্চিত।
কৃষ্ণতে একান্ত ভৈল চিত্ত॥ ১১২
এহিমতে কৰন্ত ভকতি।
আন বিষয়ত নাহি ৰতি॥
কৃষ্ণৰ কিঙ্কৰে এহু ভণে।
হৰি হৰি বোলা সৰ্ব্ব জনে॥ ১১৩

---

পা° ১১০॥　চিন্তন্তে—চিন্তায়ে

## একাদশ কীৰ্ত্তন

ঘোষা ॥ **ৰাম হৰি ৰাম হৰি গোপাল গোপাল ॥ ১১**

পদ ॥ শণ্ডামর্ক নামে দুয়ো শুক্রৰ তনয় ।
প্রহ্লাদক পঢ়াৰন্ত শাস্ত্র বামানয় ॥
পঢ়ে আনো অসংখ্যাত দৈত্যৰ ছৱাল ।
মনত প্রহ্লাদে তাক নমানন্ত ভাল ॥ ১১৪

একদিনা দৈত্যেন্দ্রে পুত্রক কোলে লই ।
কিবা পঢ়ি আছা বুলি আনন্দে সোধয় ॥
কাক ভাল মান বাপ কহিয়ো সত্বৰে ।
বুলিলন্ত প্রহ্লাদে পিতৃক অনন্তৰে ॥ ১১৫

শুনা পিতৃ ইটো গৃহ অন্ধকূপ-সৰি ।
তপোবনে একচিত্তে আৰাধিয়ো হৰি ॥
সংসাৰ-সাগৰে ভাল নাহি আত পৰে ।
হেন শুনি হাসি পাছে মাতে দৈত্যেশ্বৰে ॥ ১১৬

কোনবা বৈষ্ণৱে আক কৰে মতি-ভেদ ।
ভালমতে শিশুক পঢ়ায়ো অবিছেদ ॥
শুনি শণ্ডামর্কে প্রহ্লাদক ঘৰে আনি ।
হাসিয়া পুছন্ত বাপ কহ সত্য বাণী ॥ ১১৭

কোনে তোক হেন বিপৰ্য্যয় বুদ্ধি দিল।
কিবা তোৰ মনত আপুনি সম্পজিল॥
শুনিবাক ইচ্ছা কহ কুলৰ নন্দন।
প্ৰহ্লাদে কহিল কৰি কৃষ্ণক বন্দন॥ ১১৮
ব্ৰহ্মা আদি কৰি যত দেৱতা পণ্ডিত।
যাহাৰ পন্থত হোন্ত মায়ায়ে মোহিত॥
যাৰ মায়া-বিভৱৰ নাহি পৰিছেদ।
হেন হৰি কৰন্ত আমাৰ মতি-ভেদ॥ ১১৯
চুম্বকৰ কাছে লোহা ভ্ৰমে যেন ঠানে।
ভিন্ন ভৈল বুদ্ধি মোৰ বিষ্ণু-সন্নিধানে॥
এহি বুলি গুৰুক প্ৰহ্লাদে মৌন ভৈল।
শুনি শণ্ডামৰ্কে তাক গৰ্জ্জিবাক লৈল॥১২০
আন বেত কোবাই মাৰো অৰে দুৰাচাৰ।
মন্দ-বুদ্ধি আমাৰ অনাইলি ক্ষিলিঙ্কাৰ॥
উপজিলি তই দৈত্য-কুলৰ কণ্টক।
ভৈলি বিষ্ণু-পক্ষ ক্ষয় কৰিলি কুলক॥১২১
এহিমতে অনেক উপায়ে দেখাই ভয়।
প্ৰহ্লাদক পৰাৱন্ত শাস্ত্ৰ বামানয়॥
জানিলেক শাস্ত্ৰ গুৰু মনে হেন জানি।
দৈত্যেন্দ্ৰৰ আগে প্ৰহ্লাদক দিলে আনি॥১২২

পিতৃৰ চৰণে পড়ি আছা মহামতি।
দুই হাতে তুলি আশ্বাসিল দৈত্যপতি॥
কোলাত বৈসাই ঘনে ঘনে ঘ্ৰাণে শিৰ।
হাসি প্ৰহ্লাদত কথা সোধে মহাবীৰ ॥১২৩
কিবা সুশোভন পাঠ পড়ি আছা তাত।
গুৰুত শিখিলা কিবা কহিয়ো আমাত॥
শুনিয়া প্ৰহ্লাদে পাছে কহন্ত সাদৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥১২৪

## দ্বাদশ কীৰ্ত্তন

ঘোষা॥ **ও হৰি চৰণে লাগো শৰণ মাগো**
**গোপাল গোৱিন্দ।**
**ভৱ-সিন্ধু মাজে মজিলো মাধৱ**
**সুমৰি নাসয় নিন্দ ॥ ১২**

পদ॥ শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পদ-সেৱন।
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহা অৰ্পণ॥

নৱ বিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পাঠ উত্তম।
হেন শুনি পাছে হিৰণ্যকশিপু
কোপে কাম্পে যেন যম ॥ ১২৫

গুৰুৰ পুত্ৰক চাহি দৈত্যপতি
পাৰিবে লাগিল গালি।
শুন ৰে অধম ব্ৰাহ্মণ শিশুক
এহিসে পাঠ শিকাইলি ॥

শণ্ডামৰ্কে বোলে আনে নিশিখাৱে
ইটো নপঢ়াইলো আমি।
তোমাৰ তনয় স্বভাৱে বোলয়
কোপ এড়া দৈত্য-স্বামী ॥ ১২৬

শুনিয়া হিৰণ্য কশিপু ডুনাই
সোধয় কথা পুত্ৰত।
গুৰু নিশিখাইলে হেন বিমঙ্গল
বাণী বোলা কেনমত ॥

পাᵒ ১২৬ ॥ আনে নিশিখাৱে—আনো নিশিখাও
[ ন পৰপ্ৰণীতং—ভাগৱত ৭।৫।২৮

প্ৰহ্লাদে বোলন্ত শুনিয়োক তাত
বিষয়ীৰ নাহি গতি।
গুৰু-উপদেশে আপুনাত হন্তে
নুপজে কৃষ্ণত ৰতি॥ ১২৭

আপুনি বিষয়ী হুয়া যিটো জনে
বিষয়ীক গুৰু মানে।
যেন অন্ধলোক অন্ধে উপদেশে
বিষ্ণুক সিটো নজানে॥

বৈষ্ণৱক যাৱে নকৰে উপাসা
মোহে অন্ধ মূঢ়-মতি।
শুনা পিতৃ তেৱে কৃষ্ণৰ চৰণ
নোছোৱে তাহাৰ মতি॥ ১২৮

হেন শুনি মহা- ক্ৰোধে দৈত্য-ৰাজ
জ্বলি গৈল অহঙ্কাৰী।
মাটিক লাগিয়া পুত্ৰক পেহলাইল
কোলাৰপৰা আছাৰি।

ৰাক্ষসগণক　　ক্ৰোধে আদেশয়
মাৰ পাপিষ্ঠক বেড়ি।
ভ্ৰাতৃ-বৈৰী বিষ্ণু　　তাকেসে সেৱয়
আমাত সৌহৃদ্য এড়ি॥ ১২৯

প্ৰচণ্ড আদেশ　　শুনিয়া আশেষ
ৰাক্ষস উঠিল ৰাগি।
হাতে শূল ধৰি　　খেখট কৰিয়া
ধাইল প্ৰহ্লাদক লাগি॥

কাট মাৰ বুলি　　বেঢ়িয়া সন্ধানে
দিলেক শূলৰ ঝাক।
বিষ্ণুক সুমৰি　　প্ৰহ্লাদ কুমাৰে
কটাক্ষো নকৰে তাক॥ ১৩০

ভোঠা হুয়া শূল　　পৰিল উফৰি
দেখি আছে সৰ্ব্বজনে।
হেন অদভুত　　দেখি দৈত্য-পতি
পৰম শঙ্কিত মনে॥

---

পা॰　১২৯॥　আমাত সৌহৃদ্য—আমাক সুহৃদ
[ হিত্বা স্বান্ সুহৃদোঽধমঃ—ভাগৱত ৭।৫।৩৫

দিগ্‌গজগণক আদেশ কৰিল
দিগ্‌গজো ভিৰিল দান্তে।
জলত ডুবায়া উপৰে পৰ্ব্বত
পেহ্লায়া কতোহো ঝান্তে॥ ১৩১

মহা সৰ্পগণে বেঢ়িয়া দংশয়
তাৰ দান্ত গৈল ভাগি।
পৰ্ব্বত-শিখৰে তুলিয়া কতোহো
পেহ্লাৱে মাটিক লাগি॥

গাঁত খানি কতো পোতে প্ৰহ্লাদক
কৰাৱে বিষক পান।
হাতে-গলে বান্ধি অগ্নিত পেহ্লাৱে
তথাপি নচাড়ে প্ৰাণ॥ ১৩২

বিষ্ণুৰ চৰণ চিন্তিয়া প্ৰহ্লাদে
আছন্ত নিৰ্ভয়ভাৱে।
দেখি দৈত্যপতি মনত চিন্তয়
শ্ৰুতি নাই তাৰ গাৱে॥

আছোক মৰিব　　　ভয় নুপজয়
নেড়য় আমাৰ পাশ।
ইহাৰ বিৰোধে　　　জানিলো অৱশ্যে
মোহোৰ হৈব বিনাশ॥ ১৩৩

দুৰন্ত চিন্তায়ে　　　শ্ৰী হানি ভৈল
নমাইল মলিন মুখ।
পাছে শণ্ডামৰ্কে　　　বিৰলে বিনাৰে
দৈত্যেন্দ্ৰৰ দেখি দুঃখ॥

প্ৰহ্লাদ-চৰিত্ৰ　　　ৰচিল শঙ্কৰে
কৃষ্ণৰ কিঙ্কৰে এৱে।
বোলা হৰি হৰি　　　সংসাৰক তৰি
বৈকুণ্ঠক যাইবা যেৱে॥ ১৩৪

## ত্ৰয়োদশ কীৰ্ত্তন

ঘোষা ॥ **কেশৱ শিৱ শিৱ ঘুষিয়ো সদায়।**
**ৰাম-নাম বিনা বান্ধৱ নাই ॥ ১৩**

পদ ॥ কিসক দৈত্যেন্দ্ৰ আছা মনত বিকলে।
তিনিও লোকক তুমি জিনিলা একলে ॥
তযু কটাক্ষতে কাম্পে দিগপালগণ।
তোমাৰ চিন্তাৰ কিছু নেদেখো কাৰণ ॥ ১৩৫
হেন জানি হুয়ো ৰাজা মনত সন্তোষ।
শিশু-ছৱালৰ কিছু নধৰিবা দোষ ॥
বৰুণৰ পাশে বান্ধি থৈয়ো কতো কাল।
আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল ॥ ১৩৬
এহি হোক বুলি আদেশিলা দৈত্যেশ্বৰ।
শিখায়োক আক ৰাজনীতি নিৰন্তৰ ॥
হেন শুনি গুৰু-পুত্ৰে আনি প্ৰহ্লাদক।
মহাযত্নে পঢ়াইলন্ত দৈত্যৰ শাস্ত্ৰক ॥ ১৩৭
তাক ভাল নমানয় প্ৰহ্লাদৰ মনে।
কৰিলা নিবিড় চিত্ত কৃষ্ণৰ চৰণে ॥
পঢ়াই শুনাই গুৰু যেৱে গৃহকামে যান্ত।
দৈত্য-শিশুসৱক মাতিয়া শিখাৱন্ত ॥ ১৩৮

দৈত্য-শিশুসবো পাছে আন ক্ৰীড়া এড়ি।
প্ৰহ্লাদক গৌৰৱ কৰিয়া বসে বেড়ি॥
দায়ায়ে প্ৰহ্লাদে দেন্ত হিত উপদেশ।
শুনিয়োক বাণী দৈত্য দানৱ নিঃশেষ॥ ১৩৯
অসাৰ সংসাৰ নাই ইহাত বিশ্বাস।
জানি হৰি ভকতিক কৰিয়ো অভ্যাস॥
মনুষ্যৰ আয়ু শত বৰিষ সংখ্যাত।
অৰ্দ্ধেক বিফলে যায় জানিবা নিদ্ৰাত॥ ১৪০
বিংশতি বৰিষ আয়ু যায় ওমলন্তে।
নেয় দশ বৰিষ ধনক উপাৰ্জ্জন্তে॥
বৃদ্ধকালে যায় শেষ বৰিষ বিংশতি।
একো কাৰ্য্য সাধিবাক নাহিকে শকতি॥ ১৪১
শৰীৰক পীড়ে ব্যাধি চক্ষুৰে নাকলে।
আশা-পাশে বান্ধিয়া গৃহত থাকি গলে॥
হেন জানি শিশুসৱ এড়া আন কৰ্ম্ম।
কৰিয়ো কুমাৰ-কালে ভাগৱত-ধৰ্ম্ম॥ ১৪২
দুৰ্ল্লভ মনুষ্য-জন্ম নকৰা বিফল।
চিন্তা মনে মাধৱৰ চৰণ-কমল॥
হৰিসে সবাৰো আত্মা বান্ধৱ ঈশ্বৰ।
মায়াময় ইটো পুত্ৰ ভাৰ্য্যা কলেৱৰ॥ ১৪৩

আৰ অৰ্থে ব্যৰ্থে কেনে কৰা আয়ু পাত।
সৱাৰো হৃদয়ে বিষ্ণু আছন্ত সাক্ষাত॥
হেন জানি অসুৰ-স্বভাৱ সৱে এড়ি।
সমস্ত প্ৰাণীক পূজা বিষ্ণু-বুদ্ধি কৰি॥ ১৪৪
তেৱেসে অল্পতে তুষ্ট হৈব নাৰায়ণে।
কোননো দুৰ্ল্লভ আছে হৰি সুপ্ৰসন্নে॥
হেন জানি বিষয়ত হুয়োক বিমুখ।
পশু শৰীৰতো পায় বিষয়ৰ সুখ॥ ১৪৫
বাল্য-ক্ৰীড়া এড়ি কৰা মাধৱক ধ্যান।
নাৰদৰ মুখত শুনিলো ইটো জ্ঞান॥
স্বৰূপ কহিলো নাহি ইহাত সংশয়।
বোলা হৰি হৰি হৌক পাপৰ প্ৰলয়॥ ১৪৬

## চতুৰ্দ্দশ কীৰ্ত্তন

ঘোষা॥ **নমো মধু-মুৰ-মথন ৰাম।**
**সংসাৰ-তাপ কৰা উপশাম॥ ১৪**

পদ॥ শুনিয়া পাছে দৈত্য-শিশু-জাক।
প্ৰহ্লাদক হেন বুলিল বাক॥
অন্তেষপুৰে থাকি মহাভাগ।
কিমতে পাইলা নাৰদক লাগ॥ ১৪৭

কহিলা কেনে ঋষি তত্ত্ব-ভেদ।
কৰিয়ো আমাৰ সংশয় ছেদ ॥
বুলিলা প্ৰহ্লাদে হেন বচন।
শুনা পূৰ্ব্ব-কথা বালকগণ ॥ ১৪৮
যৈসানি পিতৃ তপস্যাক গৈল।
দেখি দেৱগণ সংশয় ভৈল ॥
জানিল পিতৃক খাইলেক উঁই।
নগৰ বেঢ়িয়া লগাইল জুই ॥ ১৪৯
দানৱগণ ভয় ভৈলা বৰ।
পুত্ৰ-ভাৰ্য্যা এড়ি দিলা লৰড় ॥
মিলিল দৈত্যৰ আপদ ঘোৰ।
ইন্দ্ৰে ধৰিলেক মাতৃক মোৰ ॥ ১৫০
আপুন স্থানক নেন্ত আঞ্জুৰি।
কান্দন্ত সতী মুখে বস্ত্ৰ ঘুৰি ॥
পাৱে আৰ্ত্তৰাৱ ৰাজ-মহিষী।
দেখিয়া বুলিলা নাৰদ ঋষি ॥ ১৫১
ইহাঙ্ক এড়া এড়া সুৰপতি।
একে পৰ-স্ত্ৰী আৰো মহাসতী ॥

পা° ১৫২ ॥ মহাসতী—গৰ্ভাৱতী, মহামতী, [ সতীং পৰপৰিগ্ৰহম্
—ভাগৱত ৭।৭।৭ ]

মাতিল ইন্দ্রে নাৰদক পাছে।
এইৰ উদৰে শিশু এক আছে॥ ১৫২
তাক মাৰি দিবো এইক মেলানি।
শুনিয়া নাৰদে বুলিলা বাণী॥
নিষ্পাপ পুৰুষ আছে গৰ্ভত।
সাক্ষাতে ইটো মহাভাগৱত॥ ১৫৩
তোমাৰ মাৰিবে নাহি শকতি।
এড়িল হেন শুনি সুৰপতি॥
মাতৃক পাছে প্ৰদক্ষিণ কৰি।
স্বৰ্গত গৈলন্ত মোক সাদৰি॥ ১৫৪
মাতৃক ঋষি-আশ্ৰমত থৈল।
আশ্বাস কৰিয়া বুলিবে লৈল॥
যাৱদেকে নাসে তোমাৰ স্বামী।
নিৰ্ভয়ে থাকিয়ো পালিবো আমি॥ ১৫৫
শুনিয়া মাৱে ভয় পৰিহৰি।
থাকিল ঋষিক শুশ্ৰূষা কৰি॥
দায়ালু নাৰদ পিতৃ-সমান।
মাতৃক দিলন্ত পৰম জ্ঞান॥ ১৫৬
ভক্তিৰ লক্ষণ সৱে কহিলা।
গৰ্ভতে মোক উপদেশ দিলা॥

মাতৃ পাসৰিলে লভিয়া স্বামী।
ঋষিৰ প্ৰসাদে সুমৰো আমি ॥ ১৫৭
কহিলো তোমাত সবে স্বৰূপ।
জানি হিয়ে চিন্তা কৃষ্ণৰ ৰূপ ॥
আত পৰে পুণ্য লোকত নাই।
কেতিক্ষণে পড়ে ক্ষণিক কায় ॥ ১৫৮
এড়িয়ো আত অহম্মম ভাব।
দৃঢ় কৰি ধৰা কৃষ্ণৰ পাৱ ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
হৰি হৰি বোলা সমস্ত নৰে ॥ ১৫৯

## পঞ্চদশ কীৰ্ত্তন

ঘোষা ॥ **দুৰাচাৰ মন মোৰ ৰাম হৰি বোল।**
**ৰাম হৰি বোল ৰাম হৰি বোল ॥ ১৫**

পদ ॥ কৃষ্ণৰ চৰণে হৈবে যিমতে ভকতি।
শুনা সাৱধানে তাক থিৰ কৰি মতি ॥
বিষ্ণু-ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমতে ॥ ১৬০

লৈয়া উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃত মানে কৃষ্ণতে অৰ্পিব॥
কৃষ্ণ-কথা-শ্রৱণত শুদ্ধ হৈব মন।
সৰ্ব্বদায়ে কৰিবেক কৃষ্ণৰ কীৰ্ত্তন॥ ১৬১

কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত॥
হেন জানি প্ৰাণীক কৰিবা সতকাৰ।
তেৱেঁসে কৃষ্ণত ৰতি হৈবেক তোমাৰ॥ ১৬২

হৰিৰ সেৱাত কিছু নাহিকে প্ৰয়াস।
আপুনি লৈবন্ত হৰি হৃদয়ত বাস॥
আপুনি জীৱৰ সাক্ষী কৃষ্ণ কৃপাময়।
তাঙ্ক এড়ি সামান্যক সেৱে দুৰাশয়॥ ১৬৩

ধন জন প্ৰাণ পুত্ৰ যত পৰিয়াৰ।
সমস্তে অৱস্তু অণুমাত্ৰো নুহি সাৰ॥
হেন অনুমানি মাধৱত কৰা ৰতি।
ইহ পৰলোকে হৰি-চৰণেসে গতি॥ ১৬৪

নলাগে ভক্তিতে দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সন্তৃত শাস্ত্ৰ বিস্তৰ জানিবে॥

পা° ১৬১॥ সুকৃত—সুকৃতি [ সৰ্বলবধাৰ্পণেন—ভাগৱত ৭।৭।৩০ ,

তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিতে তুষ্ট হোন্ত নাৰায়ণ ॥ ১৬৫
যক্ষ ৰক্ষ স্ত্ৰী শূদ্ৰ দৈত্য ব্ৰজবাসী।
পক্ষী মৃগো বিষ্ণু ভৈল কৃষ্ণক উপাসি ॥
জানি দৈত্য-শিশুসব হুয়ো একমতি।
হৰিত কৰিয়ো সবে একান্ত ভকতি ॥ ১৬৬
এহি মাত্ৰ মহাপুৰুষাৰ্থ পুৰুষৰ।
শ্ৰৱণ কীৰ্ত্তন কৰিবেক নিৰন্তৰ ॥
সমস্ত ভূততে দেখিবেক নাৰায়ণ।
আত পৰে আন ধৰ্ম্ম সবে বিড়ম্বন ॥ ১৬৭
হেন শুনি নিৰন্তৰে দৈত্য-শিশুগণ।
প্ৰহ্লাদৰ উপদেশে ভেদিলেক মন ॥
গুৰুৰ শিক্ষাত আউৰ কেহো নেদে মতি।
ভাগৱত ধৰ্ম্মত সৱাৰ ভৈল ৰতি ॥ ১৬৮
শুনে কৃষ্ণ কথাক মনত চিন্তে হৰি।
ৰাম-নাম গাৱে বাৰে বেড়িয়া চাপৰি ॥
দেখি ক্ৰোধে শণ্ডামৰ্কে দণ্ডি কৰে আনি।
তথাপি আটাস পাৰি বোলে ৰাম-বাণী ॥ ১৬৯
অদ্ভুত দেখিয়া দুয়ো গুৰু গৈল ডৰি।
দিলেক লৰড় প্ৰহ্লাদৰ হাতে ধৰি ॥

ৰাজাত বিনাৰে তযু পুত্ৰ ভৈল নষ্ট।
আনোসৱ শিশুক কৰিলে সৱে ভ্ৰষ্ট ॥ ১৭০
নপঢ়য় শাস্ত্ৰ আৰো প্ৰভু একো ছাত্ৰ।
মৰণকো নগণয় ৰাম বোলে মাত্ৰ ॥
আমাক দণ্ডিবা পাছে দিলো আসি জান।
বোলা হৰি হৰি হোক পাপৰ নিৰ্য্যাণ ॥ ১৭১

## ষোড়শ কীৰ্ত্তন

ঘোষা ॥ **ৰাম-পাৱে ভজ ভাই।**
**ঘুষিয়ো হৰি সদায় ॥ ১৬**

পদ ॥ হিৰণ্যকশিপু শুনিয়া হেন।
ক্ৰোধত আতি কাম্পে যম যেন ॥
ঝঙ্কাৰে মাথা কৰি আতি দৰ্প।
লাঠি পাই যেন ফোঙ্কাৰে সৰ্প ॥ ১৭২
প্ৰহ্লাদে আছে অৱনত-কায়।
কৃতাঞ্জলি কৰি পিতৃক চাই ॥
অসুৰে গৰ্জ্জয় কটাক্ষে চাই।
খাইবো আজি তোৰ মুণ্ড পুতাই ॥ ১৭৩
শুন ৰে বৰ্ব্বৰ নগণ মোক।
দেখাইবো আজি যমপুৰী তোক ॥

---

পা° ১৭০ ॥ বিনাৱে—জোগাৱে, জনাৱে

ত্ৰিদশে কাম্পে দেখি মোৰ খঙ্গ।
কৰস কেনে তঞি আজ্ঞা-ভঙ্গ ॥ ১৭৪
শুনিয়া প্ৰহ্লাদে বোলয় বাণী।
সবাতো বৰ প্ৰভু চক্ৰপাণি।
আছোক তুমি আমি কোন জন।
ব্ৰহ্মা হৰে সেৱে যাৰ চৰণ ॥ ১৭৫
তেহেন্তে পৰম ঈশ্বৰ দেৱ।
বিষ্ণুত পৰে আন নাহি কেৱ ॥
আপুন মায়াৰ বলে অনন্তে।
স্ৰজন্ত পালন্ত সংহৰে অন্তে ॥ ১৭৬
জানি পিতৃ এড়া অসুৰ-কাম।
আপুন মন কৰা উপশাম ॥
শত্ৰু মিত্ৰ সৱ কৰিয়ো সম।
এহিসে কৃষ্ণৰ ভক্তি উত্তম ॥ ১৭৭
নিজিনি শৰীৰৰ শত্ৰুচয়।
জিনিলো দশোদিশ হেন কয় ॥
জানিয়া পিতৃ এড়া অহঙ্কাৰ।
ভজিয়ো কৃষ্ণক কহিলো সাৰ ॥ ১৭৮

---

পা° ১৭৫ ॥ ব্ৰহ্মা হৰে—ব্ৰহ্মা আদি [ ব্ৰহ্মাদয়ো—ভাগৱত ৭।৮।৮
১৭৭ ॥ মন—কাম

শুনিয়া হিৰণ্যে বোলে বচন।
জানিলো তোৰ মৰিবাক মন ॥
মোক বিকৰ্থস অৰে বৰ্ব্বৰ।
মোত পৰে আছে আউৰ ঈশ্বৰ ॥ ১৭৯
পেহ্লাইবো কাটি তোক খাণ্ডা ধৰি।
দেখো কেনমতে ৰাখন্ত হৰি ॥
হৰিসে যদি জগতৰ ঈশ।
কৈত আছে তাৰ কহ উদ্দিশ ॥ ১৮০
শুনিয়া প্ৰহ্লাদে বোলয় বাণী।
ব্যাপক বিভু প্ৰভু চক্ৰপাণি ॥
সৰাতো আছন্ত জগত-স্বামী।
স্ফটিকৰ তম্ভে দেখোহো আমি ॥ ১৮১
শুনি দৈত্যপতি দান্ত কামুৰি।
ডাবৰ খড়্গ লৈল আজুৰি ॥
আসনৰ হন্তে আটোপে উঠি।
ভাঙ্গিল তম্ভত হানিয়া মুঠি ॥ ১৮২
তম্ভৰ ভিতৰে শুনিল নাদ।
প্ৰলয়-মেঘৰ যেন সম্বাদ ॥
ফুটিল কটাহ ভৈল বিস্ময়।
ত্ৰিদশে বোলন্ত মিলে প্ৰলয় ॥ ১৮৩

যত বুঢ়া দৈত্য আছে চৌপাশে।
কাম্পে পৃথিৱীত পড়িয়া ত্ৰাসে॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
বোলা হৰি হৰি সমস্ত নৰে॥ ১৮৪

### সপ্তদশ কীৰ্ত্তন

ঘোষা॥ **ও হৰি নৰহৰি হৰিয়ো কুমতি।**
**অন্ত-কালে হৰি-চৰণেসে গতি॥ ১৭**

পদ॥ শুনি দৈত্যেন্দ্ৰৰ অন্তৰীক্ষ ভৈল ধাতু।
কোনে দিলে আটাস নেদেখি তাৰ হেতু॥
সত্য কৰিবাক লাগি নিজ-ভৃত্য-বাণী।
তম্ভতে বেকত ভৈলা প্ৰভু চক্ৰপাণি॥ ১৮৫
অদ্ভুত দেখিয়া দৈত্যপতি ভৈল চুপ।
নুহি সিংহ নুহি ইটো মনুষ্যৰ ৰূপ।
ঘোৰ_মূৰ্ত্তি ধৰি নৰসিংহ ভৈলা বাজ।
মহাত্ৰাসে কাম্পে দেখি দানৱ-সমাজ॥ ১৮৬
তপ্ত সুৱৰ্ণৰ সম জ্বলে চক্ষু দুই।
পৰ্ব্বত-সমান কায় আছে স্বৰ্গ ছুই॥

---

পাঃ ঘোষা ১৭॥ ও হৰি—এ হৰি
হৰি-চৰণেসে—মাধৱৰ চৰণে

শৰীৰৰ ৰোম চন্দ্ৰ-সম শুক্ল-বৰ্ণ।
তুলি আছে ঊৰ্দ্ধক তবধ দুই কৰ্ণ॥ ১৮৭
বাইলা মুখ আতি গিৰি-গহ্বৰ-পৰায়।
প্ৰচণ্ড বতাস যেন নিশ্বাস বঝায়॥
প্ৰকাশয় কেশ শিৰে ৰবিৰ কিৰণ।
ভ্ৰূকুটি-কুটিল মুখ বিকট দশন॥ ১৮৮
লহ লহ কৰে জিহ্বা যেন ক্ষুৰ-ধাৰ।
জ্বলে বাহু শত তীক্ষ্ণ নখে চমৎকাৰ॥
বহল হৃদয় দীৰ্ঘ গ্ৰীৱা কৃশ কটি।
জিহ্বা মেলি আছ দুয়ো দশন প্ৰকটি॥ ১৮৯
হেন দেখি দৈত্যেন্দ্ৰ মনত গুণে ডৰি।
আমাক বধিবে বিষ্ণু আইলা মায়া কৰি॥
মনে বিমৰিষি পাছে গদাক উচাই।
দানৱ-মাতঙ্গ গৈল নৃসিংহক ধাই॥ ১৯০
নেদেখিয় দৈত্যেন্দ্ৰক নৃসিংহৰ পাশে।
লুকায় পতঙ্গ যেন অগনিত ঝাসে॥
ছিদ্ৰ চাহি পাক ফুৰে দৈত্য দুৰাচাৰ।
নৃসিংহক দিল ঘোৰ গদাৰ প্ৰহাৰ॥ ১৯১
এড়াইলন্ত নৰসিংহে কাতি কৰি কায়।
পাঞ্জৰত ফুৰে দৈত্য পতঙ্গ-পৰায়॥

গদায়ে সহিতে ধৰিলন্ত দিয়া চাম্প ।
গৰুড়ৰ হাতত বাজিল যেন সাপ ॥ ১৯২
এড়াইল হাতৰ দৈত্য আৰি-মুৰি কৰি ॥
লীলায়ে এড়িলা তাক আপুনি নৃহৰি ॥
দেখি দেৱগণে আতি কৰি হৃদি-খেদ ।
হৰি হৰি নভৈল দুঃখৰ পৰিছেদ ॥ ১৯৩
দৈত্যেশ্বৰে বোলে বল কণ্টালিলো আৰ ।
কৈক যাইবি নৰসিংহ কৰিবো দোহাৰ ॥
এহি বুলি খাণ্ডা বাৰ্ধ ধৰি সেহি ছেগে ।
শ্ৰম কৰি পক্ষী যেন ধাইল মহাবেগে ॥ ১৯৪
ঘোৰ নাদ তেজি অধে-উৰ্দ্ধে ফুৰে পাক ।
বাৰ্ধতে লুকায় কায় নাকলিয় তাক ॥
প্ৰহাৰিবে লাগি ছিদ্ৰ চাহে মহাসুৰ ।
বোলা হৰি হৰি পাপ হোক মধিমূৰ ॥ ১৯৫

## অষ্টাদশ কীৰ্ত্তন

ঘোষা ॥ **হৰি ৰাম মুকুন্দ মুৰাৰি মোৰ গতি ।**
**কৃষ্ণ কৃপা কৰা প্ৰভু ত্ৰাহি ৰঘুপতি ॥**

পদ ॥ দানৱ ফুৰন্তে যেৱে আছে ।
দেখি খঙ্গে নৰসিংহে পাছে ॥

---

পা° ঘোষা ১৮॥ প্ৰভু ত্ৰাহি—মোক প্ৰভু ।

কম্পাই শিৰ কেশৰ উল্লাসি।
তুলিলা আটাস ঘোৰ হাসি॥ ১৯৬
স্বৰ্গক ভেদিল ঘোৰ ৰিঙ্গে।
বেগে চাম্প দিলা নৰসিংহে॥
আলাগতে দৈত্যক ধৰিল।
নাহি মাত চেতন হৰিল॥ ১৯৭
সৰ্পে যেন ধৰিল ইন্দুৰ।
নিশবদ দানৱ দ্বন্দুৰ॥
সাধিবাক লাগি দেৱ-কাজ।
দ্বাৰৰ কৰিলা তাক বাজ॥ ১৯৮
চিত কৰি উৰুত থাপিলা।
নখে তাৰ হিয়া বিদাৰিলা॥
যেহেন সৰ্পক পাৱে ভিৰি।
গৰুড়ে পেলাইল ঠোটে ছিৰি॥ ১৯৯
চক্ষু পকাই দৈত্য-অন্তকাৰী।
চেলেকন্ত জিহ্বায়ে কৰাৰি॥
ৰুধিৰে-দিগিধ-দেহা হুই।
শিৰত মেহ্রাইলা আন্ত দুই॥ ২০০
দেখি দৈত্য-কটকে কিটাইল।
অস্ত্র-শস্ত্র ধৰ্ৰি ক্ৰোধে ধাইল॥

নৃসিংহ পেহ্লাইল দৈত্যেন্দ্ৰক।
গৈল খেদি দানৱগণক ॥ ২০১

কাকো নখে কৰি দুই চিৰ।
টোকৰে ছিণ্ডিলা কাৰো শিৰ ॥
কাকো গোড়ে মাৰি ঘৰাকাতি।
সংহৰিল দানৱ-পদাতি ॥ ২০২

দৈত্য জিনি তেজিলা আটাস ॥
পলায় দিগ্‌গজ হুয়া ত্ৰাস ॥
ঝঙ্কাৰন্তে শিৰৰ কেশৰ।
উড়ায় সৱে বিমান স্বৰ্গৰ ॥ ২০৩

খলকে সাগৰ শ্বাস লাগি।
বেগত পৰ্ব্বত পড়ে ভাগি ॥
নৃসিংহৰ চৰণৰ গতি।
টলবল কৰে বসুমতী ॥ ২০৪

চক্ষুৰ ৰশ্মিত ভৈল ছন্ন।
নিপ্ৰভ সমস্তে গ্ৰহগণ ॥
দৈত্যেন্দ্ৰৰ দিব্য সিংহাসনে।
বসিল নৃসিংহ কোপ-মনে ॥ ২০৫

---

পাং পদ ২০১ ॥ নৃসিংহ পেহ্লাইল—নৃসিংহও ধাইল

খুজি আৰ নপাণ্ড যুঝাৰ ।
ক্ৰোধে মুখ দেখি অন্ধকাৰ ॥
দেখি ত্ৰিজগতে ভৈল ভয় ।
আজি যোনো মিলয় প্ৰলয় ॥ ২০৬
শুনি পাছে দৈত্যৰ নিৰ্য্যাণ ।
ৰঙ্গে আইল দেৱৰ বিমান ॥
জোঙ্কাৰন্ত আকাশক ছন্নি ।
কৰে দেৱে দুন্দুভিৰ ধ্বনি ॥ ২০৭
দেৱৰ সুন্দৰীগণ আসি ।
পুষ্প বৰিষন্ত হাসি হাসি ॥
প্ৰধান গন্ধৰ্ব্বে গীত গাৱে ।
বিদ্যাধৰে মৃদঙ্গ বজাৱে ॥ ২০৮
অপেসৰাগণে কৰে নৃত্য ।
ভৈলন্ত ত্ৰিদশে কৃতকৃত্য ॥
কহে কৃষ্ণ-কিঙ্কৰ শঙ্কৰে ।
বোলা হৰি হৰি সৱ নৰে ॥ ২০৯

---

পা° ২০৬ ॥ মুখ—চক্ষু [ প্ৰচণ্ডৱক্ত্ৰং—ভাগৱত ৭।৮।৩৪

## উনবিংশ কীৰ্ত্তন

ঘোষা ॥ **হৰি মাধৱ মধু-ৰিপু মুৰাৰি ৰাম।**
**কৃষ্ণৰ চৰণে কৰো পড়িয়া প্ৰণাম ॥ ১৯**

পদ ॥ অনন্তৰে শিৰত ধৰিয়া কৃতাঞ্জলি।
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱগণ গৈলা চলি ॥
বৈকুণ্ঠৰপৰা পাৰিষদগণ আসি।
থাকি গৈলা নৃসিংহৰ চৌপাশে উপাসি ॥ ২১০
পৃথকে পৃথকে স্তুতি কৰিবাক লৈলা।
প্ৰথমতে ব্ৰহ্মা কৰযোড়ে আগ ভৈলা ॥
প্ৰণামো অনন্ত তুমি দুৰন্ত-শকতি।
লীলায়ে সংহৰি প্ৰভু কৰা সৃষ্টি স্থিতি ॥ ২১১
কেমনে জানিবো তযু বল-পৰাক্ৰম।
এহি বুলি ব্ৰহ্মাদেৱ পড়িল নিজম ॥
অনন্তৰে শঙ্কৰে বুলিল স্তুতি-বাণী।
মাৰিলা অসুৰ ইটো আতি অল্প-প্ৰাণী ॥ ২১২
তোমাৰ কোপত হোৱে জগতে প্ৰলয়।
ভক্ত প্ৰহ্লাদক প্ৰভু পালিবে লাগয় ॥
এহি বুলি মহাদেৱ থাকিল নিচুকি।
আগ বাঢ়ি ইন্দ্ৰে স্তুতি কৰিল উৎসুকি ॥ ২১৩

পা° ঘোষা ১৯ ॥ হৰি মাধৱ—মাধৱ

দৈত্যে আক্ৰমিলে প্ৰভু আমাৰ হৃদয় ।
সপনে সচেতে আমি দেখো দৈত্যময় ॥
দানৱক মাৰি আৰে খণ্ডিলা দুৰ্গতি ।
কোননো নসাধে প্ৰভু তোমাত ভকতি ॥ ২১৪
ঋষিগণে বোলে নমি ভৈল মহাৰঙ্গ ।
কৰিলেক আমাৰ পাতকী তপভঙ্গ ॥
তাক মাৰি সাধিলা আমাৰ মনোৰথ ।
দুনাই থাপিলা জগন্নাথ ধৰ্ম্ম-পথ ॥ ২১৫
পিতৃগণে বোলে নৃসিংহক নমি বাক ।
পুত্ৰগণে দেয় শ্ৰাদ্ধ যতেক আমাক ॥
দৈত্যেন্দ্ৰে আপুনি ভুঞ্জে সবে কাঢ়ি নিয়া ।
কিনো ৰঙ্গ ভৈল তাৰ বিদাৰিলা হিয়া ॥ ২১৬
নাগগণে বোলে নৃসিংহক আগ বাঢ়ি ।
ভাল ভাল স্ত্ৰীক মানে আনিলেক কাঢ়ি ॥
সাধিলা আনন্দ তাৰ হৃদয় বিদাৰি ।
প্ৰণামো অনন্ত ভকতৰ ভয়হাৰী ॥ ২১৭
বৈতালিকগণে বোলে শুনিয়ো গোসাঁই ।
দেৱৰ সভাত ফুৰো তযু গুণ গাই ॥

---

পা° পদ ২১৪ ॥ সপনে—সোপনে, সপোনে
২১৮ ॥ বৈতালিক—বৈমানিক [ শ্ৰীবৈতালিকা উচুঃ—ভাগৱত

তাকো নিষেধিলে দুষ্ট দানৱ দুৰ্ব্বাৰ।
তাক মাৰি ব্যাধি যেন গুচাইলা আমাৰ॥ ২১৮
পাৰিষদগণে বোলে চৰণে নমিলো।
তোমাৰ নৃসিংহ-ৰূপ আজিসে দেখিলো॥
তযু ভৃত্য ভৈল ইটো দৈত্য শাপ পায়া।
নমাৰিলা প্ৰভু আক কৰিলাহা দায়া॥ ২১৯
এহিমতে আনো দেৱে কৰিলন্ত স্তুতি।
যুধিষ্ঠিৰ ৰাজাত নাৰদ নিগদতি॥
তথাপি নুগুচে নৃসিংহৰ মহাক্ৰোধ।
দেখি দেৱগণে দেন্ত লক্ষ্মীক প্ৰবোধ॥ ২২০
স্বামীৰ গুচায়ো ক্ৰোধ জগতৰ মাৱ।
শুনি লক্ষ্মী দেৱী উঠি চালিলন্ত গাৱ॥
নৃসিংহৰ মহা ভয়ঙ্কৰ ৰূপ দেখি।
ডৰে উলটিলা দেৱী মুদি দুয়ো আখি॥ ২২১
পাছে প্ৰহ্লাদক ব্ৰহ্মা লগাইলন্ত মাত।
নৃসিংহৰ কোপ বাপ কৰা উপশান্ত॥
পৰম ভকত তঞি হিৰণ্য-তনয়।
বোলা হৰি হৰি হোক পাপৰ প্ৰলয়॥ ২২২

## বিংশ কীৰ্ত্তন

ঘোষা ॥ ও হৰি ৰাম নাৰায়ণ যাদৱানন্দ
দূৰ কৰা মোৰ মায়া ।
বিষয়-ব্যাধিৰ ঔষধি মাগো
ভকতি-অমিয়া ॥ ২০

পদ ॥ ব্ৰহ্মাৰ বচন সাদৰি প্ৰহ্লাদে
ধীৰে ধীৰে গৈলা চলি ।
ভূমিত পড়িয়া আছন্ত প্ৰহ্লাদ
শিৰে ধৰি কৃতাঞ্জলি ॥

পাৱত পড়িয়া আছয় প্ৰহ্লাদ
দেখি নৰসিংহে হাসি ।
স্নেহত স্ৰৱয় নয়নৰ নীৰ
তুলিলা হাতে উল্লাসি ॥ ২২৩

হস্ত-পদ্মে তাৰ পৰশিল শিৰ
পৰম নিৰ্ভয় দিয়া ।
দেখি প্ৰহ্লাদৰ তনু লোমাঞ্চিত
আনন্দে দ্ৰৱিল হিয়া ॥

হৰিষে লোতক স্ৰবে প্ৰহ্লাদৰ
চৰণ চিন্তিয়া আছে।
যুড়ি দুয়ো হাত গদগদ মাতে
স্তুতি কৰিলন্ত পাছে ॥ ২২৪

ব্ৰহ্মা সিদ্ধ মুনি আজিও নজানে
পূজিবে তোমাৰ পাৱ।
কিবা স্তুতি-নতি কৰিবোহো আমি
অসুৰ ক্ৰূৰ-স্বভাৱ ॥

ধন-জন-তপ- প্ৰভাৱে তোমাক
আৰাধিবে শক্য নাই।
গজেন্দ্ৰে কেৱলে ভকতি কৰিলে
পৰম আপদ পাই ॥ ২২৫

যিটো চাণ্ডালৰ কায় বাক্য মনে
সদায়ে স্মৰে হৰি।
আছে বাৰ ব্ৰত যিটো ব্ৰাহ্মণৰ
সিসি শ্ৰেষ্ঠ তাতো কৰি ॥

পা° ২২৫ ॥ শক্য—শঙ্কা

সিটো মহাগৰ্ব্বী বিপ্রে আপুনাক
পৱিত্ৰ কৰিবে নাৰে।
ভকত চাণ্ডালে আপুনাকো তাৰে
পুৰুষ কোটি উদ্ধাৰে॥ ২২৬

তুমি জগজীৱ তোমাক পূজিলে
মিলে আপুনাতে যাই।
যেন মুখ-শ্ৰীক প্ৰতিবিম্ব মুখে
দেখিয় দৰ্পণ চাই॥

হেন জানি মঞি মতি অনুসাৰে
ভজিলো তোমাৰ পাৱ।
ব্ৰহ্মা আদি দেৱ- গণ ডৰে মৰে
এড়িয়ো ক্ৰুদ্ধ স্বভাৱ॥ ২২৭

ভয়ঙ্কৰ কোপ দেখিয়া তোমাৰ
প্ৰভু মোৰ ভয় নাই।
সংসাৰ-চক্ৰৰ নিকাৰ দেখিয়া
সদায় ধাতু উড়াই॥

---

পা° ২২৬॥ পুৰুষ কোটি—সমস্তে কুল, পুৰুষ সৱে
[ পুনাতি স কুলং—ভাগৱত ৭।৯।১০

তোমাৰ চৰণ- ছত্ৰৰ ছাঁয়াক
কৈসানিনো দিবা মোক।
কহিয়ো উপায় কিমতে এড়াঞো
নিদাৰুণ দুঃখ-শোক ॥ ২২৮

তথু হস্ত-পদ্ম শিৰে দিলা মোৰ
কি ভৈল মহা-আহ্লাদ।
ব্ৰহ্মা হৰ লক্ষ্মী দেৱীও নপান্ত
তেসম্বো হেন প্ৰসাদ ॥

সমস্তে ভূতৰে তুমিসি আতমা
হৃদয়-পৰম-গুৰু।
তথাপি সেৱাৰ অনুসাৰে কৃপা
কৰা যেন কল্পতৰু ॥ ২২৯

কিমতে ভকতি কৰো পাঞ্চেন্দ্ৰিয়ে
পাঞ্চদিকি লাগি ধৰে।
যেন গৃহস্থক অনেক সপত্নী-
সকলে আকুল কৰে ॥

---

পা° ২৩০ ॥ পাঞ্চেন্দ্ৰিয়ে—পাঞ্চ ইন্দ্ৰি
পাঞ্চদিকি—পাঞ্চদিগি

ভৱ-বৈতৰণী- মাজে মজিলোহো
নেড়ে মোক শোক-ভয়।
তোমাৰ চৰণে শৰণ পশিলো
কৃপা কৰা কৃপাময় ॥ ২৩০

আৰু বহুবিধ স্তুতি কৰি আগে
প্ৰহ্লাদ পড়িয়া আছে।
ভৈলন্ত প্ৰসন্ন ক্ৰোধ-ভাৱ এড়ি
হৰি হাসিলন্ত পাছে ॥

প্ৰহ্লাদক চাই আনন্দে বোলন্ত
তিনিও লোকৰ স্বামী।
বোলা হৰি হৰি সংসাৰক তৰি
হুয়োক বৈকুণ্ঠ-গামা ॥ ১২৩

### একবিংশ কীৰ্ত্তন

ঘোষা ॥ **স্বামী ৰাম নেৰো আৰো চৰণ তোমাৰ।**
**দূৰ কৰা সংসাৰ-নিকাৰ ॥ ২১**

পদ ॥ বোলন্ত প্ৰহ্লাদ উঠ উঠ।
তোৰ ভক্তি ভৈলো মহা তুষ্ট ॥

লৈয়ো বৰ তোৰ যেন মন।
বৃথা নোহে মোক দৰিশন ॥ ২২৩
মোক দেখিলেক যিটোজন।
নাহি তাৰ পুনৰাগমন ॥
ভকতৰ পূৰো মনোৰথ।
দেঞো কাম মোক্ষ ধৰ্ম্ম অৰ্থ ॥ ২৩৩
এহি বুলি প্ৰলোভন্ত বৰে।
নবাঞ্ছন্ত প্ৰহ্লাদ কুমৰে ॥
ভক্তিসি পৰম লাভ জানি।
বিষ্ণুক বোলন্ত হাসি বাণী ॥ ২৩৪
জানো প্ৰভু পৰীক্ষা আমাক।
সিহেতু বুলিলা হেন বাক ॥
বাঞ্ছে ফল তযু কৰি কৃত্য।
সিটো বাণিজাৰু নোহে ভৃত্য ॥ ২২৫
তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী ॥
নাহি কাম আমাৰ অন্যথা।
নুহি ৰাজ-সেৱকৰ যথা ॥ ২৩৬
শুনি নৰসিংহে হাসিলন্ত।
জানো তঞি ভকত একান্ত ॥

তথাপিতো ইটো মন্বন্তৰ।
হুয়া থাকা দৈত্যৰ ঈশ্বৰ॥ ২৩৭

সদায়ে শুনিবি মোৰ কথা।
মোৰ ৰূপ চিন্তিবি সৰ্ব্বথা॥
কীৰ্ত্তনে পলাইব পাপচয়।
ভোগ্য ভুঞ্জি পুণ্য কৰা ক্ষয়॥ ২৩৮

তোৰ যশে ব্যাপিব জগতে।
ৰাত্রি-দিনে মোক সুমৰন্তে॥
সৱে কৰ্ম্ম-বন্ধ হৈব ক্ষীণ।
অন্তকালে মোতে যাইবা লীন॥ ২৩৯

তোৰ মোৰ কথা যিটো নৰে।
তোক মোক সময়ত স্মৰে॥
সিওজনে মোক পাইব আসি।
প্ৰহ্লাদে মাতন্ত পাছে হাসি॥ ২৪০

তযু পাৱে মাগো এক বৰ।
তুমি প্ৰভু জগত-ঈশ্বৰ॥
তোমাক নিন্দিলে পিতৃ মোৰ।
সিজিল পাতক মহা ঘোৰ॥ ২৪১

---

পা° ২৩৯॥ অন্তকালে—ভেৱে চিত্ত

তাত হন্তে পিতৃ নিস্তৰোক।
হেন অনুগ্ৰহ কৰিয়োক॥
তুমি দীন দায়াশীল দেৱ।
তোমাৰ চৰণে কৰো সেৱ॥ ২৪২

কহে কৃষ্ণ-কিঙ্কৰ শঙ্কৰে।
নেৰিবা কীৰ্ত্তন একো নৰে॥
আজি কালি মিলিবে মৰণ।
হৰি হৰি বোলা সৰ্ব্বজন॥ ২৪৩

## দ্বাবিংশ কীৰ্ত্তন

ঘোষা॥ **ও হৰি নমো দামোদৰ যাদৱানন্দ**
**দুঃখ নিবেদিবো কত।**
**নভৈল ভকতি ইহ মনুষ্য জন্মত॥ ২২**

পদ॥ নৃসিংহে বোলন্ত হাসি শুনিয়ো প্ৰহ্লাদ।
দিবাক নলাগে তোক ইসব প্ৰসাদ॥
পৰম বৈষ্ণৱ তই পুত্ৰ ভৈলি যাৰ।
একৈশ পুৰুষ তাৰ কৰিলি নিস্তাৰ॥ ২৪৪

যৈত থাকে মোৰ ভক্ত উদাৰ-চৰিত্ৰ।
কীট-পতঙ্গকো তথা কৰয় পৱিত্ৰ॥
নকৰে প্ৰাণীক হিংসা নাহি একো স্পৃহা।
আমাত অৰ্পণা কৰে আপুনাৰ দেহা॥ ২৪৫
ভকততে শ্ৰেষ্ঠ তই পাইলি বাঞ্ছা-সিদ্ধি।
কৰিয়ো পিতৃৰ প্ৰেত-কাৰ্য্য যেন বিধি॥
মোতে চিত্ত দিয়া কাৰ্য্য কৰিয়ো সন্তোষে।
তেৱে কি কৰিবে আৰ সংসাৰৰ দোষে॥ ২৪৬
নৃসিংহৰ আদেশে প্ৰহ্লাদ দৈত্য-ৰাজ।
কৰিলন্ত পিতৃৰ যতেক প্ৰেত-কাজ॥
ব্ৰহ্মায়ে দেখন্ত পাছে নৃসিংহ প্ৰসন্ন।
ত্ৰিদশে সহিতে উঠি বুলিলা বচন॥ ২৪৭
দেৱ দেৱ জগন্নাথ কৰো নমস্কাৰ।
পাপিষ্ঠক মাৰি প্ৰীতি সাধিলা আমাৰ॥
মোত বৰ পায়া কাকো কটাক্ষ নকৰে।
আচৰিল দ্ৰোহ মহাদৈত্যে জগতৰে॥ ২৪৮
তাহান তনয় মহাবৈষ্ণৱ প্ৰহ্লাদ।
গুচাইলা তোমাৰ ক্ৰোধ মিলাইলা আহ্লাদ॥
নৃসিংহে বোলন্ত ব্ৰহ্মা শুনিয়ো উত্তৰ।
আৰ বাৰ দৈত্যক নিদিবা হেন বৰ॥ ২৪৯

স্বভাৱে দুৰ্জ্জন দৈত্য একোৱে নমানে।
যেন বল বাঢ়য় সৰ্পৰ দুগ্ধ-পানে॥
এহি বুলি নৰসিংহ ভৈলা অন্তৰ্দ্ধান।
প্ৰহ্লাদে কৰিলা ত্ৰিদশক বহু মান॥ ২৫০

প্ৰথমতে ব্ৰহ্মাক নমিলা দৈত্যেশ্বৰ।
শঙ্কৰকো প্ৰণমিলা আত অনন্তৰ॥
জানন্ত বিষ্ণুৰ অংশ আনো যত দেৱ।
এক থানে সৱাক কৰিলা পড়ি সেৱ॥ ২৫১

পাছে শুক্ৰ আদি কৰি মুনিগণ যত।
উঠিলন্ত ব্ৰহ্মা লৈয়া সৱাকো লগত॥
প্ৰহ্লাদক কৰাইলন্ত ৰাজ্য-অভিষেক।
দিলা সবে অধিকাৰ পিতৃৰ যতেক॥ ২৫২

দৈত্য-দানৱৰ ৰাজা ভৈলন্ত প্ৰহ্লাদ।
স্বৰ্গে গৈলা দেৱগণ দিয়া আশীৰ্ব্বাদ॥
শুক মুনি বোলন্ত শুনিয়ো পৰীক্ষিত।
কহিলো তোমাত সবে প্ৰহ্লাদ-চৰিত॥ ২৫৩

নৃসিংহৰ লীলা ইটো বধ দৈত্যেন্দ্ৰৰ।
প্ৰহ্লাদৰ পুণ্য কথা শুনে যিটো নৰ॥

---

পা° ২৫০॥ বল—বিষ।

তাহাৰ মৃত্যুৰ হন্তে নাহি আৰ ত্ৰাস।
অপ্ৰয়াসে ছিণ্ডে সংসাৰৰ কৰ্ম্ম-পাশ ॥ ২৫৪

শুনা সৰ্ব্বজন কহে কৃষ্ণৰ কিঙ্কৰে।
নাহি আন ধৰ্ম্ম আউৰ কীৰ্ত্তনত পৰে ॥
বৈকুণ্ঠক যাইবা যেৱে সংসাৰক তৰি।
নিৰন্তৰে ডাকি ঘুষিয়োক হৰি হৰি ॥ ২৫৫

জয় জয় নাৰায়ণ সংসাৰকাৰণ।
যোগীগণে সেৱা কৰে যাহাৰ চৰণ ॥
যাহাৰ মায়াৰ গতি নজানন্ত কেৱ।
হেন হৰি-চৰণে কৰিলো মঞি সেৱ ॥ ২৫৬

হৰি-পদ যুগল ধৰিয়া এক মনে।
কৃষ্ণৰ কীৰ্ত্তন কৰিয়োক সৰ্ব্ব জনে ॥
হেন জানিয়োক হৰি-চৰণেসে গতি।
প্ৰহ্লাদ-চৰিত্ৰ এহিমানে সমাপতি ॥ ২৫৭

**প্ৰহ্লাদ-চৰিত্ৰ সমাপ্ত ॥৬॥**

## সপ্তম খণ্ড

# গজেন্দ্ৰোপাখ্যান

### প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **ৰাম ৰাম ৰাম**
**হৰি ৰাম ৰাম ॥ ১**

পদ ॥ ৰাজাক সাদৰি মুনি বুলিলা বচন ।
শুনা পৰীক্ষিত পাণ্ডু-কুলৰ নন্দন ॥
পৰম মধুৰ মাধৱৰ গুণচয় ।
শুনা সাৱধানে হৌক পাপৰ প্ৰলয় ॥ ১
ক্ষীৰ সাগৰৰ মাজে ত্ৰিকুট পৰ্ব্বত ।
প্ৰকাশন্তে আছে তিনি লোকত বেকত ॥
সুৱৰ্ণ ৰজত লোহা জ্বলে তিনি শৃঙ্গ ।
চক্ষুত জমক লাগে দেখিতে বিৰিঙ্গ ॥ ২
আনো সৱ শৃঙ্গ ৰত্নে কৰে তিৰিমিৰি ।
দশোদিশ প্ৰকাশিয়া শোভে শুক্ল গিৰি ॥
অযুত যোজন জুড়ি আছে গিৰিবৰ ।
উচ্ছ্ৰিত দেখিয় দশ হাজাৰ প্ৰহৰ ॥ ৩

ক্ষীৰ সাগৰৰ ঢউ চৌভিতি উথলে।
পখালে পৰ্ব্বত সুশীতল গন্ধ-জলে ॥
থানে থানে আছে ভূমি অনেক উদ্যান।
ফুলে জকমক গন্ধে নাহিকে সমান ॥ ৪

নদী-নদ অশেষ বিশেষ সৰোবৰ।
স্ফটিক-নিৰ্ম্মল জল দেখি মনোহৰ ॥
বিদ্যাধৰীসৰে তাতে নামি কৰে স্নান।
পখালে শৰীৰ বৰে সুগন্ধিত ঘ্ৰাণ ॥ ৫

পৰম আমোদ গন্ধ উথলে সদায়।
দশোদিশ জুৰি তাৰ বায়ু বহি যায় ॥
দেখি সুশোভন তৰু যত উপবনে।
যাত নিতে ক্ৰীড়ে দেৱ দিব্য নাৰীগণে ॥ ৬

শাল তাল তমাল মন্দাৰ পাৰিজাত।
চম্পক অশোক আনো পুষ্প অসংখ্যাত ॥

---

পা° ৪ ॥ গন্ধ-জলে—দুগ্ধ-জলে।
৫ ॥ ফটিক-নিৰ্ম্মল—ফটিক-ধৱল। সুগন্ধিত ঘ্ৰাণ—চন্দন সুঘ্ৰাণ।
আমোদ—অমত্ত, অমোদ।
[ দেৱস্ত্ৰীসজ্জনামোদসৌৰভ্যাম্বু নিলৈৰ্যুতঃ ॥—ভাগৱত ৮।২।৮
৬ ॥ তৰু যত—বৰুণৰ।
[ বৰুণস্য মহাত্মনঃ উদ্যানমৃতুমন্নাম—ভাগৱত ৮।২।৯

আম জাম লেবু জৰা জামীৰ খাজুৰি ।
বেল নাৰিকেল তাল তাম্বূল পাকড়ি ॥ ৭
আগৰ চন্দন পদ্ম সৰল সোণারু ।
আনো যত তৰু তৃণ সবে কল্পতৰু ॥
ছয় ঋতু এককালে বসন্ত উদয় ।
ভ্ৰমৰে গুঞ্জৰে কুলি পঞ্চম পূৰয় ॥ ৮
বহয় মলয়া বায়ু আমোদিত মন ।
নৃত্য গীত কৰে তৈত অপেসৰাগণ ॥
হৰি-গুণ-গীত গাৱে গন্ধৰ্ব্ব কিন্নৰে ।
পাপ দূৰ হোক হৰি বোলা নিৰন্তৰে ॥ ৯

---

৭ ॥ লেবু—লেমু, লেম্বু । কল—ফল ।

৮ ॥ আগৰ—আগৰু, অগুৰু ।

৯ ॥ ( সুন্দৰীৰ পাঠ )—

( বিষ্ণুপুৰ ) মলয়া বতাস বৱে অতি সুললিত ।
মদনে আকুল কৰে থিৰ নুই চিত্ত ॥
হৰিগুণ...............নিৰন্তৰে ॥

( কেন্দুগুৰি ) হৰি-গুণ গীত গাৱে গন্ধৰ্ব্ব কিন্নৰে ॥
বিদ্যাধৰীসৱে তাত নৃত্য-গীত কৰে ॥
কৃষ্ণৰ কিঙ্কৰ গীত ভণিলা শঙ্কৰে ।
পাপ দুৰ হোক হৰি বোলা নিৰন্তৰে ॥

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **৺ৰাম দামোদৰ হৰে ।**
**সেৱকে কাতৰ কৰে ॥ ২**

পদ ॥ বনৰ সিটো বিতোপন নাম ।
কহিলো যাহাৰ নাহি উপাম ॥
তাহাৰ মাজে সৰোবৰ এক ।
সাগৰ-সঙ্কাশ দেখি প্ৰত্যেক ॥ ১০

সুৱৰ্ণময় পদ্ম আছে জুড়ি ।
ভ্ৰমৰে মধু পিয়ে তাতে পৰি ॥
ৰাজহংস আদি যতেক পক্ষী ।
পড়ি পড়ি থাকে নযায় উপেক্ষি ॥ ১১

কুমুদ সিন্ধু উতপল ফুল ।
ফুলি আছে গন্ধে নাহিকে তুল ॥
চৌভিতি বেড়ি আছে উপবনে ।
কহিবে নাম তাৰ কোন জনে ॥ ১২
কদম্ব ৰঘু নাগেশ্বৰ গাছে ।
ফুলে জকমক বেঢ়িয়া আছে ॥

---

পা° ঘোষা ২ ॥ হৰে—হৰে প্ৰভু ।
পদ ১২ ॥ সিন্ধু—সিন্ধে, ইন্দু, সিদ্ধি ।

মালতী মধাই জাই যুতী যত ।
পাৰিজাত-মুখ্য বৃক্ষ সমস্ত ॥ ১৩
বহয় বসন্ত মলয়া বাৱ ।
কোকিলে তেজে সুললিত ৰাৱ ॥
সেহি বনমাজে গজেন্দ্ৰ আছে ।
অনেক হস্তী ফুৰে আগে পাছে ॥ ১৪
যাত বৃক্ষ বেত বাংশ খৰি ।
ফুৰন্তে ভাঙ্গি নেয় মড়মড়ি ॥
যাৰ গন্ধ পাইলে সিংহো পলায় ।
যতেক পশু ডৰে জীৱ যায় ॥ ১৫
মদ-জল-ধাৰা বহিয়া যায় ।
ভ্ৰমৰে তাক সেৱে সৰ্ব্বদায় ॥
চৰন্তে ফুৰন্তে ক্ৰীড়ন্তে যাই ।
ৰহিলা গজেন্দ্ৰ ভাগৰ পাই ॥ ১৬
দুগুণে পীড়িল ৰবি-কিৰণে ।
লড়িল দুনাই জল-পান-মনে ॥
পৰ্ব্বত কাম্পে গজেন্দ্ৰৰ ভিৰে ।
পদ্ম-গন্ধ পাইল জলৰ তীৰে ॥ ১৭

---

পা° ১৪ ॥ তেজে সুললিত—ঘনে ঘনে কাঢ়ে ।
১৬ ॥ মদ-জল—মদগন্ধ ।

নামিল গৈয়া সৰোবৰ মাজে।
চৌভিতি হস্তী সমে গজৰাজে ॥
পদ্মৰ ধূলায়ে সুগন্ধিত জল।
পিলেক তৃষায়ে হুয়া বিকল ॥ ১৮
অগাধ জল আতিশয় জুৰ।
গজেন্দ্রে ঘনে ঘনে পাৰে বুৰ ॥
হস্তিনী সমে কৰে জল-ক্রীড়া।
খণ্ডিল সমস্তে ৰৌদ্রৰ পীড়া ॥ ১৯
হস্তী-হস্তিনীক কৰাৰে স্নান।
পিয়াৰে জল গৃহস্থৰ ঠান ॥
দায়ায়ে পুত্র ভাৰ্য্যা সঙ্গে ৰঙ্গে।
গৰ্ব্বে জল-ক্রীড়া কৰে মাতঙ্গে ॥
বিষয়-সুখত ভৈলেক ভোল।
নেদেখে মৃত্যু আসি পাইলে কোল ॥
জলত গজেন্দ্রে ক্রীড়ে উল্লাসে।
দেখিল তাক পাছে মহাগ্রাসে ॥ ২১
ক্রোধে ধায়া পাছে দিলে কামোৰ।
সিবেলা দুইৰো ভৈল যুদ্ধ ঘোৰ ॥
গজেন্দ্রক গ্রাহে আজুৰি টানে।
হস্তীও গ্রাহক আজুৰি আনে ॥ ২২

যতেক বল আছে মানে দিল।
গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ মিলিল ॥
দুইৰো অদভুত যুদ্ধ দেখিত।
ত্ৰিদশ দেৱ ভৈলা ভয়ে ভীত ॥ ২৩
দেখন্ত আতিশয় অসদৃশ।
যুজন্তে সহস্ৰ গৈল বৰিষ ॥
জগতে আছে এক দৃষ্টি কৰি।
শুনা সভাসদ ঘুষিয়ো হৰি ॥ ২৪

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥　**কৃষ্ণ ৰাম জয় জগবন্ধু জগন্নাথ।**
**কৃষ্ণৰ চৰণ বন্দি ৰৌক মোৰ মাথ ॥ ৩**

পদ ॥　শুক নিগদতি ৰাজা শুনা নৃপবৰ।
মিলিল অদ্ভুত যুদ্ধ গ্ৰাহ গজেন্দ্ৰৰ ॥
আকাশত দেৱগণে দেখন্ত বিস্ময়।
গ্ৰাহ-গজেন্দ্ৰৰ কিছু নুহি ভঙ্গ-জয় ॥ ২৫

---

পাঃ ২৫ ॥ ( মাজত ) — দুহানো আন্দোলে যৱে উঠলয় জল।
লাগিল থলক যেন পদ্ম-পত্ৰ-ফল ॥

কতো কালে গজেন্দ্ৰৰ বল ভৈল হানি।
গ্ৰাহৰ বাঢ়িল বল পিয়া স্বাদ পানী ॥
শ্ৰান্ত ভৈল গজৰাজ যুজিতে নপাৰে।
চিঁহৰে হস্তিনীসৱে বেঢ়ি চাৰি পাৰে ॥ ২৬
আনোসৰ দন্তাল স্বামীৰ ঘোৰ দুঃখে।
ৰাখিতে নপাৰি কাৰো বাক্য নাসে মুখে ॥
দেখিল গজেন্দ্ৰে আপুনাৰ মৃত্যু-ভয়।
ৰাখন্তা নাহিকে আৰ পুত্ৰ ভাৰ্য্যাচয় ॥ ২৭
সঙ্কট-বেলাত তান সদবুদ্ধি ভৈল।
কি ভৈল কি ভৈল বুলি গুণিবাক লৈল ॥
আমি হেন গজেন্দ্ৰ জগতে যাক কহে।
মহাগৰ্ব্বে ভ্ৰমন্তে ধৰিল জল-গ্ৰাহে ॥ ২৮
সহস্ৰ বৎসৰ যিটো যুজো অপ্ৰয়াসে।
জানিলোহো বন্দী ভৈলো বিধাতাৰ পাশে ॥
আমাক ৰাখিবে আৰে কমন বান্ধৱ।
অন্তকালে গতি মোৰ কেৱল মাধৱ ॥ ২৯
মহাবলৱন্ত কাল ভুজঙ্গৰ ভয়ে।
যাক সেৱা কৰন্ত সদায় যোগীচয়ে ॥

---

পা° ২৮ ॥ মহাগৰ্ব্বে ভ্ৰমন্তে—মহাগৰ্ব্ব মদে, মহাগৰ্ব্বে ভ্ৰমো।
৩০ ॥ সদায় যোগীচয়ে—ব্ৰজৰ গোপীচয়ে ॥

পলায় জগতৰে মৃত্যু যি প্ৰভুক ডৰে ।
যাক ভয়ে চন্দ্ৰ সূৰ্য্য পৱনো সঞ্চৰে ॥ ৩০
হেন জগন্নাথ অনাথৰ ইষ্ট দেৱ ।
হৰি বিনে আৰৰ তাৰন্তা নাহি কেৱ ॥
এহি বুলি মৰণতো নভৈল বিকল ।
শুণ্ডে মেহ্লাই ধৰিলন্ত সুৱৰ্ণ কমল ॥ ৩১
পৰম আনন্দে মাধৱত দিয়া চিত্ত ।
গজেন্দ্ৰে কৰিল তুতি আতি বিপৰীত ॥
যাক স্মৰি তৰি সুখে ঘোৰ নৰকক ।
অন্তকালে পাই হেন মাধৱ বন্ধুক ॥ ৩২
শুণ্ডে মেহ্লাই পদ্ম গোট উপৰক তুলি ।
গজেন্দ্ৰে শৰণ লৈল ত্ৰাহি হৰি বুলি ॥
আথেবেথে শীঘ্ৰে হৰি গৰুড়ৰ স্কন্ধে ।
ভকতক ৰাখিবাক আসিলা প্ৰবন্ধে ॥ ৩৩
গৰুড়ৰ নামি হৰি পৰম বিক্ৰমে ।
শুণ্ডে ধৰি তৰক তুলিলা গ্ৰাহে সমে ॥
চক্ৰ ধৰি তেখণে ছিৰিলা গ্ৰাহ-মুখ ।
হৰিৰ প্ৰসাদে গজেন্দ্ৰৰ গৈল দুঃখ ॥ ৩৪

---

পাঠ ৩২ ॥ যাক···বন্ধুক ॥—যাক শুনি তৰি ভৱভয়অন্ধকূপ ।
অন্তকালে পাই সেই মাধৱৰ ৰূপ ॥

হস্তী গুচি তৈতে চতুৰ্ভুজ ৰূপ ভৈলা ।
গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈলা ॥
কৰিলা প্ৰণাম পাছে দণ্ডৱতে পড়ি ।
পাৰিষদ হুয়া বৈকুণ্ঠক গৈলা লড়ি ॥ ৩৫
কৃষ্ণ-পৰশনে গ্ৰাহো শাপক নিস্তৰি ।
দিব্য ৰূপ ধৰিয়া স্বৰ্গত গৈলা লড়ি ॥
শুনা কৃষ্ণ-কথা জন্ম নকৰিয়ো বৃথা ।
হৰিৰ চৰিত্ৰ আৰ নাহিকে অন্যথা ॥ ৩৬
দুৰ্ল্লভ মনুষ্য জন্ম পাইলা কত ভাগে ।
সত্বৰে সংসাৰ-সিন্ধু তৰিবাক লাগে ॥
যত সুত ধন জন সবে বিষ্ণু-মায়া ।
আকাশত প্ৰকাশে মেঘৰ যেন ছায়া ॥ ৩৭
বিজুলী-চমক যেন জীৱন অথিৰ ।
পদ্মৰ পত্ৰৰ যেন জল নুহি থিৰ ॥
কৃষ্ণ-কথা-শ্ৰৱণ-কীৰ্ত্তনে ভৱ তৰি ।
হেন জানি সদায় ঘুষিয়ো হৰি হৰি ॥ ৩৮

**গজেন্দ্ৰোপাখ্যান সমাপ্ত ॥ ৭ ॥**

---

পাঃ ৩৬ ॥ অন্যথা—অন্যৱথা ।

অষ্টম খণ্ড

# হৰ-মোহন

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **মুখে বোল ৰাম কৃষ্ণ সনাতন হৰি ।**
**হৰি-হৰ-লীলা-কথা শুনা কৰ্ণ ভৰি ॥**

পদ ॥ পৰীক্ষিত ৰাজাত কহন্ত মুনি শুকে ।
কহো কৃষ্ণ-কথা শুনা পৰম উৎসুকে ॥
বিপৰীত স্ত্ৰী-মায়া দেখি মাধৱৰ ।
শুনা যেনমতে কামাতুৰ ভৈলা হৰ ॥ ১
শুনিলন্ত হৰে পাছে কথা বিপৰীত ।
স্ত্ৰী-ৰূপ ধৰি হৰি হৰিলা অমৃত ॥
দেৱক ভুঞ্জাইলা দানৱৰ আশা ভঙ্গ ।
শুনি ত্ৰিনয়নৰ মনত মহাৰঙ্গ ॥ ২
নয়নে দেখিবো বিষ্ণু ভৈলা যেন নাৰী ।
এহি বুলি বৃষভত চড়ি ত্ৰিপুৰাৰি ॥
লগ লাগি গৌৰীও বসিল স্বামী কাছে ।
দেখি নন্দী আদি কৰি যত ভৃত্য আছে ॥ ৩

কৈলাস ছানিয়া সৱে কোবাৱে নিসান ।
দণ্ডে-ছত্ৰে বাদ্যে-ভণ্ডে ধৰিল যোগান ॥
আকাশৰ পথে গৌৰীনাথ গৈলা লড়ি ।
বিষ্ণুৰ পুৰীক আণ্টাইলেক দৰদৰি ॥ ৪
বৃষভৰ নামি হৰ আৰো গৌৰী মাৱ ।
বিষ্ণুক সাদৰি দুয়ো ভৈল ভূমি-পাৱ ॥
মাধৱৰ মন্দিৰক দূৰতে আকলি ।
প্ৰণামিলা শঙ্কৰে কৰিয়া কৃতাঞ্জলি ॥ ৫
ৰত্নৰ মন্দিৰে সুৱৰ্ণৰ সিংহাসনে ।
কৰন্ত প্ৰকাশ বসি প্ৰভু নাৰায়ণে ॥
সুনন্দ কুমুদ নন্দ পাৰিষদগণ ।
চতুৰ্ভিতি বেড়ি সেৱে কৃষ্ণৰ চৰণ ॥ ৬
জগত-জননী লক্ষ্মী আছন্ত উপাসি ।
শঙ্কৰক দেখি হৰি তুলিলন্ত হাসি ॥
বসিবাক লাগি বঢ়াই দিয়াইলা আসন ।
সভাৰ্য্যে বসিল তাতে দেৱ ত্ৰিনয়ন ॥ ৭
সাদৰিল হৰি যেন বিধি-ব্যৱহাৰ ।
কৰিলা পাৰ্ব্বতী সমে শিৱক সৎকাৰ ॥
শঙ্কৰে কৰিলা হৃষীকেশক সেৱলি ।
আৰম্ভিলা স্তুতি পাছে কৰি কৃতাঞ্জলি ॥ ৮

## দ্বিতীয় কীৰ্ত্তন

**ঘোষা ॥ ত্ৰাহি ৰাম নিৰাকাৰ নিৰঞ্জন হৰি ।**
**কৰা কৃষ্ণ কৃপা সেৱকৰ মন পুৰি ॥ ২**

পদ ॥ নমো নমো মাধৱ বিধিৰ বিধি-দাতা ।
তুমি জগতৰ গতি মতি পিতা মাতা ॥
তুমি পৰমাত্মা জগতৰ ঈশ এক ।
একো বস্তু নাহিকে তোমাত বিতিৰেক ॥ ৯
তুমি কাৰ্য্য কাৰণ সমস্তে চৰাচৰ ।
সুৱৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ ॥
তুমি পশু পক্ষী সুৰাসুৰ তৰু তৃণ ।
অজ্ঞানত মূঢ় জনে দেখে ভিনাভিন ॥ ১০
তোমাৰেসে মায়ায়ে মোহিত সৰ্ব্বক্ষণে ।
তুমি আত্মা তোমাক নজানে একোজনে ॥
সমস্ত ভূতৰে তুমি আছা হৃদয়ত ।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত ॥ ১১
তুমিসে কেৱলে সত্য মিছা সবে আন ।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান ॥

---

পা° ৯ ॥ বিধি-দাতা—বিধাতা । পৰমাত্মা—প্ৰিয় আত্মা ।
পা° ১০ ॥ সুৰাসুৰ—সুৰ-নৰ । ভিনাভিন—ভিন্নাভিন্ন ।

নবাঞ্ছোহো সুখ ভোগ নমাগো মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥ ১২
মুখে লোক নাম মোৰ কৰ্ণে তত্ত্ব কথা।
হৃদয়ত পাদ-পদ্ম থাকোক সৰ্ব্বথা ॥
সজ্জনৰ সঙ্গ নুগুচোক সৰ্ব্বক্ষণে।
এতেক প্ৰসাদ মাগো তোমাৰ চৰণে ॥ ১৩
শুনা যি কাৰণে আইলো গোচৰ আমাৰ।
দেখিয়াছো তোমাৰ অনেক অৱতাৰ ॥
সম্প্ৰতি ধৰিলা প্ৰভু যেন নাৰী-বেশ।
তাক দেখিবাক লাগি আইলো হৃষীকেশ ॥ ১৪
যিটো নাৰীবেশ ধৰি মুহিলা দানৱ।
দেৱৰ অমৃত-পান সাধিলা মাধৱ ॥
সেহি নাৰী-বেশ দেখিবাক অভিলাষে।
কৌতূহলে সভাৰ্য্যে আসিলো তযু পাশে ॥ ১৫
ভৃত্য হেন জানি যদি আছে মোক দায়া।
দেখায়ো আমাক কেনমত তিৰী-মায়া ॥
ভকতৰ মনোৰথ কৰিয়ো পূৰণ।
হেন শুনি হাসি মাতিলন্ত নাৰায়ণ ॥ ১৬
দৈত্যে নিলে অমৃত দেৱৰ দেখি ক্লেশ।
সি কাৰণে শঙ্কৰ ধৰিলো নাৰী-বেশ ॥

কামুক জনৰ তাত মহা কুতূহল।
তুমি মহা যোগীৰ দেখিবে কোন ফল ॥ ১৭
ঘোৰ নাৰী-মায়া সৰ্ব্ব মায়াতে কুৎসিত।
মহা সিদ্ধ মুনিৰো কটাক্ষে মোহে চিত্ত ॥
দৰশনে কৰে তপ-জপ-যোগ-ভঙ্গ।
জানি জ্ঞানীগণে কামিনীৰ এৰে সঙ্গ ॥ ১৮
সিটো স্ত্রী-ৰূপক দেখিবা কোন কাজে।
তুমি ভোল ভৈলে হাসিবেক সামৰাজে ॥
এতেকেসে বোলো ক্ষমা কৰা পশুপতি।
হেন শুনি হাসি হৰে হৰিত বদতি ॥ ১৯
মহাযোগ-বলে শুদ্ধ কৰি আছো কায়া।
ব্রহ্মময় দেখো কি কৰিতে পাৰে মায়া ॥
দহি আছো মদনক আৰু শঙ্কা নাই।
মাধৱে মাতিলা হাসি শঙ্কৰক চাই ॥ ২০
দেখাইবো তোমাক আজি সেহি তিৰী-বেশ।
এহি বুলি অন্তৰ্দ্ধান ভৈলা হৃষীকেশ।
আগত নাহিকে হৰি ভৈলা কোন ভিতি।
চতুৰ্ভিতি চান্ত হৰ পাৰ্ব্বতী সহিতি ॥ ২১
বিদূৰক লাগি হৰে চান্ত হুয়া থিয়।
চাপৰি চাহান্ত নেত্ৰ বলাই সদাশিৱ ॥

উঠন্ত বৈসন্ত মাত্র কৰে উসমিস ।
কৈক গৈলা কৃষ্ণ একো নপান্ত উদ্দিশ ॥ ২২
এহিমতে চান্ত হৰে আকুলিতভাৱে ।
ভণিল শঙ্কৰে গোৱিন্দৰ দুই পাৱে ॥
শুনা সৰ্ব্বজনে মহাভাগৱত-পদ ।
বোলা হৰি হৰি ডাকি খণ্ডোক আপদ ॥ ২৩

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **জয় জয় ৰাম জয় ছিৰীৰাম**
**জয় সনাতন হৰি ॥ ৩**

পদ ॥ পাছে ত্রিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান ।
ফল-ফুল ধৰি ঝকমক কৰি
আছে যত বৃক্ষ মান ॥

শিৰীষ সেউতী তমাল মালতী
লৱঙ্গ বাগি গুলাল ।
কৰবীৰ বক কাঞ্চন চম্পক
ফুল-ভৰে ভাঙ্গে ডাল ॥ ২৪

পা° ঘোষা ৩ ॥ জয় জয় ৰাম—জয় হৰি ৰাম ।

শেৱালি নেৱালি　　　পলাশ পাৰলি
পাৰিজাত যুতী জাই ।
বকুল বন্দুলি　　　আছে ফুলি ফুলি
তাৰো সীমা-সংখ্যা নাই ॥

কনৌৰ কনাৰী　　　কদম্ব বাবৰি
নাগেশ্বৰ সিংহচম্পা ।
অশোক অপাৰ　　　দৰনা মন্দাৰ
মণিৰাজ ৰাজচম্পা ॥ ২৫

কুন্দ কুৰুবক　　　কেতকী টগৰ
গন্ধে মোহে বহু দূৰ ।
গুটিমালী ভেণ্টি　　　ৰাঙ্গল ৰেৱতী
মৰুৱা মধাই ধুস্তুৰ ॥

চন্দন অগৰু　　　দিব্য কল্পতৰু
দেৱদাৰু পদ্মবচি ।
প্ৰতি গাছে গাছে　　　ভিণ্ডা বান্ধি আছে
সুৱৰ্ণ-মাণিকে খচি ॥ ২৬

---

পা° পদ ২৫ ॥ কনৌৰ—কনৌজ । সিংহচম্পা—সুনিচম্পা ।
দৱনা—দেৱনা । ২৬ ॥ পদ্মবচি— পদ্মবসি ।

মণি-মৰকত- থলী নানা মত
দীপ্তি কৰে তাৰ কাছে ।
মহা মনোহৰ দীৰ্ঘি সৰোবৰ
তাৰ মাজে মাজে আছে ॥

চাৰিও কাষৰে পৱাল বাখৰে
বান্ধিছে বিচিত্ৰ কৰি ।
বৈদূৰ্য্যৰ বাট ফটিকৰ ঘাট
মৰকত-খাটখৰি ॥ ২৭

সুৱৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঞ্জি ।
শোভে চক্ৰৱাক ৰাজহংস-জাক
মৃণাল ভুঞ্জে উভঞ্জি ॥

কোণ্ডা কঙ্ক বক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয়ভাৱ ।
অমৃত-সমান জল কৰি পান
তেজে সুললিত ৰাৱ ॥ ২৮

---

পা° ২৭ ॥ দীৰ্ঘি—দীঘি, দিব্য । কাষৰে – কাথৰে ।
২৮ ॥ ভ্ৰমন্ত—প্ৰমত্ত ।

চাৰিও পাৰত দিব্য পুষ্প যত
গন্ধে দশোদিশ ভাসে।
অনেক ভ্ৰমৰে বেড়িয়া গুঞ্জৰে
মধু-পান-অভিলাষে ॥

যত দিব্য পক্ষী ফল-ফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয়া বাৱ ॥ ২৯

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ **এ হৰি নাৰায়ণ** ॥ ধ্ৰু

পদ ॥ হেন মহা দিব্য বন দেখিলন্ত ত্ৰিনয়ন
দিব্য কন্যা এক আছে তাতে।
কোটি লক্ষ্মী সম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা-খেৰি খেলে দুয়ো হাতে ॥

তপ্ত সুৱৰ্ণৰ সম জ্বলে দেহা নিৰুপম
ললিত-বলিত হাত-পাৱ।

পাঃ ৩০ ॥ দিব্য বন—উপবন। সুৱৰ্ণৰ সম—সুৱৰ্ণৰ বৰ্ণ।

চক্ষু কমলৰ পাশি মুখে মনোহৰ হাসি
সঘনে দৰশৈ কাম-ভাৱ ॥ ৩০

ঊৰ্দ্ধক ক্ষেপন্ত ভণ্টা কৰন্ত কটাক্ষ-ছটা
লীলা-গতি দেখাই ফুৰে পাক।
সোলকে উচ্চল খোপা খসে পাৰিজাত-থোপা
বাম হাতে সম্বৰন্ত তাক ॥

কৰ্ণত কুণ্ডল লৰে তন হলফল কৰে
গলে ৰত্ন-মালা ঝিকি পাৰে।
সুৱৰ্ণ কঙ্কণগণ সিও কৰে ৰুণঝুন
প্ৰকাশে হৃদয় হেম-হাৰে ॥ ৩১

কণ্ঠে লুলে সাতসৰী লয়-লাসে কাঢ়ে ভৰি
আগ বাঢ়ি পাছ গুচি যান্ত।
পিন্ধি শাড়ী খোণ্টাজালি যেনে মৈৰা কৰে ছালি
হৰক কটাক্ষ কৰি চান্ত ॥

দৰশান্ত কাষ পৃষ্ঠি ক্ষণোহো সমুখ-দৃষ্টি
চাহি লাজে যান্ত চক্ষু মুদি।

---

পা° ৩১ ॥ কৰন্ত কটাক্ষ ছটা—কটাক্ষে কৰন্ত ছণ্টা।
৩২ ॥ শাড়ী খোণ্টাজালি—শাড়ী খোঁটাজালি, নেত ঘোণ্টাজালি, শাড়ী ফোণ্টাজালি।

ভ্ৰমন্ত অনেকভাৱে　　উড়ুৱাৱে বস্ত্ৰ বাৱে
উচ্চ কুচ-কুম্ভ হোৱে উদি ॥ ৩২

কঙ্কালে কিঙ্কিণী বাজে　　চৰণ-কমল মাজে
ৰত্নৰ নূপুৰ ৰুণঝুন।
হালে অতি মধ্য-দেহ　　সংসাৰ-মোহিনী বেশ
একো অঙ্গে নাহি খতি-খুণ ॥

মুখ চন্দ্ৰ-সম শোভে　　পদ্মৰ সুৰভি-লোভে
বেঢ়ি মধুকৰে কৰে ৰোল।
শৰীৰৰ লাস-বেশ　　নেত্ৰৰ কটাক্ষ-ঠেস
দেখি আতি শম্ভু ভৈলা ভোল ॥ ৩৩

পূৰ্ব্ব শত্ৰু হেন জানি　　কামদেৱে শৰ হানি
মনক মৰ্দ্দিল মহেশ্বৰ।
নাহি শ্ৰুতি বুদ্ধি জ্ঞান　　কামানলে শোষে প্ৰাণ
লাজ-কাজ এড়িলা শঙ্কৰ ॥

সৱে যোগ-ধ্যান গৈলা　　কন্যাক মাতিবে লৈলা
প্ৰাণেশ্বৰী চাপ মোৰ পাশ।

---

পাঃ ৩২ ॥ কুচ-কুম্ভ – কুৎসস্তম্ভ।
৩৩ ॥ শৰীৰৰ লাস-বেশ—শৰীৰ লাৱণ্যবেশ।

আষাৰেক মাত মোক জন্মৰ সফল হোক
দেখি থাকো তোৰ লয়-লাস ॥ ৩৪

আৰ কি তোমাত বাজ মোক্ষতো নাহিকে কাজ
আৰ কোন ছাৰ স্বৰ্গ-সুখ ।
তুমি বিনা নাহি আন তুমি মোৰ যোগ-ধ্যান
থাকিবো তোমাৰ চাই মুখ ॥

নকৰ মানিনী মান মদনে দহৱে প্ৰাণ
বোল বান্ধে আশ্বাস আমাক ।
বোলন্ত অনেক বোল কন্যাতেসে হুয়া ভোল
পাসৰিল পাশতে উমাক ॥ ৩৫

যত আছে ভূতগণ কাহাতো নেদন্ত মন
কেৱলে কন্যাত মাত্ৰ হিয়া ।
স্বামীৰ দেখিয়া ভাৱ হাসন্ত পাৰ্ব্বতী মাৱ
চাপৰি মুখত বস্ত্ৰ দিয়া ॥

আনো যত অনুচৰ বৈলখিল নিৰন্তৰ
শঙ্কৰৰ দেখি হেন কাম ।
শুনা সামাজিক লোক কলিত মুকুতি হোক
ডাক ছাড়ি বোলা ৰাম ৰাম ॥ ৩৬

পা° ৩৬ ॥ মুকুতি—সদ্গতি ।

## পঞ্চম কীৰ্ত্তন

ঘোষা ॥ **দেহু দেখা ৰাম নয়ন ভৰি চাঞো।**
**অৰুণ পাৱৰ বালাই লৈয়া মৰি যাঞো ॥ ৫**

পদ ॥ শুক মুনি বোলন্ত শুনিয়ো ৰাজা পাছে।
হৰক নমাতি কন্যা এহিমতে আছে ॥
খেলাৱন্তে খেৰি হাতৰপৰা পৰি।
গৈল বেগে গুটি কতো দূৰক উফৰি ॥ ৩৭

তাক দেখি যান্তে কন্যা বেগ ধৰি ধাই।
কটিৰ বস্ত্ৰক বায়ু নিলে উড়ুৱাই ॥
ভৈল তনু উদাস বেকত গুপ্ত অঙ্গ।
লাজে আণ্ঠু সাবটি কৰন্ত অঙ্গ-ভঙ্গ ॥ ৩৮

হুয়া কুজী জুমুৰী অঙ্গক হাতে ঢাকি।
লাজে চক্ষু মুদি কতো অধোমুখে থাকি ॥
আঁৰ হুইবে লাগি ওচৰত নাহি গাছ।
হাস্য কৰি কতো টেৰ কৰি চান্ত পাছ ॥ ৩৯

দৰশান্ত ভাৱ শঙ্কৰৰ মোহ হেতু।
দেখিল কন্যাৰ গুপ্ত অঙ্গ বৃষকেতু ॥

---

পাঃ ৩৯ ॥ জুমুৰী—জুমুজি।

ভৈলন্ত ব্যামোহ মন মদনে দহয় ।
পাৰ্ব্বতীক লাগি এড়িলন্ত লাজ ভয় ॥ ৪০

বহ্নিৰ সংযোগে যেন উথলিল ঘৃত ।
দুঃসহ মদন শৰে চিত্ত জৰ্জ্জৰিত ॥
একো নেদেখন্ত কামাতুৰ ভৈল বৰ ।
কন্যাক ধৰিবে লাগি দিলেক লৰৰ ॥ ৪১

খটমট কৰি বাজে গলে মুণ্ড-মাল ।
কঙ্কালৰ স্থলকি পৰিল বাঘ-ছাল ॥
ভৈলন্ত উলঙ্গ তাকো নচান্ত চাপৰি ।
দেখি পলাইবাক লৈলা কন্যায়ো লৰড়ি ॥ ৪২

হাসি লাজে আঁৰ হোন্ত ইগাছে সিগাছে ।
ভোল হুয়া শঙ্কৰো খেদন্ত পাছে পাছে ॥
হস্তিনীক যেন মত্ত হস্তী যায় খেদি ।
পলান্ত সুন্দৰী শঙ্কৰক লাগ নেদি ॥ ৪৩

প্ৰাণ যায় শঙ্কৰৰ কাম-উতপাতে ।
মহাবেগে খোপাত ধৰিলা বাম হাতে ॥
ৰহ প্ৰাণেশ্বৰী বুলি কৰি আলিঙ্গন ।
মহাকাম-ভোলে দিলা মুখত চুম্বন ॥ ৪৪

---

পা° ৪২ ॥ স্থলকি—হুসকি ।

আৰি-মুৰি কৰি কন্যা নথাকে থমকি।
বাহুৰ মাজৰপৰা পড়িল হুসকি ॥
দুনাই লৰড় দিল বিমুকুত-কেশে।
পাছত খেদন্ত হৰে উলঙ্গত বেশে ॥ ৪৫
পাকত আন্তৰি যান্ত শৰীৰ দেখাই।
কতো আঁৰ হোন্ত কন্যা হাসি মুচুকাই ॥
খণো ঘন-তন-ভাৰ ছলে দেখাই যান্ত।
ৰহ প্ৰাণেশ্বৰী বুলি শঙ্কৰে চেঞ্চান্ত ॥ ৪৫
নাহি শ্ৰুতি-বুদ্ধি যেন বাতুল-লক্ষণ।
নাৰীময় দেখন্ত সমস্ত বৃক্ষগণ ॥
দাৰুণ মদন-বাণে কৰে লটিঘটি।
কন্যা বুলি ধৰিলন্ত বৃক্ষক সাবটি ॥ ৪৭

## ষষ্ঠ কীৰ্ত্তন

ঘোষা ॥ **ইবাৰ করুণাময় নকৰা নৈৰাশ।**
**ছোড়া মায়া কৰা দায়া ভৈলো তযু দাস ॥ ৬**

পদ ॥ ইবাৰ নেৰস প্ৰাণপ্ৰিয়া যাইবি কই।
চেঞ্চান্ত বিশ্ৰুত কাম-বাণে মূৰ্চ্ছা গই ॥

---

পা° ৪৮ ॥ কই—কৈই।

হৰষ-বদনে বান্ধে দিয়ো মোক চুমা ।
কৰা আলিঙ্গন কি কৰিতে পাৰে উমা ॥ ৪৮

কিয়নো নেদেস প্ৰাণেশ্বৰী মোক লাগ ।
যেহি লাগে সেহি দিবে পাৰো মোত মাগ ॥
কৈলাসৰ পাতিবো তোহোক অধিকাৰী ।
সেৱা কৰি থাকিবে যতেক দিব্য নাৰী ॥ ৪৯

নকৰিবো দ্বন্দ-বাদ নপাৰিবো গালি ।
ময়ো দাস তোমাৰ থাকিবো আজ্ঞা পালি ॥
তোমাৰেসে কৰি দিবো পাৰ্ব্বতীক চেড়ী ।
আৰ যোনো যাস প্ৰাণেশ্বৰী মোক এড়ি ॥ ৫০

দেখিবে নৱাৰা যেৱে আমাৰ কুবেশ ।
জটাকো মুণ্ডাঞো তেৱে কৰিয়ো আদেশ ॥
সৰ্প গুচাই পিন্ধো আনি দিব্য অলঙ্কাৰ ।
মুণ্ড-মালা গুচাই আঁৰো গলে হেমহাৰ ॥ ৫১

বাঘ-ছাল এড়ি পিন্ধো দেৱাঙ্গ-বসন ।
ভস্ম গুচাই গাৱে ঘষো আগৰ চন্দন ॥
যেহি লাগে বোল বান্ধে তাক মঞি কৰো ।
মুখ চাই নমাত সম্যকে আত মৰো ॥ ৫২

---

পা॰ ৪৮ ॥ হৰষ—সৰস ।

কতনো কৰিলো তোৰ ঘোৰ অপৰাধ।
এভো যেন কৰ বান্ধে বচন নবাধ ॥
দান্তে খেড় কামোৰো সাবট হাত মেলি।
তোৰ মোৰ হৌক ক্রীড়া-কৌতূহল-কেলি ॥ ৫৪

স্ত্রী বুলি বৃক্ষক চুম্বন্ত আঙ্কোৱালি।
দেখিয়া হাসন্ত নাৰী-ৰূপে বনমালী ॥
অনন্তৰ হৰে চক্ষু মেলি চাইল পাছে।
দেখন্ত নোহন্ত কন্যা ধৰি আছা গাছে ॥ ৫৪

তাক এড়ি সুন্দৰীক খেদন্ত ঢুনাই।
যেন মত্ত হস্তী হস্তিনীক খেদি যায় ॥
লাগ নেদি ৰমণীও পলান্ত লৰড়ি।
মহাবেগে শঙ্কৰে খেদন্ত ভৰি ভৰি ॥ ৫৫

নযায় নুপুহায় মদনৰ উতপাতে।
পাইলো পাইলো বুলি কতো চাব দেন্ত হাতে ॥
আঙ্গুলিৰ আগে যেন ছোৱে উচ্চ কুচ।
আন্তৰন্ত কন্যা হৰ পড়ি যান্ত মূছ ॥ ৫৬

পুৰাতন শত্রু কামদেৱে ছিদ্র পাই।
প্রহাৰন্ত পুষ্প-বাণ ঢুনাই ঢুনাই ॥

---

পা° ৫৬ ॥ কুচ—কুৎস। মূছ—মুৎস, মূচ্ছ।

মদনৰ শৰে হৰ হৃদয়ত ফুটি ।
মহাদুঃখে মাটিত পাড়ন্ত লোটালুটি ॥ ৫৭

কতো উঠি কন্যাক কৰন্ত কাওবাও ।
অঙ্গুলি বেন্তত লঞো পালটিয়া চায়ো ॥
তোৰেসে নিমিত্তে কৰে মদনে দগধ ।
মই যেবে মৰো তোত লাগিবেক বধ ॥ ৫৮

মহাপাপ প্ৰাণী-হত্যা তাকো শঙ্কা নাই ।
কোননো সাধিবি স্বৰ্গ আমাক মৰাই ॥
এভো পাশ চাপ আসি কৰো আলিঙ্গন ।
তোহোৰ সফল হৌক এ নৱ যৌৱন ॥ ৫৯

নেদেখয় কেৱে বান্ধে কিয় কৰ লাজ ।
নাহি আন পুৰুষ নিৰ্জ্জন বন মাঝ ॥
তঞি যেবে নাসস আপুনি চাপো কোল ।
এহি বুলি লাসে লাসে যান্ত হুয়া ভোল ॥ ৬০

---

পা° ৫৯ ॥ প্ৰাণীহত্যা—প্ৰাণীহিংসা । এ নৱ—এনয় ।

## সপ্তম কীৰ্ত্তন

ঘোষা ॥ **প্ৰাণ হৰি নেয় বুলি ডাক ছাড়ে ত্ৰিপুৰাৰি।**
**হৰক মুহিয়া যান্ত মোহন মুৰাৰি ॥ ৭**

পদ ॥ দেখি হাসি সুন্দৰী পলান্ত লাগ নেদি।
নযা নযা বুলি বৃষধ্বজে যান্ত খেদি ॥
গিৰি-গুহা বন নদ-নদী সৰোবৰ।
খেদিয়া ফুৰন্ত হৰে দ্বীপ-দ্বীপান্তৰ ॥ ৬১
আছে ঋষিগণৰ আশ্ৰম অসংখ্যাত।
পলান্তে খেদন্তে দুয়ো প্ৰৱেশিলা তাত ॥
মদনৰ পাড়াত এড়িলা হৰে লাজ।
খেদিয়া ফুৰন্ত আশ্ৰমৰ মাজে মাজ ॥ ৬২
আউল-জাউল হুয়া চক্ষু-মুখ ঢাকে জটে।
বিবস্ত্ৰে কন্যাক হৰে খেদে উলঙ্গতে ॥
দেখি ঋষি পত্নীগণে হাসে নিৰন্তৰ।
কেহো মুখে বস্ত্ৰ দিয়া পশে অভ্যন্তৰ ॥ ৬৩
উন্মত্ত পাগল কিনো ভৈলা মহাদেৱ।
কেনমতে আহ্ম সুৰাসুৰে কৰে সেৱ ॥
উলঙ্গতে খেদন্ত কাহাৰ বউ ঝীউ।
লাজ-কাজ মৰ্য্যাদা এড়িলা সদাশিউ ॥ ৬৪

এহি বুলি জুমাজুমে হাসে সৱ সখী ।
ঋষিগণো শঙ্কৰক কামাতুৰ দেখি ॥
বিষ্ণু বিষ্ণু স্মৰি সৱে চপৰাইলা মাথ ।
কিনো বিপৰ্য্যয় ভোল ভৈল গৌৰীনাথ ॥ ৬৫
কেহো বোলে শঙ্কৰৰ কোন মায়া বুজা ।
পাদ্য-অৰ্ঘ্য দিয়া আগ বাঢ়ি কৰো পূজা ॥
এহি বুলি উঠি যান্ত কতো ঋষিগণ ।
লৱৰন্তে কৰযোড়ে বোলন্ত বচন ॥ ৬৬
তুমি চৰাচৰ গুৰু জগতৰ বাপ ।
সৰ্ব্বজান হুয়া আৰে কৰা হেন পাপ ॥
ক্ষেণেক বিশ্ৰাম কৰা আমাৰ থানত ।
যতেক বোলন্ত মানে নপশে কাণত ॥ ৬৭
কামিনী হৰিল চিত্ত কামে ভৈলা ভোল ।
নুশুনন্ত শঙ্কৰে ঋষিৰ মাত-বোল ॥
ৰমণীৰ পাছে পাছে ফুৰন্ত লৰড়ি ।
গাৱ দেখাই সুন্দৰী পলান্ত ভৰি ভৰি ॥ ৬৮
নপাৰন্ত লাগ তান নাহি সুখ-শান্তি ।
খেদন্তে খেদন্তে হৰ ভৈল হাবাশান্তি ॥

---

পা° ৬৭ ॥ ক্ষেণেক—ক্ষণিক, খানিক ।

উগুল-থুগুল মন মদনে বিকল।
বহিবে লাগিল শঙ্কৰৰ বিন্দু-জল ॥ ৬৯
হস্তিনীক খেদন্তে হস্তীৰ যেন স্ৰবে।
যেন গিৰি শিখৰৰ গেৰু-ধাৰা বৱে ॥
সেহিমতে শঙ্কৰৰ বিন্দু যায় পড়ি।
দেখি ঋষিগণে আন্তৰন্ত তাঙ্ক এড়ি ॥ ৭০
পিঠি দিয়া কতো সুমৰন্ত হৰি ৰাম।
মহাযোগী শঙ্কৰ আহান হেন কাম ॥
এহি বুলি ঋষিগণ গৈলা ঘৰাঘৰি।
সুমৰিয়া হৃষীকেশ ৰাম হৰি হৰি ॥ ৭১

## অষ্টম কীৰ্ত্তন

ঘোষা ॥ **এ হৰি কি প্ৰাণ হৰি পশিলো শৰণে।**
**কৰ কৃপা নাথ মোক অৰুণ চৰণে ॥ ৮**

পদ ॥ যৈত যৈত শঙ্কৰৰ বিন্দু পড়ি গৈল।
ভূমি গুচি তেখণে সুৱৰ্ণময় ভৈল ॥
যেহি বৃক্ষ-লতাক বিন্দুৰ ছটা ছোৱে।
কাষ্ঠ গুচি তেখণে সুৱৰ্ণময় হোৱে ॥ ৭২

---

পা॰ ৭২ ॥ ভূমি···ভৈল ॥—মাটি গুচি শুদ্ধ সুবৰ্ণৰ ভূমি ভৈল ॥

তথাপি খেদন্ত হৰ হুয়া উলঙ্গত।
পাক ফুৰি পাইল গৈয়া বৈকুণ্ঠ-নিকট ॥
পড়িয়া আতাইল যেৱে বিন্দু আছে যত।
তেৱেসে চেতন ভৈল হৰৰ গাৱত ॥ ৭৩

চাপৰি চাহান্ত ছাল নাহিকে কটিত।
লাজে অধোমুখ হুয়া বসিলা মাটিত ॥
পাছে ব্ৰহ্মজ্ঞান চিন্তি চিত্ত থিৰ কৰি।
নাক কাণ ছুয়া সুমৰন্ত ৰাম হৰি ॥ ৭৪

মদনৰ পীড়াক এড়ায়া মহাযোগী ॥
ব্যাধিৰ সকাশ পাইল যেন চিৰৰোগী ॥
গ্ৰহ গুচি গৈল যেন স্বস্থ হোৱে সূৰ্য্য।
মনত গুণন্ত বসি জগতৰ পূজ্য ॥ ৭৫

মোৰ কাজে আজি হসুৱাইলো ত্ৰিভুৱন।
কেন মতে পতিয়াইবো পাৰ্ব্বতীৰ মন ॥
বুলিবেক ফুৰিলা কাহাৰ নাৰী-সঙ্গে।
গৃহত পশিবে বান্ধে নেদিবন্ত থঙ্গে ॥ ৭৬

লঘু ভৈলো মাধৱৰ নুশুনিলো হাক।
উমাৰ আগত চাটু বুলিলো কন্যাক ॥

---

পাঃ ৭৫ ॥ সূৰ্য্য—ৰাউল। পূজ্য—ৰাউল, ৰাতুল।

এৰে কেনমতে তান আগে হৈবো থিয় ।
কৰন্ত অশেষ চিন্তা দেৱ সদাশিৱ ॥ ৭৭
বিচাৰি চাহিলে দোষ নাহিকে আমাৰ ।
যাৰ মায়া-পাশে বদ্ধ সকলে সংসাৰ ॥
হেন হৰি মুহিলা আপুনি নাৰী হুই ।
আত অনুশোচ আৰে কৰো কোন মুই ॥ ৭৮
কটাক্ষত সৃজন্ত ব্ৰহ্মাণ্ড কোটি কোটি ।
এগোটা ডিম্বৰ মঞি ৰুদ্ৰ এক গুটি ॥
যাহাৰ অঙ্গত চৰাচৰ ভৈল বাজ ।
হেন হৰি মুহিলা ইহাত কোন লাজ ॥ ৭৯
বিষ্ণুৰ আগত মই পৰম অজ্ঞানী ।
জিনিলো মায়াক বুলিলোহো গৰ্ব্ব-বাণী ॥
ইসে অহঙ্কাৰে কৰে হৃদয়ত তাপ ।
হৰি হৰি স্মৰণে খণ্ডোক ইটো পাপ ॥ ৮০
এহি বুলি মৌন ভৈল দেৱতা ঈশান ।
কৰিবে লাগিলা মনে মাধৱক ধ্যান ॥
শুনা সৰ্ব্বজনে মন কৰা উপশাম ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৮১

---

পা° ৮১ ॥　দেৱতা—জগত ।

## নৰম কীৰ্ত্তন

ঘোষা ॥ **বান্ধৱ মাধৱ দেৱ হৰি।**
**কৰা কৃপা দোষ ক্ষমা কৰি ॥ ৯**

অনন্তৰে দেৱ হৰি দুনাই নিজ ৰূপ ধৰি
শঙ্কৰৰ আগে উপসন।
মুখে কৰি অল্প হাসি হৰক সম্মুখি আসি
বুলিলন্ত প্ৰশংসা-বচন ॥

শুনা শুনা শূলপাণি জানো তুমি মহাজ্ঞানী
তৰিলা দুস্তৰ মায়া ঘোৰ।
তুমিসে তত্ত্বক জানা নাহি আৰ তুমি বিনা
আৰৰ পৰম প্ৰিয় মোৰ ॥ ৮২

শুনা শুনা জ্ঞানশালী তোমাৰেসে বাক্য পালি
দেখাইলো দুস্তৰ স্ত্ৰী-মায়া।
আত নকৰিবা খেদ কিঞ্চিতো নাহিকে ভেদ
তোমাৰে আমাৰে একে কায়া ॥

শুনা ভূতনাথ হৰ তুষ্ট হুয়া দেঞো বৰ
হোক মায়া তোমাৰ অধীন।

---

ঘোষা ৯ ॥ বান্ধৱ—মাধৱ, মাধৱ মাধৱ।
পা° ৮২ ॥ মহাজ্ঞানী—মহামানী।

সুখে থাকি নিজ থানে মহাকল্প অৱসানে
মোৰ শৰীৰতে যাইবা লীন ॥ ৮৩

এহি বুলি বনমালী শঙ্কৰক আকোঁৱালি
সমজ্যাক নিলন্ত সাদৰি ।
কৰিলন্ত সতকাৰ দিব্য বস্ত্র অলঙ্কাৰ
পাৰ্ব্বতীকো দিলা মান্য কৰি ॥

আনো যত ভূতগণ তুষিলা সবাৰো মন
কৰিলন্ত যথোচিত কাম ।
পাছে হৰে মহাতুষ্টি পাৰ্ব্বতী সহিত উঠি
দণ্ডৱতে কৰিলে প্ৰণাম ॥ ৮৪

বিষ্ণুত মেলানি মাগি লড়িলা গৃহক লাগি
ভাৰ্য্যায়ে সহিতে শূলধৰ ।
চড়িয়া বৃষভ-ৰথে শীঘ্ৰে আকাশৰ পথে
আৰোহিলা কৈলাস-শিখৰ ॥

বসিল সমাজ পাতি বোলন্ত উমাক মাতি
আপুনি দেখিলা প্ৰাণ-জায়া ।
ভৈলোহো বাতুল-প্ৰায় মোৰ শ্ৰুতি-বুদ্ধি নাই
যেন কৰিলেক বিষ্ণু-মায়া ॥ ৮৫

মঞি জগতৰ পতি মোৰ হেন ভৈল গতি
আন কোনে থিৰ হৈবে আত।
হেন জানা স্বৰূপত চৰাচৰ আছে যত
সৱে বন্দী বিষ্ণুৰ মায়াত ॥

সহস্ৰ বৎসৰ মানে আছিলোহো যোগ-ধ্যানে
দেখি তুমি পুছিলা আমাক।
গাৱে ভস্ম জটা ধৰি অনেক তপস্যা কৰি
আউৰ তুমি আৰাধাহা কাক ॥ ৮৬

এড়ি লোভ ক্ৰোধ কাম . কাহাৰ জপাহা নাম
আৰৰ আছন্ত কোন দেৱ।
তোমাত কহিলো আমি আছন্ত জগত-স্বামী
সুৰাসুৰে যাক কৰে সেৱ ॥
প্ৰত্যেকে দেখিলা আজি যাহাৰ মায়াত বাজি
মোহ হুয়া এড়িলোহো লাজ।
কাম-বাণে ভৈলো আউল চেঞাই ফুৰো যেন বাউল
হসুৰাইলো বৈকুণ্ঠ-সমাজ ॥ ৮৭

কপট যুৱতী বেশে মোহিলন্ত হৃষীকেশে
পাসৰিলো তোমাক পাশতে।

কন্যাক ফুৰিলো খেদি গিৰি গুহা বন নদী
অনেক ঋষিৰ আশ্ৰমতে ॥

নেদেখিলে কৈৰ লোক কোনে নহাসিলে মোক
লঘু হুইবে নথাকিল ঠাই ।
এভো মোৰ কাম্পে হিয়া হেন জানা প্ৰাণ-প্ৰিয়া
হৰিৰ মায়াত বড়া নাই ॥ ৮৮

যত দেখা চৰাচৰ হৰিময় নিৰন্তৰ
হৰিত পৃথক কেহো নোহে ।
যি জন ভকতি-হীন সি দেখে হৰিক ভিন্ন
হৰিৰ মায়ায়ে তাক মোহে ॥

হৰিসে পৰম দেৱ হৰিকেসে কৰো সেৱ
স্ৰজন্তা পালন্তা দেৱ হৰি ।
হৰি-নাম হিয়ে ধৰি হৰি-নাম সদা স্মৰি
তেৰেসে হৰিৰ মায়া তৰি ॥ ৮৯

হেন জানি তুমি দেৱী হৰিৰ চৰণ সেৱি
এড়া লোভ মোহ ক্ৰোধ কাম ।
নকৰিয়ো জন্ম বৃথা শুনা সদা হৰি-কথা
কৰিয়ো কীৰ্ত্তন হৰি-নাম ॥

হৰিৰ চৰণ-মনে চিন্তিয়োক সৰ্ব্বক্ষণে
কৰিয়ো ভকতি ভালমতে।
তেৰেসে সংসাৰ তৰি হৰিৰ প্ৰসাদে গৌৰী
পাইবা মোক্ষ মোহোৰ লগতে ॥

## দশম কীৰ্ত্তন

ঘোষা ॥ **জয় কৃষ্ণ বোল নৰ মুখে।**
**বৈকুণ্ঠে প্ৰয়াণ কৰ সুখে ॥ ১০**

পদ ॥ শঙ্কৰৰ হেন বাণী পাৰ্ব্বতী গোসানী শুনি
আনন্দতে শিহৰাইলা গাৱ।
উঠি কৰযোড়ে গৌৰী ফুৰি প্ৰদক্ষিণ কৰি
নমিলা শিৱৰ দুই পাৱ ॥

তুমি প্ৰভু সৰ্ব্বজ্ঞান দিলা মোক দিব্য জ্ঞান
সাৰ্থক তোমাৰ মঞি জায়া।
কিনো ভাগ্যৱতী আমি তোমাৰ প্ৰসাদে স্বামী
তৰিবো দুস্তৰ ঘোৰ মায়া ॥ ৯১

---

পা° ঘোষা ১০ ॥ ৰাম ৰাম ৰঘুনাথ এ।
ৰাম-নাম নচাড়োক মুখে ॥ ১০

আৰেসে জানিলো সাৰ　　　হৰি-ভকতিত পৰ
নিস্তাৰ কৰন্তা আন নাই ।
মিছাতেসে মূঢ়জনে　　　খপে আল-জাল-মনে
হৰি-নামে মোক্ষ-পদ পাই ॥

আৰ চিন্তা নাই মোৰ　　　তৰিবো সংসাৰ ঘোৰ
কৌতূহলে হৰি-নাম-নাৱে ।
এহি বুলি পাছে গৌৰী　　　হৰিত ভকতি কৰি
থাকিলন্ত জগতৰ মাৱে ॥ ৯২

শুক মুনি নিগদতি　　　শুনিয়োক কুৰুপতি
কহিলোহো হৰিৰ চৰিত্ৰ ।
কপট-যুৱতী-বেশে　　　যেনমতে হৃষীকেশে
মুহিলন্ত শঙ্কৰৰ চিত্ত ॥

দৈত্যৰ মুহিয়া মন　　　যেনমতে নাৰায়ণ
ভুঞ্জাইল অমৃত দেৱতাক ।
পুছিলা যতেক মানে　　　কহিলো তোমাৰ থানে
সাৰশেষে কৃষ্ণৰ কথাক ॥ ৯৩

---

পাঃ পদ ৯২ ॥　হৰি-নাম-নাৱে ।—হৰি বোলে মনে ।
জগতৰ মাৱে ॥—কতো দিনমানে ॥

অকপটে যিটোজনে শুনে ভণে এক মনে
শুনিয়োক তাৰ যেন ফল।
খণ্ডয় চৌষষ্টি ৰোগ মিলে আসি যত ভোগ
মনোৰথ পূৰয় সকল ॥

সমস্ত পাপকে বাধি আপুনাৰ মোক্ষ সাধি
এক কোটি পুৰুষ উদ্ধাৰে।
কহো মঞি স্বৰূপত নাহি সাৰ সংসাৰত
হৰি-কথা-শ্ৰৱণত পৰে ॥ ৯৪

পৰীক্ষিত হেন জানি চিন্তিয়োক চক্ৰপাণি
হৰিৰ কথাত কৰা ৰতি।
সংহৰিয়ো আন কাম জপিয়ো হৰিৰ নাম
ইহ-পৰলোকে হৰি গতি ॥

অশাশ্বত মৰ্ত্ত্য-লোক জন্মৰ সফল হোক
কৰিয়োক হৰিত ভকতি।
আৰ যেহি মানে লাগে পুছিয়োক মহাভাগে
কহো কৃষ্ণ-কথাক সম্প্ৰতি ॥ ৯৫

---

পা° ৯৪ ॥ পাপকে বাধি—পাপৰে ব্যাধি।

নমো নমো দামোদৰ সংসাৰৰ বিঘ্নি-হৰ
ভকত-অভয়-দাতা দেৱ।
ভাগৱত পদ ছবি ৰচিল শঙ্কৰ কবি
কৃষ্ণৰ চৰণ কৰি সেৱ ॥

শুনিয়োক সাধু লোক নিন্দা নুবুলিবা মোক
যদি দেখা পদত দূষণ।
আমি সমস্তৰে শিষ্য জানি কৰা বিমৰিষ
মহন্তৰ ক্ষমাসে ভূষণ ॥ ৯৬

কৃষ্ণে দিল যেন মতি যেন ৰড়ে সৰস্বতী
বিৰচিলো সেহি অভিপ্ৰায়।
যতেক চটক দেখা যাৰ যেনমত পাখা
তাৰ অনুৰূপেসে উড়ায় ॥

শুনা সৰ্ব্বজন তত্ত্ব ইটো মহাভাগৱত
তিনিও লোকত সাৰোত্তৰ।
যত মহাযজ্ঞ দান কোটি কোটি তীৰ্থ-স্নান
কেহো আৰ নপাৰে ওচৰ ॥ ৯৭

---

পা° ৯৬ ॥ শিষ্য—সিশ, শিষ।

কৃষ্ণ কথা যিবা ভণে যিবা শুনে এক মনে
যমৰ ভাৱনা কৰে চূৰি ।
পুৰুষ উদ্ধাৰ কৰি সংসাৰ-সাগৰে তৰি
অন্তকালে যায় বিষ্ণুপুৰী ॥

শঙ্কৰে ৰচিল গীত আপুনাৰ চিন্তা হিত
শুনা সমজ্যাৰ যত জন ।
এড়ি আলজাল কাম ডাকি বোলা ৰাম ৰাম
সমাপত মহেশ-মোহন ॥ ৯৮

**হৰমোহন সমাপ্ত ॥ ৮ ॥**

নৱম খণ্ড

# বলি-ছলন

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **বোলা ৰাম ৰাম ভাবিয়ো ৰাম ৰাম ।**
**পৰম মধুৰ বাণী লৈতে অনুপাম ॥ ১**

পদ ॥ শুক মুনি বোলন্ত শুনিয়ো পৰীক্ষিত ।
বামনৰ বাক্যে বলি সুতল-পুৰীত ॥
নিয়মিলা দানৱক বিষ্ণু-ধৰ্ম্ম কই ।
আপুনি থাকিলা পাছে মুখ্য গৃহ লই ॥ ১
দিব্য ভোগ যতেক আপুনি লৱে লাগ ।
বৈষ্ণৱ বলিৰ তাত নাহি অনুৰাগ ॥
এড়িলা বিষয়-ভোগ প্ৰহ্লাদৰ নাতি ।
সদায় থাকন্ত দিব্য সভা এক পাতি ॥ ২
মাধৱৰ চক্ৰে আসি ভৈল সভাসদ ।
যাহাৰ ভয়ত দৈত্যগণ নিশবদ ॥
প্ৰহ্লাদে কহন্তে শুনি থাকে কৃষ্ণ কথা ।
দ্বাৰত আপুনি হৰি থাকন্ত সৰ্ব্বথা ॥ ৩

শ্যামল শৰীৰ শিৰে কিৰীটি উজ্জ্বল ।
কমল-লোচন চাৰু মকৰ কুণ্ডল ॥
কণ্ঠত কৌস্তুভ কৰে কঙ্কণ কেয়ূৰ ।
কটিত মেখলা পাদ-পঙ্কজে নূপুৰ ॥ ৪
গাৱে পীত বস্ত্র যেন আগনিৰ জ্বালা ।
আপাদ-লম্বিত গলে জ্বলে বনমালা ॥
প্রসন্ন বদনে হৰি কৰে ধৰি গদা ।
বলিৰ সম্মুখ হুয়া থাকন্ত সৰ্ব্বদা ॥ ৫
হৰি-দৰশনত নিৰ্ম্মল ভৈল মতি ।
কৃষ্ণৰ চৰণে অনুক্ষণে বাঢ়ে ৰতি ॥
ভৈলন্ত বিমুখ বলি বিষয়-সুখত ।
সদায়ে কৃষ্ণৰ নাম নুগুচে মুখত ॥ ৬
উঠি কতো কীৰ্ত্তন কৰন্ত তাল ধৰি ।
দৈত্যগণে বেঢ়ি বাৰে চৌপাশে চাপৰি ॥
প্রহ্লাদে শিখান্ত গাৱে গোৱিন্দৰ গীত ।
পৰম আনন্দে দৈত্য-পতি কৰে নৃত্য ॥ ৭
গোৱিন্দক দেখিয়া আনন্দে দ্রৱে চিত্ত ।
হৰিষে লোতক স্রৱে তনু লোমাঞ্চিত ॥

---

পা° ৪ ॥ কমল-লোচন—কৰ্ণত জ্বলন্ত ।

হোন্ত নিশবদ গদগদ কৰে মাত।
প্ৰেম-ভাৱ উপজি পড়ন্ত ঢাত-ঢাত ॥ ৮
ভকতৰ বশ্য হৰি আকলিয়া বলি।
কতো আতি হৰিষে হাসন্ত খলখলি ॥
কতো হুকহুক কৰি কৰন্ত ক্ৰন্দন।
কতো গীত গান্ত বিৰোচনৰ নন্দন ॥ ৯
কতো হৰি বুলি গেৰিয়ান্ত ইন্দ্ৰসেন।
উঠি উঠি নাচন্ত বসন্ত বাউল যেন ॥
কতো মৌন হুয়া পৃথিৱীত পড়ি থাকে।
কৰয় কীৰ্ত্তন তাক বেঢ়ি দৈত্য-জাকে ॥ ১০
হেন ভক্তিভাৱে দৈত্যেন্দ্ৰৰ দিন যায়।
বলি-সম ভাগ্যৱন্ত ত্ৰৈলোক্যত নাই ॥
জগতকে পৱিত্ৰ কৰিলা দৈত্যপতি।
হৰিৰো বিস্ময় দেখি বলিৰ ভকতি ॥ ১১
অন্তৰীক্ষে মহিমা বখানে সিদ্ধ মুনি।
হেনতো বৈষ্ণৱ কৈতো দেখি নতু শুনি ॥
সদায় থাকন্ত দামোদৰ যাৰ কাছে।
বলি সম ভাগ্যৱন্ত আন কোন আছে ॥ ১২

পা° ১০ ॥ নাচন্ত বসন্ত—পড়ন্ত নাচন্ত।
১২ ॥ কৈতো—নতু।

মাধৱৰ পাৱত অৰ্পিলা আপুনাক।
বলিসে জিনিলা ইটো দুৰ্জ্জয় মায়াক ॥
এহি বুলি পুষ্প বৰিষন্ত ঘনে ঘনে।
বোলা হৰি হৰি সবে সভাসদগণে ॥ ১৩

### দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **ত্ৰাহি হৰি পড়িলো পাৱে**
**উপায় পৰমানন্দ দিয়া।**
**নসহে সংসাৰ তাপে**
**আউৰ মোৰ হিয়া ॥ ২**

পদ ॥ শুক মুনি নিগদতি শুনিয়োক কুৰুপতি
বৈষ্ণৱ বলিৰ দেখি কৰ্ম্ম।
বড়া বড়া দৈত্যগণ কৰে হেন আলোচন
কিনো বিপৰীত ভৈল ধৰ্ম্ম ॥

ইটো মূৰ্খ দৈত্যৰাজ এড়িলেক ৰাজ-কাজ
শত্ৰুৰ সদায় লৱে নাম।
আন নাই হৰি বিনে নাচে গাৱে ৰাত্ৰি-দিনে
কৰে কিনো গৰিহিত কাম ॥ ১৪

---

পা° ১৪ ॥ ৰাজ-কাজ—লাজকাজ।

ছাড়িল দৈত্যৰ নীতি ভৈল বিষ্ণুৰেসে ভিতি
জানা আক পাইলেক বিবুদ্ধি।
হৰি বুলি মৰে মাত্র নভৈল একোৰে পাত্র
যেন ভৈল শোভৰ আষুধি ॥

আটাসতে গল ফাৰে যেন কাণে সূচি তাড়ে
সৰ্ব্বদায়ে শুনে হৰি-কথা।
কিবা কদৰ্থনা চাঞো আসা উঠি ঘৰে যাঞো
হৰি-নাম নুশুনোহো বৃথা ॥ ১৫

কুল-ধৰ্ম্মে ভৈল হীন যেন বাতুলৰ চিহ্ন
আহাৰ সেৱাত নাহি ফল।
হেন কণাকণি কৰি উঠি গৈল ঘৰাঘৰি
কতো কতো দানৱ নিশ্চল ॥

শ্রৱণে আনন্দ কৰে কীৰ্ত্তনে পাতক হৰে
হৰি-নাম মুকুতি-দায়ক।
পাতকে শুনিবে নেদে যেন কিলাই কোবাই খেদে
দুষ্ট শঠ অধৰ্ম্মীজনক ॥ ১৬

---

পাঠ ১৫ ॥ আষুধি—ঋোসধি, ঔষধী।
বৃথা—যথা।

পৰম মঙ্গল ৰাম নাম ইটো অনুপাম
বৈষ্ণৱৰ যাক শুনি তুষ্টি ।
দৈত্যগণ দুৰাচাৰে তাক কি শুনিতে পাৰে
উচপিচ কৰি গৈল উঠি ॥

বলিৰো নুশুনে হাক দানৱৰ বিচেষ্টাক
মাধৱৰ চক্ৰে দেখি আছে ।
জ্বলে যেন সূৰ্য্য কোটি বিস্বাদশবদে উঠি
ক্ৰোধে খেদি গৈল পাছে পাছে ॥ ১৭

কৃষ্ণৰ কিঙ্কৰে ভণে শুনিয়োক সৰ্ব্বজনে
স্থিৰ বুদ্ধি কৰি গুণা মনে ।
আজি-কালি কৰি দিন গৈল আয়ু ভৈল ক্ষীণ
যাইবে লাগে যমৰ কৰণে ॥

যতেক সংসাৰ-নয় সবে স্বপ্ন মায়াময়
অন্তকে কেশত আছে ধৰি ।
ভাৰতত জন্ম পাই বিলম্বক নুযুৱায়
সদায় ঘুৰিয়ো ৰাম হৰি ॥ ১৮

---

পা° ১৭ ॥ বিম্বাদশবদে—বিম্বাসবদে ।

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **ও হৰি দেহু দৰিশন শিৱ সনাতন**
**তোমাৰ চৰণে ধৰো।**
**তুৱা গুণ-নাম ছাৰি আন কাম**
**কৰিয়া মিছাতে মৰো ॥ ৩**

পদ ॥ দৈত্যৰ পুৰীত পশিল ত্বৰিত
বাঘে যেন ধৰে খেদি।
যত দ্ৰোহিয়াৰ ৰাথ নাহি তাৰ
পেহ্লাৱে মাথাক ছেদি ॥

কাৰো নাক কাণ কৰে খান খান
কাৰো কঙ্কালত কাটে।
হাত ভৰি টিঙ্গি কৰয় চৌৰাঙ্গি
পড়ি গেৰাগেৰি বাটে ॥ ১৯

কাৰো জিহ্বা আনি কাটে টানি টানি
ধৰি দুই চক্ষু কাঢ়ে।
কাৰো দান্ত সাৰে কদৰ্থিয়া মাৰে
দৈত্যৰ লাগ নছাড়ে ॥

---

পা° ১৯ ॥ ৰাথ—ৰক্ষা। টিঙ্গি—টেঙ্গি।
গেৰাগেৰি—গড়াগড়ি, গৰাগৰি।
২০ ॥ সাৰে—শাৰি।

কাৰো বুক ছিৰি তপত ৰুধিৰি
ভুঞ্জাৱে গৃধ্ৰ শৃগাল ।
অধৰ্ম্মে গ্ৰসিল তিলেকে নশিল
দৈত্য ভৈল বুন্দামাল ॥ ২০

বিষ্ণুৰ চক্ৰৰ নভৈল ভাগৰ
হস্তী যেন মাৰে মাখি ।
পুত্ৰ-ভাৰ্য্যা এড়ি মৰো জীঞো কৰি
কতো পলায় প্ৰাণ ৰাখি ॥

ই তিনি লোকত ভ্ৰময় ভয়ত
চক্ৰো পাছে পাছে ফুৰে ।
হেৰা পাইলে বুলি মৰয় সমূলি
দানৱে দান্ত নুঘূৰে ॥ ২১

ব্ৰহ্মাতো লাগিল শৰণ মাগিল
হাতে-দান্তে খেৰ তুলি ।
চক্ৰক ডৰাই কেহো নেদে ঠাই
বলিৰ দ্ৰোহীয়া বুলি ॥

---

পা° ২০ ॥ তিলেকে—ক্ষণেকে । বুন্দামাল—বুন্দামাল্ল, বুন্দামাৰ ।

বুদ্ধি ভৈল চুৰি পলাইবাৰ পুৰী
কহিতো নপাইল খুজি।
বলিৰ চৰণে পশিল শৰণে
ভুনাই সৱে মান্থ বুজি ॥ ২২

ভণিল শঙ্কৰে শুনা সৱ নৰে
যতেক বিষয়-ভোগ।
পুত্ৰ দাৰা ধন শৰীৰ স্বজন
সবাৰ আছে বিয়োগ ॥

তাৰ চিন্তা এড়ি চিন্তিয়োক হৰি
অন্তকে পাইলেক পৰা।
এড়ি আন কাম বোলা ৰাম ৰাম
সুখে ভৱ-নদী তৰা ॥ ২৩

---

পাঃ ২২ ॥ মান্থ—মন।

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ গৰুড়-কেতু ত্ৰাণ-হেতু
ৰাম তুমি নাৰায়ণ।
জানি লৈলো তোমাত শৰণ ॥ ৪

পদ ॥ এহিমতে চক্ৰে ধৰি কাটি মাৰি বশ্য কৰি
কতো দানৱক দিল আনি।
দৈত্যগণো ত্ৰাস হুয়া কাণ-মুণ্ড নলাড়িয়া
থাকিল বলিৰ বাক্য মানি ॥

কৃপাময় দৈত্য-পতি শিক্ষা দেন্ত প্ৰতি প্ৰতি
শুনিয়োক সমস্তে দানৱ।
যিটো হৰি-কথা কৰে হৰি-নাম সদা লৱে
সিসে মোৰ পৰম বান্ধৱ ॥ ২৪

কৰযোৰে বোলো হেৰা অসুৰ স্বভাৱ এড়া
হৰি-ভকতিত দিয়া চিত্ত।
মুখে হৰি-নাম স্মৰে হৃদয়ত ৰূপ ধৰে
তাহাৰ ভৃত্যৰো মঞি ভৃত্য ॥

---

পা° ঘোষা ৪ ॥ ৰাম নিৰঞ্জন ঃ নিৰঞ্জন ঃ নিৰঞ্জন হৰি।
হৰি ৰাম নিৰঞ্জন নিৰঞ্জন হৰি ॥ ৪

শুনিয়োক জ্ঞাতি-লোক সবে কৃপা কৰা মোক
হৰি স্মৰি হুয়ো পৰিত্ৰাণ।
সুহি তেৱে পাইবা ফল এহি বুলি মহাবল
ভকতিৰ পাতিলা দেৱান ॥ ২৫

কোনে হৰি-কথা কৰে কোনে কৈতে নাম লৱে
নিতে কৰে ওৱাচিল বাঙ্কি।
যাহাৰা নুপূৰে ভাই তাহাৰা জীৱন নাই
চিঙ্গি দিয়া মাৰে প্ৰাণ টাঙ্কি ॥

ফুৰে পাইক ঘৰে ঘৰে সবংশকে বেড়ি ধৰে
যাহাৰা নলৱে হৰি-নাম।
সৰ্ব্বস্ব আগ্ৰহি লৱে জীয়ে মানে সাঞ্চ থৱে
গলত লগাৱে বৰ চাম ॥ ২৬

কীৰ্ত্তনত চিত্ত নেদি গ্ৰাম্য কথা কৰে যদি
তাহাৰ কাণত সূচি তাড়ে।
হৰি-ভকতিক এড়ি হাসে উপহাস্য কৰি
চৱৰতে তাৰ গাল ফাড়ে ॥

---

পা॰ পদ ২৬ ॥ ওৱাচিল—ওৱাসিল। ভাই—তাই।
যাহাৰা⋯তাহাৰ—তাহাৰ ⋯তাহাৰ।
চিঙ্গি—চেঙি, টেঙ্গি। গলাত—গালত। চাম—সাম।

সুমৰিবে নাহি ইছা ডৰতে ভটকে মিছা
জানি তাৰো জিহ্বা বিন্ধে টানি ।
যিবা থাকে মৌন হুই তাৰ গলে দেই জুই
কেনে নোবোলস হৰি-বাণী ॥ ২৭

অৱজৰ নাই ৰাতি প্ৰতি ঘৰে ঘৰে মাতি
ফুৰে কটোৱাল বাটে-বাটে ।
ফাকটে বজাৱে ভেৰী জাগ জাগ নিদ্ৰা এড়ি
হৰি বোল হৰি বোল ঝাণ্টে ॥

ৰাজাৰ দণ্ডিত থাকি সুতল পুৰীক ঢাকি
নিৰন্তৰে কৰে হৰি-ঘোষ ।
আন গৃহ-কৃত্য এড়ি হৰি বুলি পাৰে গেৰি
শুনি মিলে বলিৰ সন্তোষ ॥ ২৮

---

পা° ২৭ ॥ গলে—গালে । কেনে—কোনে ।
২৮ । অৱজৰ—অৱসৰ । ফাকটে—ফাটকে, কটকে ।

## পঞ্চম কীৰ্ত্তন

ঘোষা ॥ **হৰি ৰাম হৰি ৰাম ঘুষিয়ো ভাই**
**সংসাৰ-সাগৰে তৰ।**
**ৰাম-পাৱ-নাৱ কাছতে আছন্ত**
**মিছাতে ডুবিয়া মৰ ॥ ৫**

পদ ॥ এহিমতে তৈত আশে যত দৈত্য
এৰিল আন আলাপ।
কৰে হৰি-ধ্বনি হৰি-কথা শুনি
শৰীৰ ভৈল নিষ্পাপ ॥

কৃষ্ণৰ চৰণ সেৱে অনুক্ষণ
অক্ষয় পুণ্যক সঞ্চে।
বলিৰ প্ৰসাদে অতি অপ্ৰমাদে
সুতল-পুৰীত বঞ্চে ॥ ২৯

সিটো দৈত্যেশ্বৰে মাধৱত পৰে
নিচিন্তিলা আন কাম।
শয়নে ভোজনে সচেতে স্বপনে
নেড়িলা হৰিৰ নাম ॥

---

পা° ঘোষা ৫ ॥ ৰাম-পাৱ-নাৱ—ৰাম-নাম-নাৱ।

সুদৃঢ় ভকতি- ভাৱে দৈত্য-পতি
কৰিলা কৰ্ম্ম নিৰ্ম্মূল ।
সংসাৰক তৰি পুৰুষ উদ্ধৰি
নিস্তাৰিলা দৈত্য-কুল ॥ ৩০

বলিৰ সদৃশ নাহি সুপুৰুষ
বৈষ্ণৱতে সাৰোতৰ ।
যাৰ যশ-ৰাশি থাকিল প্ৰকাশি
যাৱে চন্দ্ৰ দিৱাকৰ ॥

শুক নিগদতি কহিলো সম্প্ৰতি
বলিৰ চৰিত্ৰ যত ।
যিবা শুনে পঢ়ে তাকো পাপে এড়ে
সুখে তৰে সংসাৰত ॥ ৩১

নমো নাৰায়ণ জগত-কাৰণ
খণ্ডিয়ো সংসাৰ-ভয় ।
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
ভাগৱত-পদচয় ॥

শুনা বুধ লোক　　　ক্ষমিয়োক মোক
পদত দূষণ দেখি।
যাৰ জ্ঞান নাই　　　যিমতে চেষ্টায়
মূৰ্খৰ দোষ নেলেখি ॥ ৩২

মোৰ পদ বুলি　　　নেড়িবা সমূলি
বিচাৰি দেখিবা পাছে।
মোক্ষৰ নিদান　　　অমৃত-সমান
কৃষ্ণ-কথা আতে আছে ॥

হেন অনুমানি　　　কৃষ্ণৰ কাহিনী
শুনিয়া হুয়ো সন্তোষ।
আন কাম এড়ি　　　সমজ্যায়ে বেড়ি
কৰিয়োক হৰি-ঘোষ ॥ ৩৩

**বলি-ছলন সমাপ্ত ॥ ৯ ॥**

দশম খণ্ড

# শিশু-লীলা

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **কৃষ্ণ গোপাল কৰুণাময় ৰাম ৰাম হৰি ॥ ১**

পদ ॥ কৃষ্ণ-ৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ ॥
পীত বস্ত্ৰে শোভে আতি শ্যাম কলেৱৰ।
কমল-লোচন চাৰু অৰুণ অধৰ ॥ ১
সুন্দৰ নাসিকা কৰ্ণে মকৰ-কুণ্ডল।
কণ্ঠত কৌস্তুভ শিৰে কিৰীটি উজ্জ্বল ॥
আপাদ-লম্বিত বন-মালা জ্বলে গলে।
শোভে অতি শ্ৰীবৎস বহল বক্ষস্থলে ॥ ২
চাৰু চাৰি ভুজ জ্বলে আজানু-লম্বিত।
কৰি-কৰ-সম উৰু বৰ্ত্তুল বলিত ॥
চৰণ-কমল যেন নৱ পদ্ম-কোষ।
যাক দেখি ভকতৰ পৰম সন্তোষ ॥ ৩
প্ৰসন্ন বদন জ্বলে অলকা-তিলক।
বসুদেৱে দেখিলন্ত অদ্ভুত বালক ॥

পড়ি দুয়ো প্ৰাণী পাছে কৰিলন্ত স্তুতি ।
পিতৃত কহিলা প্ৰভু সমস্ত যুগুতি ॥ ৪
ভৈলা শিশু-ৰূপ তৈতে প্ৰভু নাৰায়ণ ।
কোলে লৈয়া বসুদেৱ লড়িল তেখণ ॥
ভাগিল নিহল ভৈলা মেলান কপাট ।
দেখি ভয়ে যমুনা আপুনি দিলা বাট ॥ ৫
বৰিষে কণিকা মেঘে ওপৰত গাজে ।
ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে ॥
যশোদাৰ তৈতে উপজিলা যোগ-মায়া ।
আতি অচেতনে নিদ্ৰা গৈলা নন্দ-জায়া ॥ ৬
তাহানে শয্যাত নিয়া থৈলন্ত তোমাক ।
বসুদেৱে আনিলন্ত নন্দৰ কন্যাক ॥
শিশুভাৱে গোকুলত ক্ৰীড়িলা অপাৰ ।
সাধিলা অনেক প্ৰীতি নন্দ যশোদাৰ ॥ ৭
অচিন্ত্য-মহিমা হৰি পুৰুষ পুৰাণ ।
লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ ॥
কংসৰ পাঞ্চনি পাই যত দৈত্য আসে ।
তুমি-অগনিত যেন পুড়ি মৰে ঝাসে ॥ ৮

---

পা° পদ ৮ ॥ পুৰাণ—প্ৰধান ।

আসিলেক পূতনা মোহিনী নাৰী-বেশে।
তন দিয়া শিশু মাৰি ফুৰে দেশে দেশে ॥
কোলে ধৰি তোমাক দিলেক তন দান।
তন-পানে পূতনাৰ শুষিলাহা প্ৰাণ ॥ ৯
শকটৰ তলে থৈলা যশোদা শুৱাই।
লাথি হানি পেলাইলা শকট ওভতাই ॥
হেন দেখি যশোদা সুন্দৰী মহাদুঃখে।
আথে-বেথে কোলে লৈয়া তন দিলা মুখে ॥ ১০
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুগুতি।
ৰাম-নাম বিনা নাহি কাহাৰো মুকুতি ॥
হেন জানি নিৰন্তৰে এড়ি আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ১১

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **ৰাম পাৰ কৰা ৰঘুনাথ সংসাৰ-সাগৰে ॥ ২**

পদ ॥ চক্ৰবাত অসুৰে কৃষ্ণক নিলে হৰি।
আকাশত মাৰিলা গলত চেপি ধৰি ॥
কৃষ্ণক হিয়াত লৈয়া পড়িলা ভূমিত।
জুৰাইল তোমাক পায়া যশোদাৰ চিত্ত ॥ ১২

ছলে হামি তুলি তুমি দেখাইলা মাৰত ।
গৰ্ভৰ ভিতৰে আছে সমস্তে জগত ॥
কম্পিল শৰীৰ যশোদাৰ হেন দেখি ।
পৰম বিস্ময় হুয়া মুদিলন্ত আখি ॥ ১৩
বসুদেৱে পঠাইলা আসিলা গৰ্গ ঋষি ।
গোপ্য কৰি জাত-কৰ্ম্ম কৰিলা হৰিষি ॥
কহিলা নন্দৰ আগে যত গুণ-গ্ৰাম ।
বিধিৰতে তোমাৰ থৈলন্ত কৃষ্ণ নাম ॥ ১৪
আণ্ঠু কাঢ়ি ৰিঙ্গ পাড়ি ফুৰা ব্ৰজ মাঝে ।
সোণাৰ ঘাঘৰচয় কঙ্কালত বাজে ॥
বৃষৰ শুনিয়া নাদ চমকি উলটি ।
আথে-ৰেথে ধৰা গৈয়া মাৰক সাবটি ॥ ১৫
থিয়দঙ্গা দিয়া পাছে ভুমি দামোদৰ ।
আনাট কৰিয়া ফুৰা গোৱালীৰ ঘৰ ॥
আনন্দতে সমস্তে গোৱালীগণ আসি ।
কৃষ্ণৰ অকৃতি যশোদাত দেয় হাসি ॥ ১৬
কি ভৈল তোমাৰ ইটো তনয় দুৰ্জ্জন ।
কৃষ্ণৰ নিমিত্তে আউৰ নাৰহে জীৱন ॥
গাই নভু দোহন্তে দামুৰি মেলে গই ।
গৃহ পশি চুৰি কৰি খান্ত দুগ্ধ দই ॥ ১৭

বানৰকো খুৱাৱে গোৱিন্দ কিনো চাণ্ড ।
বানৰে নখান্ত জানি কোবাই ভাঙ্গে ভাণ্ড ॥
চুঙ্কি যেৱে নপাৱে মনত নাই তুষ্টি ।
সিকিয়াৰপৰা আনে উৰলত উঠি ॥ ১৮
শৰীৰৰ ৰত্নগণে ফুৰে পসৰাই ।
আন্ধাৰতো খুজি পান্ত লুকান নযায় ॥
বস্তুক নপাইলে ধৰি মাৰন্ত ছৱালি ।
গৃহক ভৎ´সিয়া পলাই যান্ত বনমালী ॥ ১৯
মাৱৰ কোলাত আছা তুমি জগন্নাথ ।
সভয়-নয়ন হুয়া চপৰাইলা মাথ ॥
হেন দেখি যশোদা কৃষ্ণক নোবোলয় ।
আনন্দে ৰহিলা হাসি পুত্ৰ-মুখ চাই ॥ ২০
ডৰিবাৰ দেখিয়া পুত্ৰক বৰনাৰী ।
বুকত সাবটি ধৰিলন্ত চুমা পাৰি ॥
মাধৱৰ শিশু-লীলা শুনা সৰ্ব্ব লোক ।
বোলা হৰি হৰি যত পাতক ছাৰোক ॥ ২১

---

পা॰ ১৯ ॥ বস্তুক……বনমালী ॥—( পুথি )
বস্তুক নপাইলে ছৱালিক মাৰে ৰাগি ।
লৰৰড়ন্তে পলাই যান্ত মন্দিৰাত হাগি ॥

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ কেশৱ কৃষ্ণ করুণা-সিন্ধু।
ত্রাহি জগন্নাথ অনাথ-বন্ধু ॥ ৩

পদ ॥ এহিমতে ব্ৰজে আনন্দে হৰি।
কৰন্ত ক্রীড়া শিশু-ৰূপ ধৰি॥
যত গোপ শিশু বলাই আদি।
সবে ভৈল গৈয়া কৃষ্ণৰ বাদী ॥ ২২

যশোদাৰ আগে দিলেক খল।
খাইলন্ত কৃষ্ণে মাটি এক দল ॥
শুনিয়া যশোদা সুন্দৰী হাসি।
পুত্ৰৰ হাতত ধৰিলা আসি ॥ ২৩

কেনে মাটি খাইলি অৰে গোপাল।
কোবাই আজি তোৰ ফাৰিবো ছাল ॥
শুনিয়া কৃষ্ণৰ হৰিল মাত।
চক্ষু টেৰ কৰি মাৰক চান্ত ॥ ২৪

ভয়তে যেন কাম্পে হাত-ভৰি।
যশোদা দেখে পুত্ৰ গৈল ডৰি ॥

মুখক চাহন্তে লাগয় বেথা।
কিয় মাটি খাইলি সোধন্ত কথা ॥ ২৫
লগৰ শিশু বোলে সমুদায়।
বলায়ো বোলে তোৰ শ্ৰেষ্ঠ ভাই ॥
মাতন্ত কৃষ্ণে যশোদাক চাই।
মিছা মাতে সবে শুনিয়ো আই ॥ ২৬
কদাচিতো মঞি নখাওঁ মাটি।
দদা বলভদ্রে মাতন্ত ঘাটি ॥
পতিয়ান নাই চৱা বিচাৰি।
হেন শুনি মাতে যশোদা নাৰী ॥ ২৭
বায়ো বেন্ত যেৱে মাটি নখাইলি।
শুনিয়া শিশু-ৰূপী বনমালী ॥
চৱা মুখ বুলি মাৰক মাতি।
বাইলন্ত বেন্ত প্ৰকাশিয়া আতি ॥ ২৮
যশোদা সুন্দৰী দেখন্ত পাছে।
সমস্ত জগত গৰ্ভতে আছে ॥
সাতোখান দ্বীপ সাতো সাগৰ।
গিৰি বন নদী গ্ৰাম নগৰ ॥ ২৯
বায়ু সূৰ্য্য শশী দিশ আকাশ।
তাৰাগণ তৈতে কৰে প্ৰকাশ ॥

সমস্তে জীৱ জৌতি তেজ জল।
সত্ত্ব ৰজ তম ইন্দ্রিয়-বল ॥ ৩০

বল বুদ্ধি কাল কৰ্ম্ম যতেক।
সবাকো গর্ভতে দেখি প্রত্যেক ॥
যতেক ধেনু গোপ-গোপীঝাক।
যশোদা দেখে তৈতে আপোনাক ॥ ৩১

পৰম শঙ্কাক পাইলন্ত সতী।
অদ্ভুত দেখিয়া বোলন্ত মাতি ॥
কিবা ভ্রম ভৈল মোহক পায়া।
দেখিলো স্বপ্ন কিবা দেৱ-মায়া ॥ ৩২

কিবা জানে মায়া মোৰ তনয়।
কৰিবে নৱাৰো একো নিশ্চয় ॥
নুহিকন্ত মোৰ পুত্ৰ মানুষ।
এহেন্তেসে বিষ্ণু আদি পুৰুষ ॥ ৩৩

এহি বুলি চিত্তে দঢ়ায়া সতী।
কৰযোড়ে কৰে কৃষ্ণক স্তুতি ॥
যিটো ব্ৰহ্ম নোহে তর্ক-গোচৰ।
নপাৰে বচনে মনে ওচৰ ॥ ৩৪

---

পা° ৩০ ॥ জীৱ……জল।—তেজ যৌতিচক্ৰ যল।

নাহি উতপতি নাহি মৰণ।
সদায়ে প্ৰণামো তান চৰণ ॥
মঞি যশোদা মোৰ পুত্ৰ স্বামী।
ব্ৰজৰ সবে অধিকাৰী আমি ॥ ৩৫
হেন অহন্মম সদায়ে কৰো।
যাহাৰ মায়াত উপজো মৰো ॥
হেন ভগৱন্ত হুয়োক গতি।
খণ্ডিয়োক আৰে মোৰ কুমতি ॥ ৩৬
গুণন্ত শুনি ত্ৰিজগত-পতি।
বিষ্ণু হেন মোক জানিলা সতী ॥
কৰিলা বৈষ্ণৱী মায়া বিস্তাৰ।
গুচিল বিষ্ণু-জ্ঞান যশোদাৰ ॥ ৩৭
কৃষ্ণত পুত্ৰ-বুদ্ধি ভৈল জাত।
ধূলা জাৰি তুলি লৈলা কোলাত ॥
পাড়ন্ত চুমা মুখে তন দিয়া।
মোৰ আয়ু লই পুতাই জীয়া ॥ ৩৮
ব্ৰহ্মায়ো নজানে যাৰ মহিমা।
চাৰি বেদে কহি নপাৰে সীমা ॥
হেন মাধৱক তনয় পাইল।
যশোদা নন্দে কিনো তপসাইল ॥ ৩৯

স্নুনন্দ আদি যত যোগীগণ ।
চিন্তিও নেদেখে যাৰ চৰণ ॥
হেন পৰমব্ৰহ্ম যশোদা স্নুত ।
ভৈলন্ত কিনো আতি অদভুত ॥ ৪০
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
শুনা শিশু-লীলা সমস্ত জনে ॥
যেৱে সুখে যাইবা বৈকুণ্ঠ-পুৰী ।
সদায় ডাকিয়া ঘুষিয়ো হৰি ॥ ৪১

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ **হে করুণাময়**
**ৰাম কৃষ্ণ প্ৰভু ৰঘুপতি ॥ ৪**

পদ ॥ দিনেক যশোদা নন্দ-জায়া ।
আপুনি মথন্ত দধি গৈয়া ॥
কৃষ্ণৰ শৈশৱ-লীলাক স্মৰি ।
কৃষ্ণ-গীত গাৱন্ত স্নুন্দৰী ॥ ৪২
খোৗণি বস্ত্ৰ পিন্ধি দিব্য কাছে ।
কটিত মেখলা বান্ধি আছে ॥

পা° ৪১ ॥ বৈকুণ্ঠ-পুৰী—সংসাৰ তৰি ।

পুত্ৰ-স্নেহে স্ৰৱে দুয়ো তন ।
আজোড়ন্তে লড়ে ঘনে ঘন ॥ ৪৩

ৰুণ ঝুন কেয়ূৰ কঙ্কণ ।
শ্ৰম-জলে উজ্জ্বল বদন ॥
কৰ্ণত কুণ্ডল দোলে আতি ।
খসি পড়ে খোপাৰ মালতী ॥ ৪৪

এহিমতে মথন্তে প্ৰয়াসি ।
মাৰক ধৰিলা কৃষ্ণে আসি ॥
মথনিত ধৰিয়া নিষেধি ।
মথিবাক নেদে আউৰ দধি ॥ ৪৫

হাসি কোলে লৈলা নন্দ-জায়া ।
দিলা তন পুত্ৰ-মুখ চায়া ॥
দেখন্তে উতলি দুগ্ধ পড়ে ।
পুত্ৰ এড়ি গৈলন্ত লৰৰড়ে ॥ ৪৬

তন পিবে নপায়া কৃষ্ণৰ ।
কোপে কাম্পে অৰুণ অধৰ ॥
দশন কামুড়ি আতি চাণ্ড ।
শিলায়ে ভাঙ্গিলা দধি-ভাণ্ড ॥ ৪৭

পা° ৪৫ ॥ শ্ৰম-জলে—ঘৰ্ম্মজলে, শ্ৰমে জলে ।

মহা কোপে কোঠা পশিলন্ত।
সিঙ্কিৰাই লৱনু ভুঞ্জন্ত ॥
আসিলা যশোদা নমাই ক্ষীৰ।
দেখে হাণ্ডি ভাঙ্গিলা দধিৰ ॥ ৪৮
জানিলা পুত্ৰৰ কৰ্ম্ম গোপী।
হাসিয়া দেখিলা পশি খুপি ॥
উড়ল উপৰে বসি হৰি।
ভুঞ্জন্ত লৱনু চুৰি কৰি ॥ ৪৯
শিকিয়াৰপৰা নমাই আনি।
বানৰকো দেন্ত দলি হানি ॥
শঙ্কিত নয়নে নাই সাৰি।
দেখিয়া যশোদা লৈলা বাড়ি ॥ ৫০
মাৰিবে আসন্ত জানি ডৰে।
দিলা লড় নামি উড়লৰে ॥
পাছে পাছে যশোদা খেদন্ত।
ভয়ে লাগ মাৰক নেদন্ত ॥ ৫১
যাক যোগী নপাৰে ধ্যানত।
হেন হৰি পলান্ত ভয়ত ॥
পুত্ৰক খেদন্ত মহাসতী।
শ্ৰোণী-ভৰে আক্ৰমিল গতি ॥ ৫২

বেগত মেলান ভৈল খোপা ।
খসি পড়ে মালতীৰ থোপা ॥
গোৱিন্দে মাৱৰ শ্ৰম দেখি ।
ৰহিল কান্দন্তে মুই আখি ॥ ৫৩
সভয় নয়নে চান্ত ডৰে ।
যশোদা ধৰিলা আসি কৰে ॥
ভাণ্ড ভাঙ্গি আৰে যাইবি কথা ।
খাইবো আজি কৃষ্ণ তোৰ মাথা ॥ ৫৪
সকলে লৰনু কৈলি নাশ ।
শুনি প্ৰভু ভৈলা মহাত্ৰাস ॥
দেখি বাড়ি এড়িলাহা সতী ।
কৃষ্ণক বান্ধিবে ভৈলা মতি ॥ ৫৫
নাহি আদি-অন্ত পূৰ্ব্বাপৰ ।
পূৰ্ণব্ৰহ্ম জগত-ঈশ্বৰ ॥
তাহাঙ্ক তনয় মানি বলে ।
যশোদা বান্ধন্ত উড়ুখলে ॥ ৫৬
বান্ধন্ত কৃষ্ণক আনি ধৰি ।
নোজোড়ে আঙ্গুলা দুই জৰী ॥
আৰু জৰী আনি জোড়া দিলা ।
সিও দুই আঙ্গুলা নাটিলা ॥ ৫৭

হেন দেখি আৰো জৰী আনি।
যশোদা বান্ধন্ত টানি টানি ॥
শৰীৰৰ বল দিয়া আঁটে ।
তথাপি আঙ্গুলা দুই নাটে ॥ ৫৮
গৃহত যতেক পাইলা জৰী ।
এহিমতে জোড়ান্ত সুন্দৰী ॥
উড়ুখলেয়েৰে বান্ধে চাপি ।
নাটে দুই আঙ্গুলা তথাপি ॥ ৫৯
হেন দেখি হাসে গোপীগণে ।
যশোদা বিস্ময় ভৈলা মনে ॥
শৰীৰৰ ঘৰ্ম্ম যায় বহি ।
হাসিয়া থাকিলা শ্ৰমে ৰহি ॥ ৬০
হেন দেখি প্ৰভু নাৰায়ণ ।
স্নেহে লৈলা আপুনি বন্ধন ॥
জগতৰ আপুনি ঈশ্বৰ ।
তুমি বশ্য ভৈলা ভকতৰ ॥ ৬১
ব্ৰহ্মা লক্ষ্মীদেৱী মহাদেৱে ।
নপাইলা আনন্দ হেন কেৱে ॥
যশোদা প্ৰসাদ যেন পাইল ।
ইটো গোপী কিনো তপসাইল ॥ ৬২

ভকতৰ বশ্য তুমি হৰি ।
সুখে পাৱে গৃহতে সুমৰি ॥
ভণিলা শঙ্কৰে কৃষ্ণ-পদে ।
হৰি হৰি বোলা সভাসদে ॥ ৬৩

## পঞ্চম কীৰ্ত্তন

ঘোষা ॥ **ৰাম গোপাল হৰি ।**
**কৃষ্ণ গোৱিন্দ হৰি ॥ ৫**

পদ ॥ কৃষ্ণে দেখিলন্ত মাৱ গৃহ-কামে গৈল ।
আণ্ঠু কাড়ি উড়ুখল টানিবাক লৈল ॥
অৰ্জ্জুনত লাগি ভৈল উড়ল পথালি ।
কঙ্কাল ফান্দিয়া বল দিলা বনমালী ॥ ৬৪
কাম্পে দুয়োগোটা বৃক্ষ উড়ুখলে লাগি ।
উভৰি পড়িল মচ মচ কৰি ভাগি ॥
শাপ এড়াই দুয়ো পাছে কুবেৰ-তনয় ।
তোমাক নমিয়া গৈল আপুন নিলয় ॥ ৬৫
নিৰ্ঘাত শঙ্কিয়া খেদি আইল গোপঝাক ।
বন্দী হুয়া আছা নন্দে দেখিলা তোমাক ॥

---

পাঃ ঘোষা ৫ ॥ গোপাল—গোবিন্দ ।
পদ ৬৬ ॥ শঙ্কিয়া—শুনিয়া ।

হাসিলন্ত কোনে হেন কৰিলেক বুলি।
বান্ধ মেলি কৃষ্ণক কোলাত লৈলা তুলি॥ ৬৬

কিনো আতি নন্দ যশোদাৰ মহাভাগ।
পূৰ্ণব্ৰহ্ম তোমাক গৃহতে পাইলা লাগ॥
ভকতৰ আনন্দ বঢ়ায়া সৰ্ব্বক্ষণে।
শিশু-লীলা অনেক কৰিলা নাৰায়ণে॥ ৬৭

কেহো বেলা গোপীগণে পাঞ্চে গায়া গীত।
তাসম্বাৰ প্ৰীতি সাধি কতো কৰা নৃত্য॥
মালড়ি কৰাহা কতো গোপৰ বচনে।
ছায়া-পুতলাক যেন নচায়া যতনে॥ ৬৮

কেহো বেলা গোপিকাৰ শুনি আজ্ঞা-বাণী।
পাদুকা-পীড়্হাক প্ৰভু ধৰি থাকা আনি॥
কোন কৰ্ম্ম নকৰিলা হৰি গোকুলত।
ভকতৰ বশ্য হেন দেখায়া লোকত॥ ৬৯

কোনে ফল লৈবে বুলি ডাকিল পসাৰী।
ধান্য দিয়া ফল তুমি খুজিলা মুৰাৰি॥
তোমাৰ হস্তত ভৰি দিল ফল বাছি।
সুৱৰ্ণ ৰজত-তাইৰ উপচিল পাচি॥ ৭০

---

পা° পদ ৭০॥　ফল তুমি খুজিলা—হাত পাতি থাকন্ত।

আসিল দানৱগোট বৎস-ৰূপ ধৰি ।
লাঙ্গুল সহিতে তাৰ ধৰি পাছ ভৰি ॥
আলগতে ফুৰাই পাক হানিলাহা দলি ।
কপিত্থত পড়ি যম-পুৰে গৈল চলি ॥ ৭১

## ষষ্ঠ কীৰ্ত্তন

ঘোষা ॥ **ৰামৰ চৰণে ধৰো ।**
**স্বামী যেনমতে তৰো ॥ ৬**

পদ ॥ বকাসুৰে কৃষ্ণক গিলিলে ঠোঠে ধৰি ।
দেখি গোপ-শিশুগণ যেন গৈল মৰি ॥
পাছে তাৰ তালুত লাগিল যেন জুই ।
ছাদিল কৃষ্ণক বকে বিমূৰ্চ্ছিত হুই ॥ ৭২
দুনাই ঠোঠে গিলিবাক আসে দেখি তাক ।
লীলায়ে চিৰিলা যেন বিৰিণা-পোথাক ॥
সবান্ধৱে ধেনুকক নিলা ৰসাতল ।
গোপ-শিশুগণক ভুঞ্জাইলা তাল-ফল ॥ ৭৩
ময়ৰ তনয় ব্যোম গোপ-ৰূপ ধৰি ।
গোপ-শিশুগণক নিলেক চুৰি কৰি ॥
গহ্বৰত থৈলা নিয়া ঢাকিয়া শিলায়ে ।
তাক মাৰি শিশুসৱ আনিলা লীলায়ে ॥ ৭৪

গোপ-গৰুঝাকক বেঢ়িলে বন-জুই।
কৃষ্ণত শৰণ সৱে লৈল ত্ৰাস হুই ॥
চক্ষু মুদাই সৱাকো ক্ষেণেকে যোগ-বলে।
গোকুলক লাগিয়া আনিলা অবিকলে ॥ ৭৫
নন্দন গিলন্তে সৰ্পে ৰাখিলাহা হৰি।
তোমাৰ পৰশে সৰ্পে দিব্য ৰূপ ধৰি ॥
শাপ এড়াই গৈল বিদ্যাধৰৰ নিলয়।
দেখি গোপগণ ভৈল পৰম বিস্ময় ॥ ৭৬
শয়ন-সময়ে সৱ গোপ-গোপীগণ।
যোগ-বলে বৈকুণ্ঠক নিলা নাৰায়ণ ॥
বৈকুণ্ঠবাসীৰ সৱে মহিমা দেখাই।
গোকুলক লাগি প্ৰভু আনিলা ঘুনাই ॥ ৭৭
নন্দক নিলেক বৰুণৰ দূতে ধৰি।
বৰুণৰপৰা তাঙ্ক আনিলা উদ্ধৰি ॥
কৃষ্ণৰ মহিমা নন্দে কহিলা ব্ৰজত।
শুনিয়া আনন্দ ভৈল সৱাৰো মনত ॥ ৭৮
ইন্দ্ৰে কৰিলন্ত সাত দিন বৰিষণ।
একে হাতে উভাৰি ধৰিলা গোবৰ্দ্ধন ॥
দুৰ্ঘোৰ ভয়ত নিস্তাৰিলা গোপ-পুৰ।
কৰিলা লীলায়ে মহেন্দ্ৰৰ দৰ্প চূৰ ॥ ৭৯

সুৰভি সহিতে ইন্দ্ৰে আসিলা প্ৰত্যেক।
গোৰ ইন্দ্ৰ পাতিয়া কৰিলে অভিষেক ॥
অনেক ভকতি কৰি দুয়ো স্বৰ্গে গৈল।
সেহি দিন কৃষ্ণৰ গোৱিন্দ নাম থৈল ॥ ৮০
গোপ-কুমাৰিকাসবে বস্ত্ৰ থৈয়া তীৰে।
বিবস্ত্ৰে নামিল গৈয়া যমুনাৰ নীৰে ॥
বস্ত্ৰ লৈয়া উঠিলাহা কদম্বৰ গাছে।
নানা উপহাস কৰি বস্ত্ৰ দিলা পাছে ॥ ৮১
কৃষ্ণৰ কিঙ্কৰে গীত ভণিল শঙ্কৰে।
নাহি আন ধৰ্ম্ম আউৰ কীৰ্ত্তনত পৰে ॥
শুনা সৰ্ব্বজন ঐত কেদিন জীৱন।
বোলা হৰি হৰি আছে যাৱত চেতন ॥ ৮২

## সপ্তম কীৰ্ত্তন

ঘোষা ॥ **কৃষ্ণ নমো ৰাম নিৰঞ্জন হৰি।**
**কৃষ্ণ ৰাম গোপাল গোৱিন্দ ৰাম হৰি ॥ ৭**

পদ ॥ দুষ্ট অঘে পাতিলেক কাপ।
বাট ভেৰ্ণ্টি ভৈল ঘোৰ সাপ ॥

পৰ্ব্বত-সমান কলেৱৰ ।
বাইল বেন্ত সম্যকে গহ্বৰ ॥ ৮৩
তল ওঁঠ মাটিত থাপিল ।
ঊৰ্দ্ধ ওঁঠ মেঘত লাগিল ॥
জিহ্বাখান যেন ৰাজ-আলি ।
বৎস লৈয়া আইলা বনমালী ॥ ৮৪
গোৰক্ষ দামুৰি নিৰন্তৰ ।
নজানি পশিল অভ্যন্তৰ ॥
দেখি তুমি ভক্তৰ স্নেহত ।
পশিলাহা অঘৰ গৰ্ভত ॥ ৮৫
দেখি আঁটি ধৰিল দশনে ।
তুলিলেক হাসি দৈত্যগণে ॥
দেৱগণে কৰে হাহাকাৰ ।
গল ছুঙ্গি ভেণ্টি বৈলা তাৰ ॥ ৮৬
পেট ফিঙ্কি বায়ু দিলে ট [illegible]
মূৰ্দ্ধা স্ফুটি বাঝ ভৈল প্ৰাণ ॥
তযু-পৰশনে কৰ্ম্ম ক্ষীণ ।
অসুৰ কৃষ্ণতে গৈলা লীন ॥ ৮৭
দেখি নিশবদ দৈত্য-কুল ।
হৰিষে বৰিষে দেৱে ফুল ॥

অমৃত-নয়নে চাইলা হৰি।
জীল সৱে গোৰক্ষ দামুৰি ॥ ৮৮
ৰঙ্গে বাঝ ভৈলা বংশী বাই।
ফুৰা সৱে দামুৰি চৰাই ॥
ব্ৰহ্মা আসি কৰিলন্ত চুৰি।
নিলে সৱ গোৰক্ষ দামুৰি ॥ ৮৯
মায়া কৰি থৈলেক গহ্বৰে।
কাহাকো নেদেখি দামোদৰে ॥
ব্ৰহ্মা নিলা জানিলাহা গুণি।
ভৈল গৰু গোৰক্ষ আপুনি ॥ ৯০
নিচিনিয়া গোৱালী গোৱালে।
এদিনাতো কৰি প্ৰতিপালে ॥
ব্ৰহ্মা আসি দেখিলন্ত পাছে।
গোৰক্ষ দামুৰি সৱো আছে ॥ ৯১
পৰম বিস্ময়ে আছে চায়া।
কৰিলাহা প্ৰভু পাছে মায়া ॥
গোৰক্ষ-দামুৰি-ৰূপ এৰি।
ভৈল সৱে চতুৰ্ভুজ হৰি ॥ ৯২
সজল জলদ যেন শ্যাম।
সৱে পীত বস্ত্ৰে অনুপাম ॥

কেয়ূৰ কঙ্কণে কৰে কান্তি।
হৃদয়ত শ্ৰীবৎসৰ পান্তি ॥ ৯৩
কম্বু-কণ্ঠ কৌস্তুভে শোভিত।
বনমালা আপাদ-লম্বিত ॥
জিলিমিলি জ্বলে বক্ষঃস্থলে।
শোভে কর্ণ মকৰ-কুণ্ডলে ॥ ৯৪
শঙ্খ চক্র গদা পদ্ম ধৰি।
আছা সবে চতুর্ভুজ হৰি ॥
গাৱে গাৱে একো সৃষ্টিকৰে।
চৰাচৰ সমে সেৱা কৰে ॥ ৯৫
মোহ হুয়া ব্ৰহ্মা ভৈলা চুপ।
দেখন্তে গুচিল সবে ৰূপ ॥
পূৰ্ব্বৱতে আছা মাত্ৰ হৰি।
হংসৰ নামিলা ব্ৰহ্মা ডৰি ॥ ৯৬
যেন সুৱৰ্ণৰ দণ্ড-প্ৰায়।
ভূমিতে পেহ্লাই নিজ কায় ॥
মাধৱৰ পাদ-পদ্ম দুই।
চাৰি মুকুটৰ আগে ছুই ॥ ৯৭
আনন্দতে নয়নৰ জলে।
সিঞ্চিলন্ত চৰণ-কমলে ॥

উঠি উঠি দুয়ো পাৱে ধৰি।
প্ৰণামন্ত মহিমা সুমৰি ॥ ৯৮
মুকুন্দক চাই কথমপি।
মাথা দোঁৱাই কৃষ্ণ কৃষ্ণ জপি ॥
প্ৰসাদিয়া অনেক ভকতি।
কৰিবে লাগিলা ব্ৰহ্মা স্তুতি ॥ ৯৯
কৃষ্ণ-কথা শুনিয়ো সমাজে।
জন্ম লভি ভাৰতৰ মাজে ॥
আক বৃথা কৰা কোন কামে।
সাধিয়ো মুকুতি হৰি-নামে ॥ ১০০

## অষ্টম কীৰ্ত্তন

ঘোষা ॥ **ৰাম নিৰঞ্জন নিৰঞ্জন হৰি।**
**নমো ৰাম নিৰঞ্জন নিৰঞ্জন হৰি ॥ ৮**

পদ ॥ নমো গোপ-ৰূপী মেঘ-সম-শ্যাম-তনু।
গাৱে পীত বস্ত্ৰ হাতে শিঙ্গা বেত বেণু ॥
কৰ্ণত গুঞ্জাৰ থোকা মাথে মৈৰা-পাখী।
বন্য-পুষ্প-মালা পিন্ধি ধেনু আছা ৰাখি ॥ ১০১
এহি শৰীৰত আছে যতেক মহিমা।
মনেও কৰিবে পাৰে কোনে তাৰ সীমা ॥

আছোক পৰমব্ৰহ্ম স্বৰূপ তোমাৰ।
তাক জানিবাক আছে শকতি কাহাৰ॥ ১০২
জ্ঞান-পথ এড়ি প্ৰভু তোমাৰ কথাক।
কায়-বাক্য-মনে সেৱে যিটো সাধুঝাক॥
যদ্যপি অজিত তুমি তিনিও জগতে।
তথাপি তোমাক জিনে সেহিসে ভকতে॥ ১০৩
মুকুতি-ৰসকো স্ৰৱে তোমাৰ ভকতি।
তাক এড়ি যিটো জ্ঞান-পথে কৰে ৰতি॥
ক্লেশ মাত্ৰ পাৱে সিটো নিষ্ফল প্ৰয়াসে।
বাহানে পতান যেন তণ্ডুলৰ আশে॥ ১০৪
যিটোজনে ভুঞ্জে নিজ কৰ্ম্মৰ বিপাক।
আপেক্ষিয়া থাকে প্ৰভু তোমাৰ কৃপাক॥
কায়-বাক্য-মনে মানে চৰণ তোমাৰ।
সি সিজন মুকুতি-পদৰ অধিকাৰ॥ ১০৫
মঞি কেন দুৰ্ব্বোধ দেখিয়ো ভগৱন্ত।
মায়াদিৰ ঈশ তুমি অনাদি অনন্ত॥
তোমাক পৰীক্ষো মঞি মায়াক প্ৰকটি।
অগনিৰ আগে যেন ক্ষুদ্ৰ ফিৰিঙ্গতি॥ ১০৬
অন্ধ ভৈল চক্ষু হেলা কৰিলো তোমাক।
মঞি ভিন্ন ঈশ্বৰ মানিলো আপুনাক॥

অজ্ঞৰ ক্ষমিয়ো দোষ জগত-নিৱাস ।
এহি কৃপা কৰা যেন বোলাওঁ তযু দাস ॥ ১০৭
গৰ্ভত থাকন্তে উদৰত ঘালে পাৱে ।
তাৰ অপৰাধক নধৰে যেন মাৱে ॥
তোমাৰ কুক্ষিত আমি আছো চৰাচৰ ।
হেন জানি ক্ষমিয়োক দোষ দামোদৰ ॥ ১০৮
ইটো ব্ৰহ্ম-পদ প্ৰভু আমাক নলাগে ।
কীট-পতঙ্গত জন্ম হৌক কৰ্ম্ম-ভাগে ॥
তোমাৰ ভক্তৰ মাঝে হুয়া একজন ।
সেৱা কৰি থাকো প্ৰভু তোমাৰ চৰণ ॥ ১০৯
কিনো ধন্য ধেনু গোপী ইটো গোকুলৰ ।
যাৰ তন-পানে তৃপ্তি ভৈলা দামোদৰ ॥
অশ্বমেধ আদি কৰি মহাযজ্ঞ যত ।
তোমাক তুষিবে কেহো নুহিকে শকত ॥ ১১০
কিনো ভাগ্য কিনো ভাগ্য ব্ৰজৰ প্ৰজাৰ ।
তুমি পূৰ্ণব্ৰহ্ম হৰি মিত্ৰ ভৈলা যাৰ ॥
কিনো পুণ্য কৈল গোকুলৰ বৃক্ষ তৃণে ।
তোমাৰ চৰণ-ৰেণু পাৱে প্ৰতি দিনে ॥ ১১১
দেখা সৰ্ব্বলোক কেন অজ্ঞানী বৰ্ব্বৰ ।
তুমি অন্তৰ্য্যামী তোমাকেসে বোলৈ পৰ ॥

শৰীৰক মঞি বুলি বুদ্ধি ভৈল হত।
হিয়াতে হৰাইলা তুমি খোজৈ বাহিৰত ॥ ১১২
বৃন্দাবনে তৃণ হৈবো তেৱে মহাভাগ।
পাইবো ব্ৰজ-বাসীৰ চৰণ-ৰেণু লাগ ॥
আজিও বিচাৰে পদ-ৰজ বেদগণ।
হেন হৰি ভৈল ব্ৰজ-বাসীৰ জীৱন ॥ ১১৩
মাৰিবাক দিলা তন পূতনা পাপিষ্ঠী।
দিলাহা মুকুতি তাইতো পড়িল সুদৃষ্টি ॥
ব্ৰজ-বাসী তোমাতে অৰ্পিলে প্ৰাণ-বিত্ত।
আক আৰ কিবা দিবা খেদ কৰে চিত্ত ॥ ১১৪
তাৱে ৰাগ লোভ ক্ৰোধ পুৰুষৰ চোৰ।
তাৱে গৃহ-বাস বন্দী-শাল মহা ঘোৰ ॥
মোহচয় ভৰিৰ নিহল হোৱে তাৱে।
তোমাত ভকতি নৰে নতু কৰৈ যাৱে ॥ ১১৫
তোমাৰ আগত কিবা বোলো বহু বাক।
যিটো বোলে জানো প্ৰভু নজানে তোমাক ॥
কায়-বাক্য-মনে মঞি কৰিলোহো সাৰ।
তযু মায়া-বিভৱৰ নপাওঁ কিছু পাৰ ॥ ১১৬
জানিবাহা প্ৰভু মঞি তোমাৰ কিঙ্কৰ।
তযু চৰণত সমৰ্পিলো কলেৱৰ ॥

সমস্তৰে বুদ্ধি-সাক্ষী সৱে তুমি জানা।
আজি ধৰি প্ৰভু মোক দাস বুলি মানা ॥ ১১৭
নমো কৃষ্ণ বৃষ্ণি-কুল-প্ৰকাশ নায়ক।
দেৱ দ্বিজ পৃথিৱীৰ বুদ্ধি-প্ৰদায়ক ॥
দুষ্ট-দৈত্য-দানৱ-ৰাক্ষস-ক্ষয়ঙ্কাৰ।
তোমাৰ চৰণে সদা প্ৰণাম আমাৰ ॥ ১১৮
কৰিল অনেক স্তুতি আৰু সৃষ্টিকৰে।
তাক নকহিলো পদ-বাহুল্যক ডৰে ॥
এহি বুলি প্ৰজাপতি ভৈলা মোহ-হীন।
কৃষ্ণক কৰিলা তিনিবাৰ প্ৰদক্ষিণ ॥ ১১৯
প্ৰণাম কৰিলা চৰণত পড়ি পড়ি।
মেলানি মাগিয়া নিজ স্থানে গৈলা লড়ি ॥
ভণিল শঙ্কৰে কৃষ্ণ-চৰণত ধৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ১২০

## কালি-দমন অনুখণ্ড

### নৰম কীৰ্ত্তন

ঘোষা ॥ **গোপাল ৰাম কৃষ্ণ বনমালী।**
**মাৰিলা অসুৰ দমিলা কালি ॥ ৯**

পদ ॥ গোপ-শিশু সঙ্গে গৈলা বঝাই।
আগত গোধন বাংশী বজাই ॥
চাৰন্তে ফুৰন্তে গৰু গোৰক্ষ।
পাইলা যমুনাৰ তীৰৰ লক্ষ ॥ ১২১
কালিৰ হ্রদক তাক নজানি।
তৃষাত সবে পিলে বিষ-পানী ॥
দাৰুণ বিষৰ লাগিল জাল।
মৰিল সবে বৎস বৎসপাল ॥ ১২২
দেখিয়া কৃষ্ণ অসন্তোষ পাইল।
অমৃত নয়নে চাহি জীয়াইল ॥
কালিক দমিবে কৰি যতন।
কটিত বান্ধিলা পীত বসন ॥ ১২৩
উঠিলা উচ্চ কদম্বৰ গাছে।
হ্রদৰ মাজে জাম্প দিলা পাছে ॥
ঢেউ উথলিল খলকি হ্রদ।
দশোদিশে গৈল তাৰ শবদ ॥ ১২৪

জল-ক্ৰীড়া কৰা বাহু আস্ফালি।
ক্ৰোধে খেদি আসি দেখিলে কালি॥
তনু সুকুমাৰ জলদ-শ্যাম।
প্ৰকাশে পীত-বস্ত্ৰে অনুপাম॥ ১২৫
কমল-লোচন মুখ প্ৰসন্ন।
মুকুতাৰ শাৰী-সম দশন॥
উন্নত নাসা মুখে মন্দ হাস।
কণ্ঠত কৌস্তুভে কৰে প্ৰকাশ॥ ১২৬
হিয়াত জিলিমিলি কৰৈ কান্তি।
মধ্যতে জ্বলে শ্ৰীবৎসৰ পান্তি॥
আজানু-লম্বিত বাহু দুখান।
চাৰু উৰু কৰ কটি সুঠান॥ ১২৭
জঙ্ঘা দুইক দেখি মিলে সন্তোষ।
দুখানি পাৱ নৱ পদ্ম-কোষ॥
আনন্দে জলক ফুৰা আউডালি।
মৰ্ম্ম-স্থলে আসি দংশিল কালি॥ ১২৮
নজানি তোমাৰ পাপী প্ৰভাৱ।
লাঙ্গে মেহ্ৰাইলেক সমস্তে গাৱ॥
বিষ লাগি পড়ি থাকিলা ঘুমি।
মনুষ্য-চেষ্টাক দেখায়া তুমি॥ ১২৯

দেখি শিশুসব মৰিল প্ৰায়।
ধেনুগণে আউৰ তৃণ নখায় ॥
কৃষ্ণক চাহিয়া থাকিল ৰহি।
চক্ষুৰ লোহ ধাৰে যায় বহি ॥ ১৩০
আতি উতপাত দেখি গোকুলে।
গোপ-গোপীজাক সমস্তে বোলে ॥
জ্যেষ্ঠ বলভদ্ৰ লগে নগৈল।
কৃষ্ণৰ আজি তৈতে কিবা ভৈল ॥ ১৩১
নন্দ যশোদা বিয়াকুল-মনে।
কৃষ্ণক চাহিবে পশিলা বনে ॥
লগতে চলে গোপ-গোপাজাক।
হা হা কৃষ্ণ বুলি ছাড়ন্তে ডাক ॥ ১৩২
ধ্বজ বজ্ৰ যৱ অঙ্কুশ চাই।
কৃষ্ণৰ খোজ নিহালন্তে যায় ॥
পুত্ৰ পুত্ৰ বুলি যশোদা চান্ত।
কৃষ্ণৰ খোজত পড়ন্তে যান্ত ॥ ১৩৩
বেড়িয়া গোপীগণে নেয় ধৰি।
দেখিল পাছে পড়ি আছা হৰি ॥
জলৰ মাজে মৃতকৰ বেশ।
নকৰন্ত আৰ চক্ষু নিমেষ ॥ ১৩৪

দেখি গোপ-গোপী সম্যক মৰিল।
প্ৰাণ অন্তৰীক্ষ চেতন হৰিল ॥
কৃষ্ণ কৃষ্ণ বুলি দিলেক গেড়ি।
কান্দে যমুনাৰ তীৰক বেঢ়ি ॥ ১৩৫
যশোদা সুন্দৰী নন্দ গোৱালে।
পাড়ন্ত লোটাৰি পড়ি নিচালে ॥
কি ভৈল পুত্ৰ বুলি উকি দিয়া।
দুহাতে ঝাৱলে ঢাকুৰে হিয়া ॥ ১৩৬
কৃষ্ণৰ সুন্দৰ বদন চাই।
যশোদা কান্দন্ত গুণ বৰ্ণাই ॥
গোধূলি কোনে যাইবে বাংশী বাই।
কোনে গৈয়া মোক বুলিবে আই ॥ ১৩৭
ধূলা জাৰি কাক কৰাইবো স্নান।
কোনে কৰিবেক গোৰস পান ॥
কাক বিছাই দিবো শীতল তুলী।
ডাকিবো কাক জাগ কৃষ্ণ বুলি ॥ ১৩৮
সুন্দৰ বদনে বজায়া বেণু।
প্ৰভাতে কোনে চৰাইবেক ধেনু ॥

---

পা° ১৩৬ ॥ ঝাৱলে—জাঞলে।

কি ভৈল আজি কৃষ্ণ মোৰ বাপ।
মৰিও নেড়াইবো তোৰ সন্তাপ ॥ ১৩৯
এহি বুলি কান্দে কৃষ্ণক চাই।
যশোদা নন্দে ঝাম্প দিবে যায় ॥
দেখি বলভদ্রে বাধিলা হাসি।
এখনে আসিবা কালিক নাশি ॥ ১৪০
কৃষ্ণক লাগিয়া এড়া ক্রন্দন।
হেন শুনি সবে জুড়াইল মন ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে ॥ ১৪১

## দশম কীৰ্ত্তন

ঘোষা ॥ **প্ৰণামো ৰাম দেৱ দায়াশীল।**
**আৱেসে কৃষ্ণৰ কৃপা মিলিল ॥ ১০**

পদ ॥ ভকতৰ দুঃখ দেখি গোপাল।
আস্ফোট কৰি দিলা উৰুফাল ॥
সৰ্পৰ বন্ধ এড়াই জগন্নাথে।
ডেৱে চড়িলন্ত কালিৰ মাথে ॥ ১৪২
শতেক শিকুত নাচন্ত হৰি।
বাৱে বিদ্যাধৰে মৃদঙ্গ ধৰি ॥

গন্ধৰ্ব্বে গীত গায়া বাৱে তাল।
পৰম আনন্দে নাচা গোপাল ॥ ১৪৩
জগত-আধাৰ তোমাৰ ভিৰে।
নাকে মুখে দুখে ছাদে ৰুধিৰে ॥
স্বামী মৰে দেখি নাগিনী-লোকে।
শিশু আগ কৰি আসিল শোকে ॥ ১৪৪
পড়িল ভূমিত কৃষ্ণৰ আগে।
কৰিয়া স্তুতি স্বামী-দান মাগে ॥
কৰিল দোষ স্বামী ইটো চণ্ড।
বিহিলা ইহাৰ উচিত দণ্ড ॥ ১৪৫
দুৰ্জ্জন জনৰ চিন্তিবা মাৰ।
এহিসে কাৰ্য্যে তযু অৱতাৰ ॥
পাতকী সৰ্প-জাতি দুৰাশয়।
তোমাৰ দণ্ডে পাপ ভৈল ক্ষয় ॥ ১৪৬
কৰিলা দায়া দায়াশীল হৰি।
তোমাৰ ক্ৰোধ বৰেয়েৰে সৰি ॥
পূৰ্ব্বত কিনো তপ আছে কৰি।
যাহাত তুমি তুষ্ট ভৈলা হৰি ॥ ১৪৭
সি হেতু হেন ভৈল ভাগ্যোদয়।
তোমাৰ পাইলে পদ-ধূলাচয় ॥

যাহাক লক্ষ্মীদেৱী বাঞ্ছা কৰি।
আচৰিলা তপ ব্ৰতক ধৰি ॥ ১৪৮
যিটো পদ-ৰজ ভকতে পাই।
এৰে সাৰ্ব্বভৌম-পদতো দায় ॥
স্বৰ্গ ব্ৰহ্ম-পদে নকৰৈ বাঞ্ছা।
নকৰন্ত যোগ-সিদ্ধিকো ইছা ॥ ১৪৯
মোক্ষতো অভিলাষ নাহি হৰি।
তোমাৰ চৰণ-ৰেণুক এড়ি ॥
পৰম ক্ৰোধী হুয়া ক্ৰূৰ-মতি।
হেন পদ-ধূলা পাইলেক পতি ॥ ১৫০
নপান্ত ব্ৰহ্মা আদি দেৱে যাক।
হেন জানি নাথ ৰাখা ইহাক ॥
চৰণে প্ৰণামো হুয়ো সন্তোষ।
বাৰেক আৰ মৰষিয়ো দোষ ॥ ১৫১
কৰিয়ো দায়া প্ৰভু এড়ে প্ৰাণ।
অনাথা স্ত্ৰীক দিয়ো স্বামী দান ॥
কৰিল অনেক স্তুতি ভকতি।
শুনি তুষ্ট ভৈলা জগতপতি ॥ ১৫২
প্ৰাণে নামাৰিলা তাতেসে থাকি।
কালিক খেদাইলা হ্ৰদৰ ডাকি ॥

কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
হৰি হৰি বোলা সমস্ত জনে ॥ ১৫৩

## একাদশ কীৰ্ত্তন

ঘোষা ॥ ৰাম গোৱিন্দ মুকুন্দ মুৰাৰি ॥ ১১

পদ ॥ ভৈল হ্ৰদ সিটো নিৰ্ম্মল জল ।
দেখিয়া সবে ভৈলা কৌতূহল ॥
সপুত্ৰ-বান্ধৱে গুচাইলা কালি ।
তীৰক পাছে গৈলা বনমালী ॥ ১৫৪
দেখিয়া যশোদা ধৰিলা গলে ।
পুত্ৰ পুত্ৰ বুলি নেত্ৰৰ জলে ॥
তিয়াইলা কৃষ্ণৰ সৱে শৰীৰ ।
নন্দো ধৰি আসি ঘ্ৰাণিলা শিৰ ॥ ১৫৫
কৃষ্ণক আলিঙ্গি আনন্দ পাইল ।
নাছিল প্ৰাণ হুনাই যেন,আইল ॥
বেঢ়ি গোপ-গোপী চাৱে নিৰীক্ষি ।
জুড়াইল শৰীৰ কৃষ্ণক দেখি ॥ ১৫৬
ভাই বুলি বলো সাবটি আসি ।
প্ৰভাৱ জানিয়া ভুলিলা হাসি ॥

এহিমতে সবে এড়ায়া শোক।
ৰজনী ভৈল জানি সবে লোক ॥ ১৫৭
যমুনা-তীৰত বঞ্চিল ৰাতি।
ক্ষুধায়ে তৃষায়ে পীড়িলে আতি ॥
ঘুমটি গৈলা হাৰাশাস্তি হুই।
বেঢ়িয়া বনত লাগিল জুই ॥ ১৫৮
অগনিৰ তাপে পাইলেক গাক।
জাগিল সবে গোপ-গোপীঝাক ॥
বহ্নিক দেখি ভৈলা সবে ত্রাস।
ত্রাহি কৃষ্ণ বুলি পাড়ে আটাস ॥ ১৫৯
বহ্নিত সবে পুড়ি মৰো আমি।
প্রাণ-দান দিয়া জগত-স্বামী ॥
তুমি বিনা আন নাহি বান্ধৱ।
ভকতজনক ৰাখা মাধৱ ॥ ১৬০
এহি বুলি সবে কৰে কোলাহল।
বান্ধৱৰ দুঃখ দেখি গোপাল ॥
ভয় নাই বুলি আপুনি মুখে।
পিলা বনাগ্নিক পৰম সুখে ॥ ১৬১
এড়াইল সমস্তে দুৰ্ঘোৰ ভয়।
অনন্তৰে ভৈল সূৰ্য্য উদয় ॥

কৃষ্ণৰ কৰ্ম্ম আতি আচৰিত ।
বিস্ময় ভৈল সমস্তৰে চিত্ত ॥ ১৬২
নোহন্ত মানুষ নন্দ-তনয় ।
পৰম পুৰুষ জানি নিশ্চয় ॥
পাছে গোপ গোপী কৃষ্ণক বেড়ি ।
গোষ্ঠক লড়িলা কৰন্তে খেড়ি ॥ ১৬৩
কৃষ্ণ-গীত গান্ত বজায়া বেণু ।
কৰিলেক আগ যতেক ধেনু ॥
গোপীসৱো কৃষ্ণ-চৰিত্ৰ গাইল ।
পৰম আনন্দে ব্ৰজক পাইল ॥ ১৬৪
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে গায় ।
কেতিক্ষণে পড়ে ক্ষণিক কায় ॥
জানিয়া কৃষ্ণৰ চৰণে ধৰি ।
সমস্ত সমাজে ঘুষিয়ো হৰি ॥ ১৬৫

কালি-দমন অনুখণ্ড সমাপ্ত ॥

**শিশু-লীলা সমাপ্ত ॥ ১০**

## একাদশ খণ্ড

## প্ৰথম ভাগ

# ৰাস-ক্ৰীড়া

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ **বোলা হৰি ৰাম মুকুন্দ মুৰাৰি ।**
**বিনা হৰি-নামে ভৱ তৰিতে নপাৰি ॥ ১**

পদ ॥ শুক মুনি বদতি শুনিয়ো পৰীক্ষিত ।
কহো ৰাস-ক্ৰীড়া-কথা কৃষ্ণৰ চৰিত ॥
শৰত কালৰ ৰাত্ৰি আতি বিতোপন ।
ৰাস-ক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন ॥ ১
ভৈলন্ত উদিত চন্দ্ৰ পূৰ্ব্ব দিশ হন্তে ।
কামাতুৰা স্ত্ৰীৰ যেন সন্তাপ মাৰ্জ্জন্তে ॥
অখণ্ড-মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি ।
কুঙ্কুমে অৰুণ লক্ষ্মী-মুখ-পদ্ম-সৰি ॥ ২
বনকো দেখিলা চন্দ্ৰ-ৰশ্মিয়ে ৰঞ্জিত ।
সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত ॥
শুনি কামে উত্ৰাৱল হুয়া গোপাগণে ।
দিলেক লৰড় গীত-ধ্বনি-নিৰীক্ষণে ॥ ৩

কৰ্ণত কুণ্ডল দোলে বেগতে হাণ্টিতে।
চিত্তত ধৰিলা কৃষ্ণে চলে অলক্ষিতে॥
কতো গোপী যায় গাই দোহনক এড়ি।
আথাতে থাকিল দুগ্ধ চৰু সৈতে পড়ি॥ ৪
পিয়ন্তে আছিল শিশু তাহাকো নগণি।
পতি-শুশ্রূষাকো এড়ি যায় কতো জনী॥
কতো গোপী আছিল স্বামীৰ পৰিশন্তে।
আধা ভুঞ্জা হুয়া কতো যায় লৰৰড়ন্তে॥ ৫
কৃষ্ণৰ শ্ৰৱণে যেন হৰি-দাসগণে।
এড়ে কাম্য কৰ্ম্ম সৱে তদগত মনে॥
কৃষ্ণে হৰিলন্ত চিত্ত হৰাইল চেতন।
পিন্ধয় পাৱত নিয়া ৰত্নৰ কঙ্কণ॥ ৬
হাতত নূপুৰ আড়ে কঙ্কালত হাৰ।
কৰি বিপৰ্য্যয় পিন্ধে বস্ত্ৰ-অলঙ্কাৰ॥
তথাপি কৃষ্ণক পাইলা গোপিকাসকল।
ভকতৰ কৰ্ম্ম যেন নভৈল বিফল॥ ৭
নিবাৰয় পতি পুত্ৰ ভ্ৰাতৃ আগ ভেণ্টে।
গোৱিন্দে হৰিল চিত্ত তথাপি সুলটে॥
বিমোহিত হুয়া সৱে লৰড়ে গোপিনী।
হৰি-ভকতক যেন মলজ্বে বিঘিনি॥ ৮

যাইবে নপাই গৃহ-মধ্যে কতো গোপাগণ।
মনে ধৰি কৰিল কৃষ্ণক আলিঙ্গন ॥
অনেক জন্মৰ কৰ্ম্ম-বন্ধ কৰি ক্ষীণ।
এড়ি তনু তেখণে কৃষ্ণতে গৈল লীন ॥ ৯
পুছে পৰীক্ষিতে শুনি মিলিল সংশয়।
জাৰ-বুদ্ধি মাধৱক সেৱে গোপীচয় ॥
তথাপি মোক্ষক পাইলে কিনো বিপৰ্য্যয়।
বোলা হৰি হৰি হোক পাপৰ প্ৰলয় ॥ ১০

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **ভয়-হাৰী হৰি তাৰন্থ মুকুন্দ মুৰাৰি।**
**জনম মৰণ ক্লেশ সহিতে নপাৰি ॥ ২**

পদ ॥ শুক নিগদ্রতি ৰাজা শুনা মহাশয়।
গোপিকাৰ মোক্ষ দেখি নুহিবা বিস্ময় ॥
দ্বেষ্য কৰি শিশুপালে লভিল মুকুতি।
বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি ॥ ১১

---

পা° ১০ ॥ মোক্ষক—কৃষ্ণক।

ঘোষা ২ ॥ ভয়-হাৰী হৰি—ভৱ-ভয়-হাৰী।

বিষ বুলি অমৃতক পিলে যিটো নৰ ।
নুহিবেক হেন জানা অজৰ অমৰ ॥
যেন তেনমতে মাত্ৰ স্মৰোক সতত ।
এতেকে মুকুতি পাৱে কহিলো ৰেকত ॥ ১২
ব্ৰহ্মাদিৰো ঈশ কৃষ্ণ প্ৰভু ভগৱন্ত ।
যাত হন্তে পাৱে মোক্ষ স্থাৱৰ পৰ্য্যন্ত ॥
নিৰুপায় হৰিৰ ভকতি নুহি বৃথা ।
গোপা-গোপালৰ আৱে শুনা পাছ কথা ॥ ১৩
যেৱে সৱে সমীপ পাইলেক গোপ-নাৰী ।
তাসম্বাক বাক্যে মোহি বুলিলা মুৰাৰি ॥
কুশলে কি আইলা কৈয়ো ব্ৰজৰ কল্যাণ ।
প্ৰিয় কৰ্ম্ম কৰো কিবা কহিয়ো নিদান ॥ ১৪
দুৰ্ঘোৰ ৰজনী প্ৰেত-পিশাচৰ গতি ।
ঐত নথাকিবা তোৰাসৱ স্ত্ৰী-মতি ॥
তোমাসাক নেদেখিয়া পিতৃ-মাতৃচয় ।
তাসম্বাৰ মনে মহা মিলিব সংশয় ॥ ১৫
দেখিলাহা ইটো বিকশিত বৃন্দাবন ।
শশাঙ্কে ধৱল নৱ পল্লৱে শোভন ॥
উলটি ব্ৰজক যাহা কান্দে শিশুগণ ।
তাসম্বাক প্ৰতিপালি পিয়ায়োক স্তন ॥ ১৬

উপপতি সমে ক্ৰীড়া গৰিহিত কৰ্ম্ম ।
স্বামীৰ শুশ্ৰূষা কুল-স্ত্ৰীৰ মহাধৰ্ম্ম ॥
যদিবা আমাক স্নেহে আইলা গোপীগণ ।
মোক আৰে দেখিলা সিজিল প্ৰয়োজন ॥ ১৭
বিদূৰতে থাকি কৰে শ্ৰৱণ কীৰ্ত্তন ।
বাঢ়ে মোত ভকতি নিৰ্ম্মল হোৱে মন ॥
দেখন্তে শুনন্তে সদা হেলা হোৱে মতি ।
জানিয়া গৃহতে থাকি কৰিয়ো ভকতি ॥ ১৮
কৃষ্ণৰ বিপ্ৰিয় বাণী শুনি গোপীগণ ।
পাইলন্ত দুৰন্ত চিন্তা বিৱৰ্ণ বদন ॥
ওলমাইল মুখ আতি পায়া দুঃখ-ভাৰ ।
সঘনে নিশ্বাস কাঢ়ে শুখাইল অধৰ ॥ ১৯
কুচৰ কুঙ্কুম মানে লোতকে লেপিল ।
থাকিল নিচুকি মুখে বচন হৰিল ॥
চৰণে ভূমিক লেখে দেখে তমোময় ।
বোলা হৰি হৰি হৌক পাপৰ প্ৰলয় ॥ ২০

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **গোপাল কৃষ্ণ কৰহু ত্ৰাণ।**
**তোমাক নেদেখি নসহে প্ৰাণ ॥ ৩**

পদ ॥ শোকক তন্তায়া গোপীসকলে।
মলচিলো মুখ-আখি আঞ্চলে ॥
গদগদ মাত মুখে নোহ্লাই।
বুলিবে লাগিলা কৃষ্ণক চাই ॥ ২১

ভকত-বৎসল তোমাক জানি।
কেনে বোলা হেন ঘাতুক বাণী ॥
সমস্ত বিষয় এড়িয়া স্বামী।
ভজিলো তোমাৰ চৰণে আমি ॥ ২২

ভজিয়ো আমাক মিলোক ভাগ।
নকৰা নাথ ভকতক ত্যাগ ॥
কহিলা যিটো কুল-স্ত্ৰীৰ কৰ্ম্ম।
তোমাতে থাকোক সিসৱ ধৰ্ম্ম ॥ ২৩

জগতৰে বন্ধু আতমা তুমি।
সমস্তে ধৰ্ম্মৰ আপুনি ভূমি ॥
তুমি আত্মা হেন জানি সম্প্ৰতি।
তোমাতেসে কৰে ভকতেৰতি ॥ ২৪

নলাগে পতি পুত্র দুঃখ-হেতু।
হুয়োক প্রসন্ন গৰুড়-কেতু॥
কৰিছো আশা যিটো চিৰকাল।
নকৰিয়ো তাক ভঙ্গ গোপাল॥ ২৫
হৰিলা চিত্ত নথাকয় ঘৰে।
হস্ত দুই গৃহ-কৃত্য নকৰে॥
তোমাক এড়িয়া নচলৈ ভৰি।
ব্রজক গৈয়া কি কৰিবো হৰি॥ ২৬
জ্বলে কামানলে তোমাৰ গীতে।
নিমায়োক তাক অধৰামৃতে॥
নুহি বিৰহতে দহিয়া তনু।
লভিবো তোমাৰ সমীপ পুনু॥ ২৭
হুয়োক প্রশন্ন জগনিৱাস।
সব তেজি কৈলো তোমাতে আশ॥
নমাৰা পুলিয়া ঈষত হাসি।
পুৰুষ-ভূষণ কৰিয়ো দাসী॥ ২৮
অলকে আবৃত্ত তোমাৰ মুখ।
অধৰ-সুধাক দেখন্তে সুখ॥
ভ্রুৱ-যুগ তযু ঈষত হাসি।
দেখি তাক প্রভু ভৈলোহো দাসী॥ ২৯

তোমাৰ শুনিয়া অমৃত-গীত ।
নুহিবে মোহ কোন স্ত্ৰীৰ চিত্ত ॥
আছোক আন বৃক্ষ পশু পক্ষী ।
প্ৰেমে পুলকিত তোমাক দেখি ॥ ৩০
দেৱৰ ৰক্ষক যেন মুৰাৰি ।
ব্ৰজৰো তুমি দুঃখ-ভয়হাৰী ॥
জানিয়া জুড়ায়ো আমাৰ প্ৰাণ ।
শিৰত হস্ত-পদ্ম দিয়া দান ॥ ৩১
কামে বশ্য হুয়া গোপী যতেক ।
বুলিলা বিহ্বল বাক্য অনেক ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
বোলা হৰি হৰি সমস্ত জনে ॥ ৩২

### চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ গোবিন্দ দেৱ বিনে নাহি কেৱ ।
গোবিন্দ দেৱ গোবিন্দ দেৱ ॥ ৪

পদ ॥ গোপীৰ শুনিয়া আকুল বাণী ।
ভৈলন্ত সদয় সাৰঙ্গ-পাণি ॥

হাসিয়া বোলন্ত এড়িয়ো তাপ।
গোপীক ক্ৰীড়িলা জগত-বাপ ॥ ৩৩
কৃষ্ণৰ সদয় দৃষ্টিক দেখি।
প্ৰফুল্ল-মুখ ভৈলা সৱে সখী ॥
দৰশি লীলা ভাৱ-ভ্ৰূভঙ্গে।
কৃষ্ণৰ চৌভিতি বেঢ়িলা ৰঙ্গে ॥ ৩৪
গোপীৰ মধ্যে শোভে দামোদৰ।
তাৰাৰ মধ্যে যেন শশধৰ ॥
গলত অম্লান পঙ্কজ-মালা।
বেঢ়িয়া গুণ গাৱে গোপ-বালা ॥ ৩৫
আপুনি গাৱন্ত গীত মোহন।
ফুৰন্ত ৰঞ্জি দিব্য বৃন্দাবন ॥
যমুনা-বালি দেখি সুকোমল।
পদ্মগন্ধী বাতে আতি শীতল ॥ ৩৬
গোপীগণ লৈয়া নামিলা তাত।
কৰিলা ক্ৰীড়া কৃষ্ণে অসংখ্যাত ॥
বাহু মেলি কাকো আলিঙ্গে ধৰি।
কাৰো তন নখে পৰশে হৰি ॥ ৩৭
মুখ চায়া কাৰো তোলন্ত হাস।
মাতন্ত কাকো কৰি পৰিহাস ॥

লন্ত বস্ত্র কাঢ়ি বঢ়ায়া ঢঙ্গ।
বেকত কৰন্ত গুপুত অঙ্গ ॥ ৩৮
ধৰিয়া কাৰো কণ্ঠে বাহু মেলি।
কৰিলা অনেক অনঙ্গ-কেলি ॥
আনন্দে গোপীৰ বঢ়ায়া কাম।
ৰমিলা গোপী-নাথ অবিশ্ৰাম ॥ ৩৯
কৃষ্ণত হন্তে মহামান পায়া।
বুলিলা গৰ্ব্বে সৱ্ব গোপজায়া ॥
আমাৰ সম সৌভাগ্যিনী নাই।
ভৈলন্ত অধীন যাদৱ-ৰায় ॥ ৪০
গোপীৰ মহা অহম্মম-ভাৱ।
দেখি নসহিলা কৃষ্ণৰ গাৱ ॥
তাসম্বাৰ দৰ্প হৰিবে মনে।
ভৈলা অন্তৰ্দ্ধান তৈতে তেখণে ॥ ৪১
কৃষ্ণক নপাই পাছে গোপীচয়।
মিলিল সন্তাপ ভৈলন্ত ভয় ॥
যেন যূথপক নেদেখি বনে।
কান্দে আৰ্ত্তৰাবে হস্তিনীগণে ॥ ৪২
কৃষ্ণৰ সদয় কটাক্ষ হাসে।
মোহন আলাপ গতি-বিলাসে ॥

হৰিল চিত্ত প্ৰাসৰিল মৰ্ম্ম ।
কৰিবে লাগিলা কৃষ্ণৰ কৰ্ম্ম ॥ ৪৩
কৃষ্ণৰ ঠানে কৰৈ লীলা-গতি ।
সদয় হাস্যে চাৱৈ কাকো প্ৰতি ॥
মঞ্জিসি কৃষ্ণ দেখ গোপীগণ ।
অন্যো-অন্যে গোপী বোলে ৰচন ॥ ৪৪
একত্ৰ হুয়া মহাপ্ৰেমভাৱে ।
গোৱিন্দ-গুণ গাৱে আৰ্ত্তৰাৱে ॥
বিচাৰি ফুৰে পশি বৃন্দাবনে ।
কৃষ্ণ কৃষ্ণ বুলি উন্মত্ত মনে ॥ ৪৫
যিটো হৰি আছা জগত ব্যাপি ।
বৃক্ষত তাঙ্ক সোধে পাশ চাপি ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
বোলা হৰি হৰি সমস্ত জনে ॥ ৪৬

## পঞ্চম কীৰ্ত্তন

ঘোষা ॥　কৈত্ত পাইবো প্ৰাণ-গোপাল আমি ।
হৰাইল অৰুণ-লোচন স্বামী ॥ ৫

পদ ॥　উচ্চ বৃক্ষ দেখি সোধে সাদৰি ।
শুনিয়ো অশ্বত্থ বট পাকড়ি ॥

যাহান্তে দেখিলা নন্দ-কুমাৰ ।
নেন্ত চুৰি কৰি চিত্ত আমাৰ ॥ ৪৭
হে কুৰুবক অশোক চম্পা ।
কহিয়ো কথা কৰা অনুকম্পা ॥
মানিনীৰ দৰ্প কৰিয়া চূৰ ।
নজানো কৃষ্ণ যান্ত কত দূৰ ॥ ৪৮
অবা তুলসী সন্নিধান দিয়া ।
তুমি গোৱিন্দৰ চৰণ-প্ৰিয়া ॥
যাহান্তে দেখিলা নন্দ-কুমাৰ ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ ॥ ৪৯
হে জাই যূথী সখী মালতী ।
কৃষ্ণ-পৰশে কি লভিলা গতি ॥
সমস্তে গোপীৰ জীৱন-ধন ।
দেখিলা যাহান্তে নন্দ-নন্দন ॥ ৫০
হে আম জামু বেল বকুল ।
নাহি উপকাৰী তোমাৰ তুল ॥
কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ ।
কৰা কৈক গৈল প্ৰাণ আমাৰ ॥ ৫১
কিনো তপ অবা কৰিলা ভূমি ।
কৃষ্ণৰ চৰণ-পৰশে তুমি ॥

মিলি আছে আতি আনন্দ-ভাৱ।
দেখো ৰোমাঞ্চিত তোমাৰ গাৱ॥ ৫২

পূৰ্ব্বতো ৰাৰাহে আছে আলিঙ্গি।
তুমি সৰ্ব্ব কালে কৃষ্ণৰ সঙ্গী॥
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আমাত হুয়ো সদয়॥ ৫৩

মৃগ-পত্নী সখা দেখিলা হৰি।
তোমাৰ নেত্ৰৰ আনন্দ কৰি॥
যান্ত প্ৰিয়া-সমেঁ গতি-বিলাসে।
হেৰ কুন্দ-গন্ধ-কুঙ্কুম বাসে॥ ৫৪

কতো গোপী বোলে শুনিয়ো বাণী।
লতাতে কৃষ্ণৰ পুছো কাহিনী॥
কৃষ্ণৰ নখৰ পৰশ পাই।
দেখা পুলকিত সমস্তে কায়॥ ৫৫

বোলে বাক্য সবে উন্মত্তভাৱে।
কৃষ্ণক বনত বিচাৰি চাৱে॥
কৃষ্ণ-গুণ গান্তে প্ৰেম উপজে।
কৃষ্ণতে মন সমুদায় মজে॥ ৫৬

---

পা° ৫৪॥ বাসে—ভাসে।

সমস্তে বিহ্বল হুয়া গোপিনী ।
কৰৈ কৃষ্ণ-লীলা কতো আপুনি ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
বোলা হৰি হৰি সমস্ত জনে ॥ ৫৭

## ষষ্ঠ কীৰ্ত্তন

ঘোষা ॥ বন্দো মন্দৰধাৰী ।
**গতি মতি মোৰ তুমি মুৰাৰি ॥ ৬**

পদ ॥ পূতনাৰ বেশে কতোজনী দেয় তন ।
কতো শিশু-কৃষ্ণ হুয়া শোষয় জীৱন ॥
কতো গোপী থাকে যেন শকট-আকাৰে ।
কৃষ্ণ হুয়া ওভতাৱৈ চৰণ-প্ৰহাৰে ॥ ৫৮
কতো গোপী বসে শিশু-কৃষ্ণ-ৰূপ ধৰি ।
তৃণাৱৰ্ত্ত হুয়া কতো গোপী নেয় হৰি ॥
কৃষ্ণ হুয়া কেহোজনী ফুৰৈ আঠু কাঢ়ি ।
কঙ্কালত ঘাঘৰত-ঘুঘুৰা কৰে সাৰি ॥ ৫৯
কতো কতো হুই ৰাম কৃষ্ণ দুই ভাই ।
কতো বৎস হুই তাকে ফুৰান্ত চৰাই ॥

---

পাঃ ঘোষা ৬ ॥ তুমি মুৰাৰি — মুৰাৰি ।

কতো গোপী বকে যেন চুম্পি থাকে ভিৰি।
কৃষ্ণ হুয়া কতোজনী তাক মাৰে চিৰি ॥ ৬০
কতোজনী কৃষ্ণ হুয়া বাৱে বাংশী তুলি।
বেঢ়িয়া প্ৰশংসে কতো ধন্য ধন্য বুলি ॥
বাংশীৰ নিসানে গাই ডাকে নাম ধৰি।
কতো গোপাগণ আসে হাম্বাৰাৱ কৰি ॥ ৬১
কতোজনী বাহু থৈয়া গোপিকাৰ গলে।
কৃষ্ণময় হুয়া কতো আনন্দতে চলে ॥
জ্ঞান গোপীগণ মই কৃষ্ণ যদুপতি।
দেখ দেখ ইটো মোৰ কেন লীলাগতি ॥ ৬২
নকৰিবা ভয় বুলি কতো গোপী মাতে।
মই কৃষ্ণ আছো কি কৰিবে বৃষ্টি-বাতে ॥
গাৱৰ আঞ্চল তুলি থাকে এক কৰে।
ধৰিলো মন্দৰ হেৰ চাপ নিৰন্তৰে ॥ ৬৩
কেহো বোলে কালি দমো মই যদুনাথে।
ভৰি দিয়া উঠে কতো গোপিকাৰ মাথে ॥
সম্ভৱে অসুৰ ঐৰ সৰ্প দুৰাচাৰ।
দুষ্টক দণ্ডিবে লাগি মোৰ অৱতাৰ ॥ ৬৪
কেহোজনী বোলে অৰে দেখ গোপীচয়।
বন-জুই বেড়িলেক মিলিল সংশয় ॥

চক্ষু মুদি থাকা সৱে সাধিবো কল্যাণ।
মঞি কৃষ্ণে এতিক্ষণে নিবো নিজ থান ॥ ৬৫
কেহো বোলে দেখ দেখ দধিৰ বিলাই।
ভাণ্ড ভঙ্গা কৃষ্ণক ধৰিলো লাগ পাই ॥
আৰ যেন নখাস লৱনু চুৰি কৰি।
উড়ুখলে বান্ধে কতো গোপিকাক ধৰি ॥ ৬৬
এহিমতে কৃষ্ণ-চেষ্টা কৰৈ গোপীগণে।
কৃষ্ণক খোজন্তে ফুৰে পশি বৃন্দাবনে ॥
দেখিল কৃষ্ণৰ খোজচয় পৃথিৱীত।
ধ্বজ বজ্র পঙ্কজ অঙ্কুশে অলঙ্কৃত ॥ ৬৭
পাছে সৱে গোপিকা পঞ্চাল নেয় গুড়ি।
দেখৈ কৃষ্ণ-খোজে স্ত্রীৰ খোজ আছে পড়ি ॥
দেখি দুঃখে অধিকে আকুল ভৈল মন।
বোলা হৰি হৰি আছে যাৱত চেতন ॥ ৬৮

---

পা' পদ ৬৭ ॥ খোজন্তে—লোধন্তে।

## সপ্তম কীৰ্ত্তন

ঘোষা ॥ আৰ নেদেখিবো ৰে
জীৱৰ জীৱন বনমালী ।
কথা গৈল গোপাল
হৃদয়ে অগ্নি জালি ॥ ৭

পদ ॥ দেখ সখী খোজ কোনজনী যায় সঙ্গে ।
কৃষ্ণৰ কান্ধত হাত দিয়া লীলা-ৰঙ্গে ॥
নিছয়ে জানিলো আৰাধিলে দেৱ হৰি ।
তাইক লগে নেন্ত আমি সমস্তকে এড়ি ॥ ৬৯

দেখা সখীসৱ ধন্য কৃষ্ণ-পদ-ধূলি ।
ব্ৰহ্মা হৰে শিৰে ধৰে শুদ্ধ হওঁ বুলি ॥
আসা আমি কৰো এহি ধূলা-অভিষেক ।
দেখিবো পৱিত্ৰ হুয়া কৃষ্ণক প্ৰত্যেক ॥ ৭০

আউৰজনী বোলে কিবা কহ গোপাগণ ।
তাইৰ খোজ দেখন্তে আকুল কৰে মন ॥
কৃষ্ণৰ অধৰামৃত সৰ্ব্বস্ব সৱাৰে ।
চুৰি কৰি নিয়া তাই ভুঞ্জে একেশ্বৰে ॥ ৭১

আৰে ঐত তাইৰ খোজ নাকলিয় ভালে ।
তৃণে বিন্ধিলেক সুকোমল ভৰি-তলে ॥

প্ৰাণতো অধিক প্ৰিয়া দুঃখ পাৱে বুলি।
কোলাত লইয়া যান্ত আলগাই তুলি ॥ ৭২
গোপীক বহন্ত কিনো কামাতুৰ হৰি।
দেখা দেখা আৰে পোত গৈয়া যায় ভৰি ॥
ঐত নমাই থৈলন্ত প্ৰিয়াক মহাশয়।
দেখা তাইৰ অৰ্থে আনিলন্ত পুষ্পচয় ॥ ৭৩
পাৰিল গেড়ুৱা চড়াই ফুল ভৰি ফান্দি।
অৰ্দ্ধেক ভৰিৰ খোজ হেৰা আছে বান্ধি ॥
হেৰা দেখা তাইক ঐত উৰুত বৈসাই।
বান্ধিলন্ত খোপা কামাতুৰ যদুৰায় ॥ ৭৪
আঁৰিল্য খোপাত তাইৰ ফুল চতুৰ্ভিতি।
দেখা আছিলন্ত বসি গোপিকা সহিতি ॥
শুক নিগদতি ৰাজা শুনিয়ো শ্ৰৱণে।
পূৰ্ণ-কাম হৰি ক্ৰীড়িলন্ত যি কাৰণে ॥ ৭৫
দেখাইলন্ত দুঃখ কামাতুৰ পুৰুষৰ।
স্ত্ৰীৰ দুৰ্জ্জন ভাব শুনা আত পৰ ॥
চলি যায় যিটো গোপী কৃষ্ণৰ লগত।
মহাগৰ্ব্ব-ভাব তাইৰ বাঢ়িল মনত ॥ ৭৬

পাঃ ৭৪ ॥ গেড়ুৱা—গডুয়া, গেৰোৱা, গেৰুৱা।

কৃষ্ণক আশায়ে আইলো যত গোপীঝাক ।
সৱাকে এড়িয়া কৃষ্ণে ভজিলা আমাক ॥
সমস্তে নাৰত শ্ৰেষ্ঠ আপুনাক মানি ।
মহাদৰ্পে কৃষ্ণক বুলিলা হেন বাণী ॥ ৭৭
চলিতে নপাৰো আউৰ আমি এক ভৰি ।
যৈকে মন নিয়া আৰে যেন লাগে কৰি ॥
শুনি হেন হৰিও বুলিলা তাইক হাসি ।
যাইবে যেৰে নপাৰা কান্ধত উঠা আসি ॥ ৭৮
শুনি উঠিবাক তাই গৈল কাছি-পাৰি ।
দেখি অন্তৰ্দ্ধান ভৈলা তথাতে মুৰাৰি ॥
কান্দে আৰ্ত্তৰাৰে গোপী কৃষ্ণক নেদেখি ।
হা নাথ কৈক গৈলা আমাক উপেক্ষি ॥ ৭৯
তোমাৰেসে দাসী মই জানা নাৰায়ণ ।
অনাথৰ নাথ মোক দিয়া দৰিশন ॥
গোপীগণে গোৱিন্দৰ খোজ নেয় গুড়ি ।
সমীপতে দেখে স্ত্ৰী কান্দে দুঃখে পৰি ॥ ৮০
সমস্ত সখীত তাই কহিল বৃত্তান্ত ।
যেনমতে তাইক এড়িলন্ত কৃষ্ণ কান্ত ॥
শুনিয়া বিস্ময় আতি ভৈলা যত সখী ।
নিবৰ্ত্তিল সৱে ঘোৰ অন্ধকাৰ দেখি ॥ ৮১

কৃষ্ণতে অৰ্পিল মন কৃষ্ণৰ আলাপ ।
কৃষ্ণ-গুণ গায়া কৰে কৃষ্ণৰ বিলাপ ॥
পতি পুত্ৰ গৃহ শৰীৰকো স্নুস্মৰে ।
কৃষ্ণময় হুয়া কৃষ্ণ-চেষ্টা মাত্ৰ কৰে ॥ ৮২
কৃষ্ণ-পদ-পঙ্কজে নিবিড় কৰি চিত্ত ।
ঢুনাই যমুনাৰ সৱে নামিল বালিত ॥
কৃষ্ণক প্ৰাৰ্থয় গোপা এক-ঠাই হুই ।
বোলা হৰি লাগোক পাপৰ মুণ্ডে জুই ॥ ৮৩

## অষ্টম কীৰ্ত্তন

ঘোষা ॥ মোহন দেহু দৰিশন গোপাল প্ৰাণ
পেখো মুখ-কমল ।
সংসাৰ-তৰণ তোমাৰ চৰণ
নভজি জন্ম বিফল ॥ ৮

পদ ॥ কৃষ্ণত নিৰাশা হুয়া গোপীচয়
বালিত নামি ঢুনাই ।
কৃষ্ণ-দৰশন- মনে গীত গাৱে
কৃষ্ণৰ গুণ বৰ্ণাই ॥

---

পাঃ ঘোষা ৮ ॥ তোমাৰ—তোৰ ।

তোমাৰ জনম নিমিত্তে অধিকে
গোকুল বাঢ়ে সম্পনে ।
লক্ষ্মীও সাক্ষাতে ব্ৰজত বঞ্চন্ত
সুখে বঞ্চে সৰ্ব্বজনে ॥ ৮৪

তোমাতেসে প্ৰাণ সুম্পি গোপীচয়
চাই ফুৰো দশোদিশ ।
গুচোক নিকাৰ প্ৰাণৰ বল্লভ
দেখা দিয়া জগদীশ ॥

শৰত কালৰ বিকশ পদ্মৰ
উদৰৰ শ্ৰীক নিন্দে ।
হেনয় নেত্ৰৰ কটাক্ষে আমাক
মাৰিছা তুমি গোবিন্দে ॥ ৮৫

নিকিনিলা দাসী ভজিলোহো আসি
গীততে হুয়া দগধ ।
কটাক্ষে মাৰিলে বধ নলাগে কি
অস্ত্ৰে কাটিলেসে বধ ॥

পা° পদ ৮৫ ॥ বিকশ পদ্মৰ—বিকশিত পদ্ম ।

বিষময় জল অঘ পূতনাত
ৰাখিলা বৃষ্টিতো হন্তে।
চক্ৰবাত বন- বহ্নি আনো ভয়ে
তাৰিলা তুমি অনন্তে ॥ ৮৬

আৰে কেনে মন- মথৰ হাতত
আমাক মৰাবা স্বামী।
তোমাৰ চৰণ যেৱে দেখা পাওঁ
পুনৰপি জীওঁ আমি ॥

তুহিকা যশোদা- নন্দন গোৱিন্দ
নিছয় বুলিলো বাক।
তুমি সমস্তৰে বুদ্ধি-সাক্ষী সখি
প্ৰাৰ্থিলা ব্ৰহ্মা তোমাক ॥ ৮৭

জগত ৰাখিবে লাগি যদু-কুলে
আপুনি ভৈলা বিদিত।
শুনা মহাভাগ ভকতক ত্যাগ
কৰিবে তুহি উচিত ॥

পা° ৮৭ ॥ মন-মথৰ হাতত—মতে মদনৰ হাতে।
৮৮ ॥ বিদিত—উদিত।

বিনাশে সংসাৰ- ভয় ভকতৰ
পূৰে মনোৰথ যত ।
হেন হস্ত-পদ্ম আনি প্ৰাণনাথ
দিয়োক আসি শিৰত ॥ ৮৮

হে ব্ৰজ-জন- দুঃখ-হাৰী হৰি
আমি কিঙ্কৰীক ভজ ।
মোহন-হসিত কটাক্ষে-সহিত
দেখায়ো মুখ-পঙ্কজ ॥

সমস্তে প্ৰাণীৰ পাপ হৰে যিটো
আছিলা কালিৰ ফণে ।
কামক মৰ্দ্দিয়া হেন পাদ-পদ্ম
অৰ্পিয়ো আমাৰ তনে ॥ ৮৯

পঙ্কজ-লোচন নেদেখি তোমাৰ
মৰো হেৰা সবে দাসী ।
মধুৰ বচনে অধৰ-অমৃতে
আমাক জীয়ায়ো আসি ।

তযু কথামৃতে দগ্ধকো জীয়াৱে
শ্রৱণে দেয় মুকুতি।
সকাম কৰ্ম্মক আতি তুচ্ছ কৰি
জ্ঞানী কৰে তাকে স্তুতি ॥ ৯০

যিটোজনে সদা হেন কথা কৰে
সিসি আনি দেয় জীৱ।
ভৈলোহো হেনয় সুহৃদে বঞ্চিত
দেখা দিয়া সদাশিৱ ॥

শুনিয়ো কপটী সঙ্কেত-আলাপ
নুগুচে আৰ হিয়াৰ।
তোমাৰ সদয় হাস্য-দৰশনে
মুহিল মন আমাৰ ॥ ৯১

তোমাকেসে লাগি মৰো গোপীচয়
স্নেহে বিয়াকুল মতি।
তুমি পুনু প্রভু কপট আচৰা
আমাত কোন যুগুতি ॥

পা° ৯০ ॥ শ্রৱণে—স্মৰণে। তুচ্ছ কৰি—নিৱৰ্ত্তাৱে।

ব্ৰজ হন্তে ধেনু চাৰিবাক যাহা
আমাৰ মনে আসুখ।
জোনো পাদ-পদ্মে তৃণ শিলা লাগি
প্ৰাণনাথে পান্ত দুঃখ ॥ ৯২

তোমাৰ চিন্তায়ে দিন বহি যায়
গধূলি গোপাল আসি।
অলকা-আবৃত গো-ৰজে ৰঞ্জিত
দেখাৱা মুখ প্ৰকাশি ॥

পুনু পুনু দেখাই বদন-পঙ্কজ
মনত অৰ্পা মদন।
তোমাৰ সঙ্গতি নপাই দুঃখে ৰাতি
জাগিয়া চিন্তো চৰণ ॥ ৯৩

আমাৰ হৃদয় জানি কৃপাময়
এড়িয়ো কপট-মতি।
দিয়া দৰিশন আমাৰ জীৱন
ৰাখিওক প্ৰাণ-পতি ॥

কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
হৰি-পাৱে কৰা ৰতি।

শুনা সৰ্ব্ব জন এড়া আন মন
ঘুষিয়ো হৰি সম্প্ৰতি ॥ ৯৪

## নৱম কীৰ্ত্তন

ঘোষা ॥ **পদ্মপাণি হামি কাহে যাওঁ**
**কৃষ্ণ কৈত পাওঁ ।**
**গোবিন্দ বিনে বৃথা জনম গোঁৱাওঁ ॥ ৯**

পদ ॥ ভকত-কামদ পাদ-পদ্ম মনোৰম ।
সেৱা-সময়ত যিটো আতি সুখতম ॥
হৰয় বিপদ যাক কৰিলে স্মৰণ ।
আমাৰ তনত হেন অৰ্পিয়ো চৰণ ॥ ৯৫
বিনাশে সমস্তে শোক সুৰতি বঢ়াৱে ।
সাৰ্ব্বভৌম ৰাজাৰ সুখকো পাসৰাৱে ॥
সুললিত বাংশী আতি চুম্বি আছে যাক ।
হেনয় অধৰামৃত দিয়োক আমাক ॥ ৯৬
তোমাৰ সংযোগে মনে মিলে মহাসুখ ।
ক্ষেণেকে নেদেখি পাওঁ অতি চিন্তা-দুঃখ ॥
এতেকে সবাকে তেজি ভজিলো তোমাক ।
এড়িলা কোননো সতে তুমি আমাসাক ॥ ৯৭

যেৱে দিৱসত তুমি ফুৰা বৃন্দাবনে।
তোমাক নেদেখি যুগ যায় অৰ্দ্ধক্ষণে॥
সন্ধ্যাত তোমাৰ মুখ দেখি এড়াওঁ ক্লেশ।
কিনো মন্দ ব্ৰহ্মা তাতো স্ৰজিলা নিমেষ॥ ৯৮
তযু গীতে আতি মন মুহিল আমাৰ।
পতি পুত্ৰ ভ্ৰাতৃকো কৰিলো পৰিহাৰ॥
আমাৰ সাধিবা গতি মনে হেন মানি।
তোমাৰ সমীপ পাইলো প্ৰভু চক্ৰপাণি॥ ৯৯
তুমি বিনা আছে আৰ ধূৰ্ত্ত কোন জন।
মাতি আনি নিশাত এড়িলা নাৰীগণ॥
কাহাক দুষিবো ই সি অভাগ্য কপাল।
আমাৰ হৃদয়-ৰোগ গুচায়ো গোপাল॥ ১০০
তোমাৰ সুমৰি সিটো ৰহস্য-আলাপ।
কৰে কামানলে আতি হৃদয়ত তাপ॥
লক্ষ্মীৰ নিৱাস সিটো দেখি উৰঃস্থল।
দুনাই দুনাই হোৱে মন আমাৰ বিহ্বল॥ ১০১
ব্ৰজৰ জনৰ দুঃখ হৰিবাক প্ৰতি।
ভৈলা অৱতাৰ হৰি তোমাৰ সম্প্ৰতি॥
হেন জানি ক্ষণিকো নেড়িবা যদুৰায়।
তোমাক নেদেখি হেৰা প্ৰভু প্ৰাণ যায়॥ ১০২

হে প্ৰভু তযু পাদ-পদ্ম সুকুমাৰ।
লাসে লাসে ধৰো নিয়া তনত আমাৰ ॥
সিটো পাৱে বিজু বনে ফুৰা কেন কৰি।
শিলা খোলা লাগি জোনো পাড়া কৰে ভৰি ॥ ১০৩
ইহাকেসে সুমৰন্তে মন মোহ যায়।
তুমিসি আমাৰ জীৱ প্ৰাণ সমুদায় ॥
এতেক বোলন্তে উপজিল প্ৰেম-ভাৱ।
কান্দে কৃষ্ণ বুলিয়া পাৰিয়া দীৰ্ঘ ৰাৱ ॥ ১০৪
গাৱে গীত কতো নয়নৰ বহে নীৰ।
হা কৃষ্ণ কৃষ্ণ ৰড়ি চিত্ত নোহে স্থিৰ ॥
কৃষ্ণক নেদেখি গোপা সমস্তে বিহ্বল।
বোলা হৰি হৰি পাপ যাওক ৰসাতল ॥ ১০৫

## দশম কীৰ্ত্তন

ঘোষা ॥ হেৰা পাইলো পাইলো ৰে
প্ৰাণধন মুকুন্দ মুৰাৰি।
দিলা দেখা দামোদৰ জীৱন হামাৰি ॥ ১০

পদ ॥ গোপিকাৰ দেখি প্ৰেম-ভাৱ বিপৰীত।
ভৈলন্ত গোপাল আতি ব্যাকুলিত চিত্ত ॥

আনন্দ বঢ়ায়া গোপীগণৰ মনত।
পৰম মধুৰ-মূৰ্ত্তি ভৈলন্ত বেকত॥ ১০৬
হাসো হাসো কৰে আতি বদন-কমল।
শ্যাম তনু পীত বস্ত্ৰে দেখিতে উজ্জ্বল॥
চিকিমিকি কৰে অলঙ্কাৰৰ দীপিতি।
গলত পদ্মৰ মালা দেখন্তে ভূপিতি॥ ১০৭
দেখি ৰূপ মদনৰো মোহন সাক্ষাত।
উঠিল আনন্দে সৱে গোপা অসংখ্যাত॥
গুচিল বিৰহ-দুঃখ দ্ৰৱ ভৈল চিত্ত।
প্ৰাণক দেখিয়া যেন তনু উল্লসিত॥ ১০৮
কতো গোপীগণ গৈয়া কৃতাঞ্জলি কৰি।
থাকিল কৃষ্ণৰ হস্ত-পঙ্কজত ধৰি॥
কতো আথে-বেথে গৈয়া ধৰে বাহু কান্ধে।
কতো গোপী গৈয়া মোহ হুয়া গলে বান্ধে॥ ১০৯
আগ হুয়া কেহো চোবা লৱে হাত পাতি।
চক্ষু পকাই চাৱে কতো কৰি মুখ কাতি॥
মদনে মৰ্দ্দয় কতো গোপিকাৰ মন।
তনত অৰ্পয় নিয়া কৃষ্ণৰ চৰণ॥ ১১০
এক-দৃষ্টি কৰি কতো কতো গোপাগণে।
মুখ-পঙ্কজত পিয়ে তবধ নয়নে॥

নাহিকে তৃপিতি যদি পিয়ন্ত সততে।
কৃষ্ণৰ চৰণ যেন চিন্তন্ত ভকতে॥ ১১১
নেত্ৰে চায়া কেহোজনী নিয়া হৃদয়ক।
কৃষ্ণক আলিঙ্গি ভৈলা সৰ্ব্বাঙ্গে পুলক॥
বহুৰে আনন্দে নয়নৰ নীৰ ঝৰি।
মহাযোগীজনে যেন আছে ধ্যান ধৰি॥ ১১২
এহিমতে কৃষ্ণক চাহান্তে গোপীগণ।
মিলি গৈল উৎসৱ শীতল তনু মন॥
এড়াইল বিৰহ-তাপ আনন্দে ভৰিল।
ভকতক পায়া যেন সংসাৰী তৰিল॥ ১১৩
শোক এড়ি গোপীগণে বেঢ়িলা চৌভিতি।
মধ্যত কৰন্ত কৃষ্ণে অধিকে দীপিতি॥
পাছে সবে গোপিকাক লৈয়া বনমালী।
আনন্দে নামিল গৈয়া যমুনাৰ বালি॥ ১১৪
পুষ্পিত মন্দাৰ-কুন্দ-গন্ধে হুয়া ভোল।
মধু-মত্ত অনেক ভ্ৰমৰে কৰে ৰোল॥
শৰত-চন্দ্ৰৰ কান্তি আতি সুকোমল।
দেখি মহা সন্তোষিত গোপিকাসকল॥ ১১৫
তথাতে বসিল মাধৱক মধ্য কৰি।
ভৈল পূৰ্ণকাম সবে সন্তাপ নিস্তৰি॥

প্ৰাণ-বন্ধু মাধৱক কৰিয়া সম্মান।
আঞ্চল পাতিয়া দিলা বসিবাৰ থান ॥ ১১৬
বসিলন্ত তাতে অন্তৰ্য্যামী দেৱ হৰি।
ত্ৰিভুৱন-মোহন মধুৰ বেশ ধৰি ॥
কৰিলা শুশ্ৰূষা গোপীগণে মান্য কৰি।
কতো থৈয়া কোলাত কৃষ্ণৰ জান্তে ভৰি ॥ ১১৭
কন্ধক বাহুক থৈয়া কতোজনী ঘষে।
কতো লীলা-কটাক্ষে চাহাৱে প্ৰেম-ৰসে ॥
কতোহো প্ৰণয়-কোপে দেয় সমিধান।
বোলা হৰি হৰি হোক পাপৰ নিৰ্য্যাণ ॥ ১১৮

## একাদশ কীৰ্ত্তন

ঘোষা ॥ **সাৰঙ্গপাণি প্ৰভু ভগৱন্ত।**
**নজানি তোমাৰ মায়াৰ অন্ত ॥ ১১**

পদ ॥ পাছে গোপীগণে আতি সাদৰি।
কৃষ্ণৰ ৰঙ্গে জান্তে হাত ভৰি ॥
ছলে পৰিহাস কৰিয়া তথা।
প্ৰণয়-কোপে সোধে সৱে কথা ॥ ১১৯

কতো মনুষ্য ভজে ভজন্তাক।
নভজে যিবা কেহো ভজে তাক ॥
ভজন্তা নভজন্তা দুইকো আসি।
নভজয় কোনে কৈয়ো প্ৰকাশি ॥ ১২০
গোপীৰ গুণি গূঢ় অভিপ্ৰায়।
দিলন্ত উত্তৰ যাদৱৰায় ॥
শুনা সখাসৱ আমাৰ বাক।
যিজনে মাত্ৰ ভজে ভজন্তাক ॥ ১২১
সুহৃদ নুহি নাহি তাৰ ধৰ্ম্ম।
আপুন অৰ্থে কৰে মাত্ৰ কৰ্ম্ম ॥
যিজনে ভজে নচাই উপকাৰ।
সুহৃদ সেহি ধৰ্ম্ম সিজে তাৰ ॥ ১২২
ভজে নভজে দুইতো নেদে মন।
আছে চাৰি বিধ শুনা লক্ষণ ॥
যিটো ব্ৰহ্ম-জ্ঞানী দেখে সৱে মিছা।
যিজন পূৰ্ণ ভোগে নাহি ইছা ॥ ১২৩
গুৰু-দ্ৰোহী যিটো একো নমানে।
যিটো মহামূৰ্খ কিছু নজানে ॥
নভজে দুইকো এহি চাৰিজন।
কহিলো মঞি নিষ্ঠে গোপীগণ ॥ ১২৪

কৃষ্ণৰ বাক্য শুনি সবে সখী।
কৰে হাস্য অন্যো-অন্যে নিৰেখি ॥
বোলন্ত দুনাই কৃষ্ণ বুঝি কাজ।
সখীসব আমি চাৰিতো বাঝ ॥ ১২৫

ভকতেসে মোৰ সুহৃদ প্ৰাণ।
যিহেতু নভজে শুনা নিদান ॥
সদায়ে চিন্তোক মোক নপাই।
বিহ্বল যেন ধন হৰুৱাই ॥ ১২৬

তোমৰাসবো মোৰ অৰ্থে আতি।
এড়িলা বেদ-ধৰ্ম্ম যত জ্ঞাতি ॥
বাঢ়োক তোমাৰ প্ৰেম-ভকতি।
ভৈলো অন্তৰ্দ্ধান এহি যুগুতি ॥ ১২৭

নকৰা অসূয়া স্বৰূপ জানি।
ইকথা আছোক শুনা সত্য বাণী ॥
দুস্ত্যজ গৃহৰ এড়িয়া আশ।
ভজিলা মোক কৰি অভিলাষ ॥ ১২৮

ভৈলোহো বশ্য মই তোমাসাৰ।
সুচিৰকাল শুজা নযায় ধাৰ ॥

---

পা° ১২৯ ॥ সুচিৰকালে—অচিৰকালে।

যেৱে সৱে এড়া আপুনি দায় ।
তেৱেসে মোৰ ঋণ শুজা যায় ॥ ১২৯
অমৃত বৰিষে কৃষ্ণৰ বাক ।
জুৰাইল শুনি সৱে গোপীজাক ॥
এড়াইলা সমস্তে বিৰহ-তাপ ।
বোলা হৰি হৰি পলাওক পাপ ॥ ১৩০

## দ্বাদশ কীৰ্ত্তন

ঘোষা ॥ **ৰাম কৰে ৰাস-কেলি গোপাল গোপী সঙ্গে ।**
**হৰি বোল হৰি বোল নিৰন্তৰে ৰঙ্গে ॥ ১২**

পদ ॥ শুক নিগদতি পাছে গোৱিন্দ তহিতে ।
আৰম্ভিলা ৰাস-ক্ৰীড়া গোপিকা সহিতে ॥
দুহো গোপী মাজে এক ভৈলন্ত মাধৱ ।
প্ৰৱৰ্ত্তিল তথা ৰাস-ক্ৰীড়া মহোৎসৱ ॥ ১৩১
ভৈলন্ত মণ্ডলাকাৰ হাতে গলে ধৰি ।
সৱে বোলে মোকেসে আলিঙ্গি আছে হৰি ॥
আসিলা সভাৰ্য্যে যত দেৱগণ মানে ।
জুৰিয়া আকাশ আসি অসংখ্য বিমানে ॥ ১৩২
মাধৱৰ ৰাস-ক্ৰীড়া চাৱে এক-দৃষ্টি ।
বায়ে দেৱে দুন্দুভি কৰিয়া পুষ্প-বৃষ্টি ॥

প্ৰধান গন্ধৰ্ব্বে অপেস্বৰায়ে সহিত।
মহাৰঙ্গে গাৱে গোৱিন্দৰ গুণ-গীত ॥ ১৩৩
কৃষ্ণ সমে নাচে সৱে সন্তোষে গোপিনী।
বলয়া নূপুৰ বাঝে ঝমকে কিঙ্কিণী ॥
প্ৰকাশ কৰন্ত কৃষ্ণ গোপীৰ মধ্যত।
সুৱৰ্ণ মণিৰ মাজে যেন মৰকত ॥ ১৩৪
কৃষ্ণ সমে ৰঙ্গে আতি নাচে গোপাজাক।
নানা ভঙ্গি চৰণ চলায়া ফুৰে পাক ॥
হস্তকো চলাৱে তুলি কৰি লয়-লাস।
ভ্ৰূৰ-যুগ ক্ষেপিয়া কটাক্ষে কৰে হাস ॥ ১৩৫
ঝলমল কুণ্ডল গলত আসি পড়ে।
হালে কৃশ কঙ্কাল তনৰো বস্ত্ৰ লড়ে ॥
শিথিল মেখলা খোপা মুখে ঘৰ্ম্ম-জল।
গাৱে কৃষ্ণ-গুণ-গীত গোপিকাসকল ॥ ১৩৬
কৃষ্ণৰ অসংখ্য মূৰ্ত্তি জ্বলে মেঘ-নয়।
প্ৰকাশে বিজুলী যেন তাতে গোপীচয় ॥
ঘৰ্ম্ম-জলে কণিকা গৰ্জ্জনে ভৈল গীত।
আকাশৰপৰা দেৱে দেখে বিপৰীত ॥ ১৩৭
কৃষ্ণ-আলিঙ্গন পায়া অশেষ হৰিষ।
কৃষ্ণ-গুণ-গীতে পূৰিলেক দশোদিশ ॥

এহিমতে নৃত্য-গীতে কৃষ্ণক তুষিল ।
সাধু সাধু বুলিয়া মাধৱে প্ৰশংসিল ॥ ১৩৮
তাসম্বাকো বহুমান দিলন্ত মাধৱ ।
আনন্দে আকুল মিলে মনে মহোৎসৱ ॥
গোপীৰ বৃত্তান্ত কথা শুনা আত পৰে ।
বোলা হৰি হৰি সামাজিকে নিৰন্তৰে ॥ ১৩৯

## ত্ৰয়োদশ কীৰ্ত্তন

ঘোষা ॥ পদ্মপাণি গোপী-ৰঞ্জন দুঃখ-ভঞ্জন দেৱ ।
তোমাৰ চৰণ বিনা গতি নাহি কেৱ ॥ ১৩

পদ ॥ কতো গোপা ভৈলা আতি ভাগৰে আকুল ।
সোলকয় বলয়া খোপাৰ খসে ফুল ॥
কৃষ্ণতে আউজি জিৰাৱয় কৰি কেলি ।
আতি প্ৰীতি কন্ধত ধৰিয়া বাহু মেলি ॥ ১৪০
উৎপল সুগন্ধি কৃষ্ণ-বাহু কন্ধে লই ।
ঘনে ঘনে আনি গোপ-ৰমণী সুঙই ॥
ৰোমাঞ্চিত তনু আনন্দিত আতি মন ।
ভোল হুয়া দেয় কৃষ্ণ বাহুত চুম্বন ॥ ১৪১

নাচন্তে চলন্তে লড়ে মকৰ-কুণ্ডল ।
তাৰ ৰশ্মি-শোভিত কৃষ্ণৰ গণ্ড-স্থল ॥
তাতে লগাই কতো গোপী পাতে মুখ আনি ।
নৃত্যৰ ভঙ্গিত চোবা দেন্ত চক্ৰপাণি ॥ ১৪২
নাচন্তে শবদ কৰে নূপুৰ মেখলা ।
মহা শ্ৰান্ত হুয়া কতো কতো গোপবালা ॥
কৃষ্ণ-হস্ত-পঙ্কজ পৰম সুখকৰ ।
তাক ধৰি থৰে নিয়া তনৰ উপৰ ॥ ১৪৩
লক্ষ্মীৰ-ৰমণ যিটো ঈশ্বৰ মুৰাৰি ।
তাহাঙ্ক বল্লভ পাইলে যত গোপ-নাৰী ॥
কৃষ্ণে ধৰি আছে কণ্ঠে দুয়ো বাহু মেলি ।
পৰম উৎসৱে আতি কৰে ৰাস-কেলি ॥ ১৪৪
অলকা পঙ্কতি চাৰু কৰ্ণ উতপলে ।
শোভে সবে বদন-পঙ্কজ ঘৰ্ম্ম-জলে ॥
কৃষ্ণে সমে নাচে আতি উৎসৱে গোপিনী ।
বাজয় বলয়া বাদ্য নূপুৰ কিঙ্কিণী ॥ ১৪৫
গোপীৰ নৃত্যত ভৈল ভৰি কৰতাল ।
বেড়িয়া গুঞ্জৰে যেন ভ্ৰমৰে গীতাল ॥
শিৰকো কম্পাৰে খসে খোপাও আউল ।
ভুষ্ট হুয়া কেশে বৰিষয় যেন ফুল ॥ ১৪৬

এহিমতে গোৱিন্দে নৃত্যৰ দেন্ত ভঙ্গি ।
কতো গোপিকাক গৈয়া ধৰন্ত আলিঙ্গি ॥
কতো গোপিকাৰ কৰে পৰশন্ত তন ।
কটাক্ষে নিৰেখি কাকো কৰন্ত চুম্বন ॥ ১৪৭
আপোন লাৱণ্য-কলা কৌশল-সুগন্ধি ।
সমস্তে গোপীত অৰ্পি ক্ৰীড়িলা প্ৰবন্ধি ॥
নপাৰিলা গোপীগণে মুহিবে কৃষ্ণক ।
ছায়ায়ে সহিতে যেন উমলে বালক ॥ ১৪৮
কৃষ্ণৰ ক্ৰীড়াত বিমোহিত গোপ-বালা ।
খসে অলঙ্কাৰ কাৰো ছিগি পৰে মালা ॥
সোলকয় খোপা নবান্ধয় আকো তুলি ।
নসম্বৰে বস্ত্ৰ কতো কুচৰো কাঞ্চলি ॥ ১৪৯
দেৱ-নাৰীগণে দেখি কেশৱৰ কেলি ।
মোহ হুয়া পড়ে বিমানত ঢলি ঢলি ॥
ক্ৰীড়া দেখি চন্দ্ৰো কামে বিমোহিত আতি ।
তম্ভাইলন্ত ৰথ নুপুহায় সিটো ৰাতি ॥ ১৫০
যত গোপা তত কৃষ্ণ হুয়া কৰি ক্ৰীড়া ।
সমস্তে গুচাইল গোপিকাৰ কাম-পীড়া ॥
পূৰ্ণ-কাম হৰি ভৈলা ভকতিত বশ্য ।
হৰি হৰি বুলি তৰা কহিলো ৰহস্য ॥ ১৫১

## চতুৰ্দ্দশ কীৰ্ত্তন

ঘোষা ॥ যাদৱ জগজ্জীৱন ৰাম।
আপুনি গোপীৰ পূৰিলা কাম ॥ ১৪

পদ ॥ ৰতি-শ্ৰান্ত ভৈলা যত গোপিনী।
দেখি হস্ত-পদ্মে হৰি আপুনি ॥
কৃপায়ে সবাৰো মাজিলা মুখ।
মিলিল মনে মহোৎসৱ-সুখ ॥ ১৫২

কৃষ্ণক বেড়ি আসি সৱ সখী।
অমৃত-সমান হাস্যে নিৰেখি ॥
কৰি পূজা ৰঙ্গে ৰঞ্জিয়া চিত্ত।
গাইলন্ত গোৱিন্দৰ গুণ-গীত ॥ ১৫৩

তাসম্বাৰ শ্ৰম গুচাইবে প্ৰতি।
সঙ্গে লৈয়া সৱ ব্ৰজ-যুৱতী ॥
যমুনা-জলত নামিলা হৰি।
চৌভিতি ভ্ৰমৰে সেৱে গুঞ্জৰি ॥ ১৫৪

শ্ৰান্ত হুয়া যেন মাতঙ্গ-ৰাজে।
হস্তিনী সমে ক্ৰীড়ে জল মাজে ॥
গোপালো লোক-মৰ্য্যাদাক এড়ি।
কৰন্ত গোপী সমে জল-খেড়ি ॥ ১৫৫

কৃষ্ণক আৱৰি গোপীসকল।
হাসিয়া সিঞ্চে যমুনাৰ জল ॥
বদন-পদ্ম চায়া এক-দৃষ্টি।
কৰিলা দেৱে দেখি পুষ্প-বৃষ্টি ॥ ১৫৬

জলত গোপীক কৃষ্ণে ক্ৰীড়িলা।
ভ্ৰমন্ত যেন গজেন্দ্ৰৰ লীলা ॥
গোপীগণ লৈয়া উঠিলা পাছে।
ভ্ৰমন্ত বনে যমুনাৰ কাছে ॥ ১৫৭

জলে-স্থলে পুষ্প-সুৰভি বাসে।
চৌপাশে গোপী চলে লয়লাসে ॥
ভ্ৰমৰে যোগান ধৰে গুঞ্জৰি।
কৰিলা ৰাস-ক্ৰীড়া দেৱ হৰি ॥ ১৫৮

এহিমতে যত শৰত ৰাতি।
শশাঙ্কে ধৱল শীতল আতি ॥
সৱাতো ক্ৰীড়িলা গোপী সহিত।
বিস্ময় হুয়া পুছে পৰীক্ষিত ॥ ১৫৯

ধৰ্ম্মক ৰাখিবা অধৰ্ম্ম নাশি।
ইকাৰ্য্যে ভৈলা অৱতাৰ আসি ॥

---

পাঃ ১৫৮ ॥ বাসে—ভাসে।

ধৰ্ম্মৰ ৰক্ষক হুয়া মুৰাৰি ।
ক্ৰীড়িলা কেনে পৰ গোপনাৰী ॥ ১৬০
হোৱন্ত হৰি যদি পূৰ্ণ-কাম ।
কৰিলা কেনে গৰিহিত কাম ॥
ছেদিয়ো সংশয় কৈয়ো বৃত্তান্ত ।
দিলন্ত শুনিয়া শুকে সিদ্ধান্ত ॥ ১৬১
শুনিয়ো সৰ্ব্বজনে ৰাস-ক্ৰীড়া ।
বঞ্চিবা যেবে সংসাৰৰ পীড়া ॥
কৃষ্ণৰ কিঙ্কৰে কহে সম্প্ৰতি ।
বোলা হৰি হৰি একান্ত-মতি ॥ ১৬২

## পঞ্চদশ কীৰ্ত্তন

ঘোষা ॥ **ৰাম ৰাম বুলি তৰা ।**
**ভাই অন্তকে পাইলেক পৰা ॥ ১৫**

পদ ॥ পৰম-ঈশ্বৰে কৰে অকৰ্ম্ম ।
তেজস্বীত কিছু নাহি অধৰ্ম্ম ॥
সৰ্ব্বভক্ষ বহ্নি সবাকো শোষে ।
তথাপিতো যেন নোছোৱে দোষে ॥ ১৬৩

ঈশ্বৰ নুহি যিটো মূঢ়-মতি ।
ইকৰ্ম্ম কৰি যাইবে অধোগতি ॥
হৰক দেখি বিষ খায় আনে ।
সিজনে যেন মৰি যায় প্ৰাণে ॥ ১৬৪
দেহত যাৰ নাহি অহঙ্কাৰ ।
তাহাৰ কৰ্ম্মত গুচে বিচাৰ ॥
জগতৰে হৰি পৰম-ঈশ ।
ইকৰ্ম্মে তাহাঙ্ক কৰিবেক কিস ॥ ১৬৫
যাৰ পাদ-পদ্ম চিন্তি সাম্প্ৰতে ।
ছিণ্ডে কৰ্ম্ম-বন্ধ হেলে ভকতে ॥
ধৰিছা লীলা-তনু হেন হৰি ।
শুনা কথা তান্ত সংশয় এড়ি ॥ ১৬৬
জগত-অন্তৰ্য্যামী নাৰায়ণ ।
তান কোন পৰ-দাৰ-গমন ॥
যাহাৰ স্মৰণে পাতক মোষে ।
তাঙ্ক কি কৰিব ইসব দোষে ॥ ১৬৭
শৃঙ্গাৰ-ৰসে যাৰ আছে ৰতি ।
আকে শুনি হৌক নিৰ্ম্মল মতি ॥
ভকতৰ পদে আপুনি হৰি ।
ক্ৰীড়িলা ৰঙ্গে নৰ-দেহা ধৰি ॥ ১৬৮

মোহিলা গোপক কৃষ্ণৰ মায়া ।
কাছতে আছে দেখে নিজ জায়া ॥
নকৰে অসূয়া কৃষ্ণক কেৱ ।
কায়-মনে সৱে কৰন্ত সেৱ ॥ ১৬৯
যেৱে হৈবে খোজে প্ৰভাত ৰাতি ।
বোলন্ত যায়োক গোপীক মাতি ॥
কৃষ্ণক এড়িবে নাহিকে মন ।
আসুখে গৃহক কৰে গমন ॥ ১৭০
ইটো ৰাস-ক্ৰীড়া কথা কৃষ্ণৰ ।
একান্ত চিত্তে শুনে যিটো নৰ ॥
কৃষ্ণত ভকতি বাঢ়িবে তাৰ ।
কাম-সাগৰে সুখে হৈবে পাৰ ॥ ১৭১
ইটো কাম-জয় কৃষ্ণৰ কথা ।
শুনা নৰ-দেহ নকৰা বৃথা ॥
কৃষ্ণৰ কিঙ্কৰে কহে প্ৰলাপ ।
বোলা হৰি হৰি হৰোক পাপ ॥ ১৭২

## ষোড়শ কীৰ্ত্তন

ঘোষা ॥ এ যাদৱ যাদৱ দীন-দয়াল ।
তুমিসি আমাৰ গতি মুকুতি গোপাল ॥ ১৬

পদ ॥ এহিমতে ক্রীড়াতে ৰজনী যায় ক্ষয় ।
দিন ভৈলে বিৰহে আকুল গোপাচয় ॥
কৃষ্ণ যান্ত বনে তাঙ্ক নেদেখি আস্থুখে ।
কৃষ্ণ-গুণ গায়া দিন বঞ্চে নানা দুঃখে ॥ ১৭৩
নিস্তাৰ-কাৰণ নাহি হৰি-নাম বিনা ।
কতো গোপী বোলে সখী কৃষ্ণ-কথা শুনা ॥
বাম বাহুত বাম কপোল থাপিয়া ।
মধুৰ বেণুক আনি অধৰে অৰ্পিয়া ॥ ১৭৪
ৰন্ধ্র-মধ্যে কোমল আঙ্গুলিচয় চালি ।
যেতিক্ষণ বাংশী-ডাক দেন্ত বনমালী ॥
তাক শুনি দেৱ-স্ত্রী সমস্তে মূৰ্চ্ছিত ।
কাম-বাণে চিত্তে আতি হুয়া জৰ্জ্জৰিত ॥ ১৭৫
বস্ত্রো নসম্বৰে মহামোহ হুয়া পড়ে ।
স্বামীৰ কাছতে পাছে লজ্জা হোৱে বড়ে ॥
হেন হৰি-বিৰহ সহিবো কেনমতে ।
আউৰ গোপা বোলে সৱে সখীৰ আগতে ॥ ১৭৬

যাৰ উৰঃস্থলে ছটা দেখিয় লক্ষ্মীৰ।
শ্যামল মেঘত যেন বিজুলী স্থিৰ ॥
হেন হৰি যেখণে বাংশীক নাদ কৰে।
গৰু-মৃগগণৰো তেখণে চিত্ত হৰে ॥ ১৭৭
দান্তে তৃণ ধৰি কৰ্ণ উপৰক তুলি।
চক্ষু মুদি থাকে যেন চিত্ৰৰ পুতলী ॥
আমি কেনে জীওঁ হেন কৃষ্ণক নেদেখি।
আউৰ গোপী বোলে শুনা শুনা সবে সখী ॥ ১৭৮
মাথাত ময়ূৰ-পুছ পল্লৱ কৰ্ণত।
মল্ল-বেশে হৰি গেৰু ঘষিয়া গাৱত ॥
নাম ধৰি ধেনুক ডাকন্ত বাংশী-ৰাৱে।
নদীসবো শুনি তম্ভি থাকে মৌনভাৱে ॥ ১৭৯
আমি যেন নপায়া কৃষ্ণৰ পাদ-ৰেণু।
কম্পাৱে তৰঙ্গ-হস্ত প্ৰেমে পুনু পুনু ॥
কতো গোপী বোলে সখী সবে শুন শুন।
গোপগণে যেখণে বৰ্ণাৱে কৃষ্ণ-গুণ ॥ ১৮০
বাংশীৰ নিস্বনে হৰি ডাকি আনা ধেনু।
শুনি তৰু-লতা প্ৰেমে পুলকিত-তনু ॥
ফল-ফুল-ভৰে নম্ৰ হুয়া মধু স্ৰৱে।
ভৈল আত্মা সাক্ষাতে বৃক্ষৰ ভাৱে কৰে ॥ ১৮১

বিনা দান ব্ৰত যজ্ঞ তীৰ্থকো নাচৰি।
সমস্তে পাতক তৰে কোন কৰ্ম্ম কৰি॥
সুখে পুৰুষৰ কেনমতে হোৱে গতি।
কহিয়ো ৰহস্য-কথা আমাত সম্প্ৰতি॥ ২৭
আৰো এক প্ৰশ্ন আমি কৰিবো তোমাত।
কিহেতু শঙ্কৰে তপ কৰন্ত সাক্ষাত॥
আপুনি ঈশ্বৰ তিনি জগততে সাৰ।
তান কাক চিন্তিবাক আছে অধিকাৰ॥ ২৮
মুখে কিবা জপন্ত ধিয়ান্ত কিবা মনে।
কহিয়োক গুৰু আক শুনো ৰঙ্গ মনে॥
হেন শুনি নাৰদৰ মনে ৰঙ্গ ভৈলা।
পৰম ৰহস্য কথা কহিবাক লৈলা॥ ২৯
ভাল কথা তুমিসবে পুছিলা সাম্প্ৰত।
এহি কথা পাৰ্ব্বতী পুছিলা শঙ্কৰত॥
যোগ-ধ্যানে শঙ্কৰ আছন্ত কৈলাসত।
দেখিলন্ত পাৰ্ব্বতী শিৱৰ ঘোৰ ব্ৰত॥ ৩০
নাহিকে বসন গাৱে দিশ পৰিধান।
ভস্ম-ধূলা সকলে অঙ্গৰ ভৈল ম্লান॥
শিৰে অতি প্ৰকট বিকট জটা-ভাৰ।
গাৱে সৰ্পগণ দেখিবাক চমৎকাৰ॥ ৩১

হৰি-নাম জপন্ত চিন্তন্ত অহর্নিশি।
হেন শুনি পার্ব্বতীও পুছিলা হৰিষি॥
স্বামী তুমি সকল দেৱৰ মুখ্য দেৱ।
তোমাক সমস্ত দেৱগণে কৰে সেৱ॥ ৩২
তোমাক সেৱন্ত সদা চন্দ্র সূর্য্য বিধি।
তযু বৰ-দানে সমস্তৰে ভৈল সিদ্ধি॥
তোমাৰ নাহিকে জন্ম মৰণ সংসাৰ।
তযু মহিমাৰ কেহো নপাৰন্ত পাৰ॥ ৩৩
হেন দেৱে কাহাক ধিয়াৱা নিৰন্তৰ।
কি কাৰণে তপ কৰা আপুনি ঈশ্বৰ॥
কিবা মন্ত্র জপা তুমি কহিয়ো আমাত।
পৰম কৌতুকে কৈয়ো পুছিলো তোমাত॥ ৩৪
তোমাৰ পৰম প্রিয়তম ভার্য্যা আমি।
ৰহস্য-কথাক মোত কহিয়োক স্বামী॥
দ্বিজ কবিশেখৰে কহিলা হেন সাৰ।
হৰি-নাম লৈয়া সবে হুয়োক নিস্তাৰ॥ ৩৫

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ হে কৰুণা-সিন্ধু ভৱ-বন্ধে কৰিয়ো নিস্তাৰ
কেনে হওঁ সংসাৰৰ পাৰ ॥ ৪

পদ ॥ পাৰ্ব্বতীৰ বাক্য শুনি হৰ।
পাছে হেন দিলন্ত উত্তৰ ॥
শুনিয়ো পাৰ্ব্বতী মোৰ বাণী।
ভাল তুমি পুছিলা কাহানী ॥ ৩৬
ইটো কথা পৰম গুপুত।
কহিবাক নুহিকে যুগুত ॥
তুমি মোৰ প্ৰাণ-প্ৰিয় জায়া।
তাতেসে কহিবে মোৰ দায়া ॥ ৩৭
সত্য-যুগ আছিল পূৰ্ব্বত।
সৱে ভৈল হৰিৰ ভকত ॥
সব্বাৰো ভৈলেক শুদ্ধ মতি।
কৃষ্ণৰেসে চৰণত ৰতি ॥ ৩৮
হৰি পাদ-পদ্মে হৃদি থৈয়া।
ফুৰে মাধৱৰ নাম লৈয়া ॥
শুনে কৃষ্ণ-কথা মাত্ৰ কাণে।
হৰি-পূজা কৰে সাৱধানে ॥ ৩৯

---

পা° ঘোষা ৪ ॥ ভৱ-বন্ধে—ভকত-বন্ধু।

জানে হৰি-নামেসে নিস্তাৰ।
হৰি-নাম লৈয়া হোৱে পাৰ॥
ইহলোকে ভুঞ্জয় ভুকুতি।
পৰলোকে লভয় মুকুতি॥ ৪০

যিটো গতি ইন্দ্ৰ আদি দেৱে।
নপাৱন্ত কৰ্ম্ম কৰি কেৱে॥
সিটো গতি পাৱে হৰি স্মৰি।
কিছু আন ধৰ্ম্মক নাচৰি॥ ৪১

মোৰ বাক্য শুনি দেৱগণ।
সমস্তৰে বুদ্ধি ভৈল ছন॥
আগম পুৰাণ বেদ শুনি।
নিছয় নপান্ত মনে গুণি॥ ৪২

সকলে শাস্ত্ৰৰ ভিন্ন মত।
নপাৱন্ত কেৱে আৰ তত্ত্ব॥
দেৱগণে নপাৱন্ত পাৰ।
মনুষ্য জানিবে কিবা তাৰ॥ ৪৩

দেয় তুলা-পুৰুষ-দানক।
অশ্বমেধ যজয় অনেক॥

---

পা° পদ ৪১॥ ধৰ্ম্মক—পুণ্যক, কৰ্ম্মক।

বাৰাণসী প্ৰয়াগত স্নান।
গয়াত পিতৃক পিণ্ড-দান ॥ ৪৪
কৰে কায়-ক্লেশ ঘোৰ ব্ৰত।
বেদ-পাঠ নছাড়ে সতত ॥
তপ জপ ধৰ্ম্ম ভূত-দায়া।
আনো যত পুণ্য আচৰিয়া ॥ ৪৫
যোগ ধ্যান ব্ৰততত্ত্ব জানি।
নপাৱে গতিক একো প্ৰাণী ॥
হৰি-নাম লৱে মাত্ৰ মুখে।
সিটো গতি পাৱে মহাসুখে ॥ ৪৬
থাকে পুত্ৰ দাৰা সমন্বিতে।
পৰ-হিংসা কৰয় সততে ॥
নধৰয় ব্ৰহ্মচৰ্য্য-ব্ৰত।
নজানয় একো জ্ঞান-তত্ত্ব ॥ ৪৭
এড়িলেক আপুনাৰ ধৰ্ম্ম।
নকৰে বেদৰ যত কৰ্ম্ম ॥
কেৱলে কৃষ্ণৰ নাম লৱে।
মুকুতিক মহাসুখে পাৱে ॥ ৪৮

---

পা° ৪৬ ॥ ব্ৰত—ব্ৰহ্ম।

কিনো হৰি-নামৰ মহিমা।
কোনে কহি পাইবে তাৰ সীমা॥
আত পৰে ধৰ্ম্ম নাহি আন।
ৰাম-নাম সদা কৰা পান॥ ৪৯

## পঞ্চম কীৰ্ত্তন

ঘোষা॥ **ৰাম কৃপা কৰা গোপাল**
**ভজিলো তুৱা পাৱে**
**সংসাৰ-সাগৰে তৰো তযু নাম-নাৱে॥ ৫**

পদ॥ পাৰ্ব্বতীত শঙ্কৰে কহিলা নিষ্ঠ কৰি।
হৰিৰ নামেসে জানা সংসাৰক তৰি॥
সৰ্ব্বক্ষণে হৰি-গুণ-নামক ভাবিবা।
হৰি-নাম বিনে চিত্ত আনত নেদিবা॥ ৫০
সিজে পুণ্যচয় হৰি-নামৰ লগত।
পাসৰিলে লাগ লৱে পাতক সমস্ত॥
যত পুণ্যচয় হৰি-নামৰ কিঙ্কৰ।
তাক পাসৰিলে পাপ হোৱে বহুতৰ॥ ৫১
পাছে দেখিলন্ত ব্ৰহ্মা আদি দেৱগণে।
মনুষ্যৰ পাপ নাই বিষ্ণুক স্মৰণে॥

যতেক মনুষ্য কেৱে নুপূজে দেৱক।
হৰি স্মৰি ভৈল সবে হৰিৰ সেৱক॥ ৫২
মনত গুণন্ত দেৱে কৰি হৃদি-খেদ।
কেনমতে হৰিৰ ভকতি হোৱে ছেদ॥
আমাক নুপূজে কেৱে পৃথিৱী-মণ্ডলে।
আমাক ছড়ায়া সবে বৈকুণ্ঠক চলে॥ ৫৩
নপাওঁ যজ্ঞ-ভাগ আমি দেৱ ভৈলো কিক।
আমাৰ দেৱতা-পদ আছে ধিক ধিক॥
আৱে হেন বোলো সবে দেৱগণ আসা।
সবে মিলি মাধৱক কৰোহো উপাসা॥ ৫৪
শঙ্কৰে বোলন্ত মই কৃষ্ণতো অধিক।
হৈবো বুলি মনে কৰো তানে ভকতিক॥
যতেক ত্ৰিদশ কোটি দেৱ আছে মানে।
বিষ্ণুক পূজিবে লাগিলেক থানে থানে॥ ৫৫
ৰহোক আমাৰ ভিক্ষা মনুষ্য-লোকত।
দিয়োক জীৱিকা প্ৰভু ভৈলোহো ভকত॥
যজ্ঞ-ভাগ ভুঞ্জিবাক নপাওঁ আমি কেৱ।
ৰাখিয়ো জীৱিকা তযু পাৱে কৰো সেৱ॥ ৫৬

---

পা° ৫৬॥ ভিক্ষা—পূজা।

ত্ৰিদশৰ ভকতিত তুষ্ট ভৈলা হৰি।
আগতে দিলন্ত দেখা দিব্য মূৰ্ত্তি ধৰি॥
পৰম মধুৰ ৰূপ কোটি চন্দ্ৰ সম।
মুখে মৃদু হাস জগতৰে মনোৰম॥ ৫৭
চতুৰ্ভুজ শঙ্খ-চক্ৰ-গদা-পদ্ম-পাণি।
দেৱক সম্মুখি হেন বুলিলন্ত বাণী॥
তুষ্ট ভৈলো আমি কৰিবোহো উপকাৰ।
আপুনি মনুষ্য হুয়া হৈবো অৱতাৰ॥ ৫৮
তোমৰাসৱক পূজা কৰিবো বিশেষ।
তেৱেসে পূজিবে নৰে পায়া উপদেশ॥
দেৱক যজিবো যজ্ঞ কৰিবো বহুত।
তেৱে মোৰ নাম-ধৰ্ম্ম হৈবেক গুপুত॥ ৫৯
এহি বুলি ত্ৰিদশক ভকত-বৎসলে।
বহুবিধ ৰূপ ভৈলা পৃথিৱী-মণ্ডলে॥
ৰঘু-কুলে ৰামচন্দ্ৰ ভৈলা অৱতাৰ।
যজ্ঞ কৰি দেৱৰ সাধিলা উপকাৰ॥ ৬০
শ্ৰাদ্ধে পিতৃগণৰ কৰিলা মনতোষ।
ব্ৰাহ্মণকো দান দিয়া কৰিলা সন্তোষ॥
দ্বাপৰ-যুগত যদু-কুলে অৱতৰি।
কৃষ্ণ ৰাম ৰূপে পৃথিৱীৰ ভাৰ হৰি॥ ৬১

দেৱ ব্ৰাহ্মণক পূজা কৰিলা অশেষ।
সকল জগতে লৈল কৃষ্ণ-উপদেশ॥
কৃষ্ণৰ প্ৰসাদে ভৈল দেৱৰ সম্পতি।
বোলা হৰি হৰি আৰে হোক সদগতি॥ ৬২

## ষষ্ঠ কীৰ্ত্তন

ঘোষা॥ **ভাই ৰাম নাম জপ ভাই ৰাম নাম জপ**
**আহাৰ সমান নুহি মন্ত্ৰ তন্ত্ৰ জপ**॥ ৬

পদ॥ শুনিয়োঁ পাৰ্ব্বতী মঞি পূজিলোঁ হৰিক।
মনে হেন হৈবে সাধোঁ কৃষ্ণতো অধিক॥
বহুবিধ ভকতি কৰিলোঁ বাহিৰত।
সদায়ে নুগুচে মোৰ কপট চিত্তত॥ ৬৩
কহিলোঁ পাৰ্ব্বতী হৃদয়ৰ কথা ভাঙ্গি।
নুগুচিল অহঙ্কাৰ মাধৱক লাগি॥
যদ্যপি কৰিলোঁ মই কপট ভকতি।
তথাপিতো তুষ্ট ভৈলা ত্ৰিজগত-পতি॥ ৬৪
কিনো দায়াময় প্ৰভু ভকত-বৎসল।
কপট সেৱাতে মোক কৰিলা কুশল॥
দিব্যৰূপে দেখা মোক দিলন্ত মাধৱে।
চাহিলোঁ নয়ন ভৰি পৰম উৎসৱে॥ ৬৫

দণ্ডৱতে প্ৰণামিলো কৃষ্ণৰ চৰণ।
পাছে নাৰায়ণে মোক বুলিলা বচন॥
মোতো কৰি তোমাৰ অধিকে হৈবে মান।
যেনমতে হৈব তাৰ কহিবো কাৰণ॥ ৬৬
তোমাক পূজিবো মঞি পৃথিৱীক গৈয়া।
তযু যশ বঢ়াইবো তোমাতে বৰ লৈয়া॥
দ্বাপৰ যুগত আদি ত্ৰেতাৰ অন্তত।
অৱতাৰ হৈবোহো আপুনি জগতত॥ ৬৭
আমাৰ বচনে তুমি হেন কৰিয়োক।
শাস্ত্ৰ কৰি মনুষ্যৰ লোভ বঢ়ায়োক॥
আগমত দেখায়োক সংসাৰৰ সুখ।
তাক দেখি হোৱে যেন আমাত বিমুখ॥ ৬৮
আমাৰ ভকতি-পন্থ সৱে হোক ছন।
আন দেৱ পূজাক সৱাৰে হোক মন॥
আগম দেখায়া কৰা আমাক গুপুত।
তেৱেসে প্ৰজাৰ সৃষ্টি হৈবেক বহুত॥ ৬৯
মাধৱৰ বাক্য হেন শুনিলোহো আমি।
পাছে ভয় হুয়া হেন বুলিলো প্ৰণামি॥
সহস্ৰেক ব্ৰহ্ম-বধ যদি কৰে নৰে।
তোমাৰ সেৱায়ে তাকো তাৰিবাক পাৰে॥ ৭০

যদিবা তোমাক প্ৰভু কৰে অহঙ্কাৰ।
সিটো পাতকৰ প্ৰভু নেদেখো নিস্তাৰ॥
শত কোটি কল্প মানে নৰকত পচে।
কদাচিতো সিটো মহাপাতক নুগুচে॥ ৭১
কি কৰি পৱিত্ৰ মঞি হৈবো নাৰায়ণ।
সেই উপদেশ দিয়া পাতক-নাশন॥
যদি হেন তোমাক আগমে কৰো ছন।
তেৱে মোৰ হৈবেক পাতক অমোচন॥ ৭২
মাধৱে বোলন্ত শুনা শঙ্কৰ সম্প্ৰতি।
মোৰ নাম লৈলে পাপ যাইবে অধোগতি॥
সহস্ৰেক নামে মোৰ পাতক তৰিবা।
সৱাতো অধিক তুমি মোৰ প্ৰিয় হৈবা॥ ৭৩
কৰে মোৰ নামে তিনি লোকক পৱিত্ৰ।
মুকুতি পদকো দেয় আত কোন চিত্ৰ॥
মোৰ নাম লৈলে মোৰ চৰণক পাৱে।
পৰম ঐশ্বৰ্য্য দেওঁ যাক যিবা ভাৱে॥ ৭৪
জানিবা শঙ্কৰ মোৰ বাক্য নুহি মিছা।
মোৰ নাম লৈলে পাইবা মনে যেন ইচ্ছা॥
সহস্ৰেক নাম পাছে আমাৰ আগত।
কহিলা সকলে হৰি কৰিয়া বেকত॥ ৭৫

শুনিলো প্ৰভুৰ মুখে সহস্ৰেক নাম।
ধৰিলো নিশ্চয় কৰি পূৰ্ণ ভৈলা কাম॥
সেহি সহস্ৰেক নাম জপো মঞি মনে।
কহিলো ৰহস্য তুমি ভাৰ্য্যাৰ কাৰণে॥ ৭৬
ৰত্নাকৰ কন্দলি কহিলা হেন সাৰ।
ৰাম-নাম বিনা নাই সংসাৰ-নিস্তাৰ॥
জানিয়া যতনে মাধৱৰ নাম ধৰা।
ৰাম-নাম ভাবিয়া সংসাৰ সুখে তৰা॥ ৭৭

**সহস্ৰ-নাম-বৃত্তান্ত সমাপ্ত॥ ২৪॥**

## পঞ্চবিংশ খণ্ড

# উৰেষা-বৰ্ণন

### প্ৰথম কীৰ্ত্তন

**ঘোষা ॥ জয় জয় জগন্নাথ প্ৰণামো ৰাম ॥ ১**

পদ ॥ নমো নমো জগন্নাথ ভকতৰ নিধি।
হৰিৰ স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥
উৰেষাৰ কীৰ্ত্তনক শুনিয়ো লোকাই।
শঙ্কৰে ৰচিলা ব্ৰহ্ম-পুৰাণক চাই ॥ ১
মুনিগণে ব্ৰহ্মাত পুছিলা প্ৰণিপাতে।
ক্ষেত্ৰৰ মহিমা আবে কহিয়ো আমাতে ॥
কিবা হেতু ইন্দ্ৰদ্যুম্ন ৰাজা শুদ্ধ-চিত্তে।
কৰিলন্ত অশ্বমেধ উৰেষা-পুৰীতে ॥ ২
বন্ধাইল অদ্ভুত দৌল আশ্চৰ্য্য-মহিমা।
ৰাম কৃষ্ণ সুভদ্ৰাৰ সজাইল প্ৰতিমা ॥
কিবা হেতু দৌলত থাপিলা নৰেশ্বৰ।
সমস্তে বৃত্তান্ত কহিয়োক সৃষ্টিকৰ ॥ ৩
ব্ৰহ্মায়ে বোলন্ত শুনা মুনিগণ যত।
আছিল অৱন্তীপুৰী মালৱ দেশত ॥

তাহাৰ মহিমা মই কি কৈবো সম্প্ৰতি।
ইন্দ্ৰৰ নগৰ যেন দ্যুতি অমৰাৱতী॥ ৪
সেহি নগৰত ইন্দ্ৰদ্যুম্ন মহাৰাজা।
ধৰ্ম্মপথে থাপিলন্ত পৃথিৱীৰ প্ৰজা॥
দানী মানী সত্যবাদী সৰ্ব্ব-গুণাকৰ।
প্ৰতাপে আদিত্য যেন ভোগে পুৰন্দৰ॥ ৫
পৃথিৱীত নাহি ৰাজা তাহান সমান।
যজিল বিবিধ যজ্ঞ দিলা মহা দান॥
সুৱৰ্ণ মাণিক গ্ৰাম গজ বাজী ৰথ।
নিৰন্তৰে বিপ্ৰৰ পূৰিলা মনোৰথ॥ ৬
এহিমতে পৃথিৱীক পালন্ত নৃপতি।
দিনেক তাহান হেন উপজিল মতি॥
কোন কৰ্ম্মে আৰে আৰাধিবো জগন্নাথ।
এহি বুলি শাস্ত্ৰ বিচাৰিলা নৰনাথ॥ ৭
আগম পুৰাণ বেদ বেদান্ত যতেক।
গুৰু-মুখে জানিলন্ত তত্ত্বক প্ৰত্যেক॥
মুকুতি ইচ্ছায়ে এড়িলন্ত ভ্ৰান্তি-জ্ঞান।
কিমতে আৰাধো হৰি মনে কৰি ধ্যান॥ ৮
নাহিকে নিস্তাৰ আউৰ মাধৱন্ত পৰে।
শঙ্খ চক্ৰ গদা পদ্ম যাৰ চাৰি কৰে॥

পদ্ম-পত্ৰ-সম চাৰু লোচন আয়ত।
গলে বনমালা শোভে কৌস্তুভ কণ্ঠত॥ ৯
শিৰত কিৰীটি কৰে কঙ্কন কেয়ুৰ।
মকৰ কুণ্ডল জ্বলে পাৱত নূপুৰ॥
শ্যামল শৰীৰে পীত বস্ত্ৰে কৰে কান্তি।
হিয়াত প্ৰকাশে আতি শ্ৰীবৎসৰ পান্তি॥ ১০
হেন মাধৱক আৱে আৰাধো কিমতে।
এহি বুলি বাঝ ভৈলা নগৰৰ হন্তে॥
ভণিল শঙ্কৰে কৃষ্ণ-চৰণত ধৰি।
সমজ্যাৰ সৰ্ব্ব জনে বোলা হৰি হৰি॥ ১১

## দ্বিতীয় কীৰ্ত্তন

ঘোষা॥ **ত্ৰাহি জগন্নাথ আমি অজ্ঞানী অনাথ**॥ ২

পদ॥ ৰাজা যান্ত যত মন্ত্ৰী পাত্ৰ পুৰোহিত।
চতুৰঙ্গ দলে লাগ লৈলেক ত্বৰিত॥
অসংখ্যাত ৰথ যূথে যূথে যায় চলি।
বাৰু খাণ্ডা ধৰি ধাৱে যত মহাবলী॥ ১২
সীমা-সংখ্যা নাহি লগে লড়ে যত ঘোড়া।
প্ৰমত্ত হস্তীৰ কোনে কহিবেক ওৰা॥

কৰ্ণে তাল হানে শুনি ঘণ্টাৰ আস্ফাল ।
প্ৰজাৰ গিৰত যেন যায় ভূমি-চাল ॥ ১৩

অন্তেষপুৰত যত নাৰীগণ মানে ।
ৰাজাৰ লগত যায় বহুবিধ যানে ॥
দিব্য বস্ত্ৰ ভুষণে ভূষিত কৰি তনু ।
বেঢ়ি বীৰগণ যায় কৰে ধৰি ধনু ॥ ১৪

বাজে বাদ্য বিবিধ টবল টমকিল ।
যতেক বৃত্তিয়া মানে লগতে লড়িল ॥
তেলী মালী শিলাকুটি বণিয়া সূতাৰ ।
চৰ্ম্মকাৰ চড়াল কমাৰ কুম্ভকাৰ ॥ ১৫

চিত্ৰকাৰ কংসাৰ কুন্দাৰ বৈদ্য যত ।
অনেক কায়স্থ যায় ৰাজাৰ লগত ॥
নট ভাট নৰ্ত্তকী গায়ন অপৰ্য্যন্ত ।
বিপ্ৰগণ নৃপতিৰ আগত চলন্ত ॥ ১৬

পৃথিৱীত যতেক বৃত্তিয়াগণ আছে ।
চৌত্ৰিশ জাতিয়ে যায় নৃপতিৰ পাছে ॥
পিতৃ আগ কৰি যেন চলে পুত্ৰচয় ।
এহিমতে গৈল ইন্দ্ৰদ্যুম্ন মহাশয় ॥ ১৭

---

পা° ১৫ ॥ টবল—ডবল । টমকিল—ডমকিল । চড়াল—চমাৰ ।

পাইলন্ত দক্ষিণ সাগৰৰ গৈয়া তীৰ।
ঢৌগণ নাচে যেন অগাধ গম্ভীৰ॥
হৰিৰ শয়ন-স্থান নন্দনাদিপতি।
যাক দৰশনে পায় পৰম মুকুতি॥ ১৮
আছে ভয়ঙ্কৰ মৎস্য কচ্ছপ বহুল।
কুম্ভীৰ মগৰ মৎস্যে কৰে হুলস্থুল॥
সৰ্ব্ব পাপ হৰে ৰম্যকৰ তীৰ্থৰাজ।
দেখিয়া বোলন্ত ৰাজা ঐত মোৰ কাজ॥ ১৯
কৰিলা নিৱাস পায়া মনোহৰ স্থানে।
দেখিবা তহিত পৃথিৱীৰ গুণমানে॥
বহুবিধ বৃক্ষ ফলে-ফুলে সুশোভিত।
নানাবিধ পক্ষী ৰাৱ তেজে সুললিত॥ ২০
বিচিত্ৰ বিবিধ মৃগগণ চৰে তাতে।
অনেক দন্তাল আছে নন্দন-বনতে॥
চাৰু সৰোবৰক পঙ্কজে আছে ৰঞ্জি।
ৰাজহংসে ভুঞ্জে তাত মৃণাল উভঞ্জি॥ ২১
পৰ্ব্বত যতেক আছে দেখি মনোহৰ।
উচ্চ শিখৰৰপৰা বহৰে নিৰ্ঝৰ॥
তেজে নাদ কোকিলে ময়ূৰে কাঢ়ে ৰাৱ।
বৃক্ষে পথুকক যেন দেয় হাত-ৰাৱ॥ ২২

দীৰ্ঘে দশ যোজন পথালি পাঞ্চ সীমা।
কি কহিবো সিটো মহা ক্ষেত্ৰৰ মহিমা ॥
পৰম আচৰ্য্যময় মনোহৰ থান।
ইন্দ্ৰদ্যুম্ন নৃপতি দেখিলা বিদ্যমান ॥ ২৩
ভুনাই মুনিগণে পাছে পুছিলা ব্ৰহ্মাত।
পূৰ্ব্বত প্ৰতিমা কিয় নাছিল তথাত ॥
কৰিয়ো সংশয় ছেদ প্ৰভু প্ৰজাপতি।
বোলা হৰি হৰি পাপ যাউক অধোগতি ॥ ২৪

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥　ৰাম ৰাম বোলা তাৰে।
　যমে নতু ধৰে যাৰে ॥ ৩

পদ ॥ ব্ৰহ্মায়ে বোলন্ত শুনিয়ো কথা।
যি কাৰ্য্যে প্ৰতিমা নাছিল তথা ॥
পূৰ্ব্বত মেৰুৰ শিখৰে হৰি।
বসিয়া আছন্ত আনন্দ কৰি ॥ ২৫
প্ৰণামি জানু-শিৰে লক্ষ্মী মাৰে।
কৰিলন্ত প্ৰশ্ন স্বামীৰ পাৰে ॥
কোন কৰ্ম্ম-ভূমি মনুষ্য লোকে।
সদায়ে আক নেৰে দুঃখে-শোকে ॥ ২৬

কোন কৰ্ম্মে পাৱে সংসাৰ-পাৰ
কহিয়ো মোত কিবা ধৰ্ম্ম সাৰ ॥
কৰুণা আছে দাসী বুলি যদি।
গুচায়ো আমাৰ সংশয় ছেদি ॥ ২৭
মাধৱে বোলন্ত শুনিয়ো প্ৰিয়া।
আমাৰ কথাত কৰিয়ো হিয়া ॥
আছে মহাক্ষেত্ৰ কৈলো তোমাত।
পুৰুষোত্তম নামে প্ৰখ্যাত ॥ ২৮
সংসাৰক তৰে তাত নিৱাসে।
মহাসিদ্ধি হোৱে আতি অপ্ৰয়াসে ॥
কীৰ্ত্তনতে যাৰ পাপ পলাই।
তিনিও লোকে তাৰ সম নাই ॥ ২৯
নজানে তাক দেৱ সিদ্ধ মুনি।
গুপুত কৰিয়া আছো আপুনি ॥
আজিসে তোমাত কৰো বেকত।
শুনা সাৱধানে তাৰ মহত ॥ ৩০
ব্ৰহ্মাক মহাপ্ৰলয়ৰ অন্তে।
স্ৰজিলো নাভি-কমলৰ হন্তে ॥
উপজি মোতে পাছে সৃষ্টিকৰে।
স্ৰজিল চৰাচৰ নিৰন্তৰে ॥ ৩১

জগত নিৰ্ম্মিয়া কৰিলা ধ্যান।
তেখণে তান ভৈলো বিদ্যমান॥
সজল মেঘ শৰীৰৰ কান্তি।
হিয়াত প্ৰকাশে শ্ৰীবৎস-পান্তি॥ ৩২
তনুক ৰঞ্জে আতি পীত বস্ত্ৰ।
হাতত চক্ৰ ধৰি আছো অস্ত্ৰ॥
কমল-লোচন মুখ প্ৰসন্ন।
দেখি ব্ৰহ্মা উঠি দিলা আসন॥ ৩৩
অক্ষতে অৰ্ঘে পূজি প্ৰজাপতি।
কৰিলা আমাক অনেক স্তুতি॥
ব্ৰহ্মাক পাছে দিলো সমিধান।
কি কাৰ্য্যে আমাক কৰিলা ধ্যান॥ ৩৪
হেন শুনি ব্ৰহ্মা মাতিলা পাছে।
কোন মুখ্য সাধ্য লোকৰ আছে॥
বিনা যজ্ঞ যোগ ব্ৰত নিয়ম।
নকৰি তপ-তীৰ্থ-পৰিশ্ৰম॥ ৩৫
পাইবেক মহাসিদ্ধি অপ্ৰয়াসে।
কহিয়ো আমাত জগনিৱাসে॥
কোন বা উত্তম ক্ষেত্ৰ তোমাৰ।
বোলা হৰি হৰি তৰা সংসাৰ॥ ৩৬

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ **গোপাল গৰুড়-কেতু প্ৰণামো চৰণে।**
**নিয়োক নিস্তাৰি হৰি পশিলো শৰণে ॥ ৪**

পদ ॥ হেন শুনি দিলো পাছে ব্ৰহ্মাক উত্তৰ।
ব্ৰহ্মাৰ ক্ষেত্ৰৰ কথা শুনা সৃষ্টিকৰ ॥
জগতত কৰি মই যিহেতু উত্তম।
সি কাৰণে নাম মোৰ পুৰুষ-উত্তম ॥ ৩৭
ভৈলো সিটো ক্ষেত্ৰে মই আপুনি সাক্ষাত।
পুৰুষোত্তম নামে ক্ষেত্ৰ তাতেসে প্ৰখ্যাত ॥
বিনা যজ্ঞ দান তপ যোগৰ যুগুতি।
চাৰিও বৰ্ণক দেয় ভুকুতি মুকুতি ॥ ৩৮
সিটো মহাক্ষেত্ৰ দশ যোজন প্ৰকট।
দক্ষিণ সাগৰ তীৰে আছে সিদ্ধ বট ॥
যাৰ ছায়া-পৰশনে হোৱে মহোদয়।
দৰশন-মাত্ৰে ব্ৰহ্ম-হত্যা হোৱে ক্ষয় ॥ ৩৯
প্ৰদক্ষিণ কৰি যিটো কৰে নমস্কাৰ।
মোৰ থান পাৱে কৰি পুৰুষ উদ্ধাৰ ॥
প্ৰলয়তো নাহি সিটো বটৰ বিনাশ।
সেই থানে বটৰ উত্তৰ দিশ-পাশ ॥ ৪০

দিব্য দোল আছে তাৰ কি কৈবো মহিমা।
বৈদুৰ্য্যৰ আছে তাত আমাৰ প্ৰতিমা॥
অপ্ৰয়াসে তাকে চাই পাৱে মহোদয়।
পাপী নৰ চলি যায় বিষ্ণুৰ নিলয়॥ ৪১

হেন শুনি যম ৰাজা কৰিলা গমন।
বটৰ নিকটে মোক পাইলা দৰশন॥
প্ৰণামিয়া শিৰে বুলিলন্ত স্তুতি-বাণী।
নমো নমো জগন্নাথ দেৱ চক্ৰপাণি॥ ৪২

নমো নমো জ্যোতিঃফল দেৱ সনাতন।
সৰ্ব্বব্যাপী পুৰুষ পৰম নিৰঞ্জন॥
বহুবিধ স্তুতি কৰি কৰন্ত প্ৰণাম।
মঞি বোলো যম কহ সাধো কোন কাম॥ ৪৩

যম ৰাজা বোলে ইটো ক্ষেত্ৰ মাজে সাৰ।
ইন্দ্ৰনীলময় আত প্ৰতিমা তোমাৰ॥
পাপী বা অপাপী তাক অপ্ৰয়াসে চাৱে।
তোমাৰ প্ৰসাদে স্থান শ্বেত-দ্বীপে পাৱে॥ ৪৪

মোৰ অধিকাৰ ভৈল সকলে লুপুত।
হেন জানি প্ৰতিমাক কৰিয়ো গুপুত॥

---

পা॰ ৪৩॥ পুৰুষ পৰম—প্ৰকৃতিৰ পৰ ( প্ৰকৃতেঃ পৰম্—ব্ৰহ্মপু॰ ৪১।৬৭ )।

পাছে ময়ো যমৰায়ৰ বচনত থাকি।
পুতি থৈলো প্ৰতিমাক বালুকায়ে ঢাকি ॥ ৪৫
পাছে ইন্দ্ৰদ্যুম্নে তৈতে অশ্বমেধ যজি।
কৃষ্ণ বলভদ্ৰ সুভদ্ৰাৰ মূৰ্ত্তি সাজি ॥
দিব্য দোল বান্ধি যেনমতে পূজিলন্ত।
লক্ষ্মীত কহিলা হৰি সকল বৃত্তান্ত ॥ ৪৬
ব্ৰহ্মাত পুছিলা মুনি সকলো হুনাই।
ক্ষেত্ৰ গৈয়া কি কৰিলা ইন্দ্ৰদ্যুম্ন ৰায় ॥
কহিয়ো হৰিযে শুনোহো পাছ কথা।
বোলা ৰাম ৰাম জন্ম নকৰিয়ো বৃথা ॥ ৪৭

## পঞ্চম কীৰ্ত্তন

ঘোষা ॥ **হৰি ৰাম হৰি ৰাম ঘুষিয়ো ভাই।**
**পাপ-সাগৰে আন গতি নাই ॥ ৫**

পদ ॥ বোলন্ত ব্ৰহ্মা শুনা সমুদায়।
ক্ষেত্ৰক পাইল ইন্দ্ৰদ্যুম্ন ৰায় ॥
দেখিল স্থানসৱ অনুপাম।
আছন্ত তীৰ্থ মহানদী নাম ॥ ৪৮

লোকৰ কৰিয়া পাপ উপান্ত।
দক্ষিণ সাগৰক বহি যান্ত॥
গঙ্গাৰ সমান তীৰ্থ বিশেষ।
দুয়ো কূলে আছে অনেক দেশ॥ ৪৯
হৃষ্ট-পুষ্ট লোক তৈত সদায়।
বসনে-ভূষণে ভূষিত কায়॥
বেদবিদ বিপ্ৰ আছে আপাৰ।
প্ৰত্যহে অগ্নিহোত্ৰ সিজে তাৰ॥ ৫০
সদায় নুগুচে শাস্ত্ৰ-আলাপ।
বেদ-ধ্বনি শুনি পলাৱে পাপ॥
ক্ষেত্ৰত আছে যত নাৰীগণ।
সবাৰো গাৱে শোভে আভৰণ॥ ৫১
আয়ত লোচন পদ্মৰ পাসি।
নুগুচে মুখত ঈষত হাসি॥
ৰূপে বিদ্যাধৰী-সম সাক্ষাত।
কৰন্ত লয়-লাসে আয়াযাত॥ ৫২
অনেক তপস্বী তপ আচৰে।
সন্ন্যাসীসৱে বসি ধ্যান কৰে॥
ব্ৰহ্মচাৰীসৱো ভ্ৰমন্ত তথা।
ক্ষেত্ৰৰ কহিবো কত ব্যৱস্থা॥ ৫৩

পৰম দুৰ্ল্লভ ক্ষেত্ৰক পাই।
গুণন্ত পাছে ইন্দ্ৰদ্যুম্ন ৰায় ॥
ঐত আৰাধিবো বিষ্ণুক আমি।
পৰমগুৰু জগতৰ স্বামী ॥ ৫৪
তাহান পৰম ক্ষেত্ৰ প্ৰকট।
তহিতে আছে কল্প-বৃক্ষ বট ॥
যাক পূজি পাৱে জন্মৰ সীমা।
নাহিক বিষ্ণুৰ ঐত প্ৰতিমা ॥ ৫৫
বান্ধিবো দৌল কৰি মহাযত্ন।
এক স্থান কৰি সুৱৰ্ণ ৰত্ন ॥
যজিবো যজ্ঞ দিয়া মহাদান।
হোৱন্ত হৰি যেন বিদ্যমান ॥ ৫৬
থাপিবোহো দৌলে তাঙ্ক আপুনি।
এহিমতে ৰাজা মনত গুণি ॥
আনিয়া দৈৱজ্ঞ বিপ্ৰ প্ৰধান।
নিৰ্ণয় কৰিলা দৌলৰ থান ॥ ৫৭
শুভ দিন শুভ যোগ বিচাৰি।
থৈলন্ত পূৰ্ণ কুম্ভ সাৰি সাৰি ॥
বৰাইলা মাঙ্গল্য বাদ্য অনেক।
বেদক ঘোষন্ত বিপ্ৰ যতেক ॥ ৫৮

পূজিয়া পৱিত্র কৰিয়া থান।
দিলন্ত ৰাজা পাছে অৰ্ঘ্য দান॥
মিলিল উৎসৱ ক্ষেত্ৰক ভৰি।
পলাওক পাপ বোলা হৰি হৰি॥ ৫৯

## ষষ্ঠ কীৰ্ত্তন

ঘোষা॥ জয় গোৱিন্দ দায়াশীল জয় জগন্নাথ।
মাধৱ প্ৰণামো ভূমিত থৈয়া মাথ॥ ৬

পদ॥ অনন্তৰে ইন্দ্ৰদ্যুম্ন ৰাজা ৰাজেশ্বৰ।
কলিঙ্গপতিক মাতি দিলন্ত উত্তৰ॥
বিন্ধ্য পৰ্ব্বতক যাহা ৰাজাগণ লই।
ভদ্ৰতৰ শিলাক শকটে আনা বই॥ ৬০
দোল সাজি দেৱতাক থাপিবো সম্প্ৰতি।
হেন শুনি চলি গৈল কলিঙ্গ-নৃপতি॥
মন্ত্ৰীক মাতিয়া পাছে ৰাজা আদেশয়।
চাৰিও দিশক লাগি পাঞ্চা দূতচয়॥ ৬১
আনোক হাঙ্কাৰি ৰাজাগণ নিৰন্তৰ।
চতুৰঙ্গ সেনা লৈয়া আসোক সত্বৰ॥

ৰাজাৰ আদেশ কহি পৰ্য্যটিল দূত।
চাৰিও দিশৰ ৰাজা আসিল বহুত ॥ ৬২
হেন দেখি ইন্দ্ৰদ্যুম্ন মহা তুষ্ট মন।
সৰ্ব্ব নৃপতিক চাহি বুলিলা বচন ॥
ইটো মহাক্ষেত্ৰ-ভূমি মুকুতি-কাৰণ।
আতে অশ্বমেধে যজিবোহো নাৰায়ণ ॥ ৬৩
বান্ধি দোল দেৱ থাপিবোহো যেন বিধি।
কেনমতে মোৰ ইটো কাৰ্য্য হোৱে সিদ্ধি ॥
তুমিসৱ হোৱা আৰে সহায় আমাৰ।
হৈবো বুলি সৱেও কৰিলা অঙ্গীকাৰ ॥ ৬৪
স্থৱৰ্ণ মাণিক মণি মুকুতা আপাৰ।
গজ বাজী ৰথ বস্ত্ৰ যতেক সম্ভাৰ ॥
ভক্ষ্য ভোজ্য যজ্ঞত লাগিবে যত যত।
দিলে ৰাজাগণে ইন্দ্ৰদ্যুম্নৰ আগত ॥ ৬৫
দেখি ৰাজা ৰত্নময় যজ্ঞৰ সম্ভাৰ।
আনিলন্ত বিপ্ৰ ঋষি তপস্বী আপাৰ ॥
উপাধ্যায় আচাৰ্য্য সদস্য পাত্ৰঝাক।
দেখি পুৰোহিতক বুলিলা ৰাজা বাক ॥ ৬৬
বিপ্ৰ ঋষিগণ সমে চলিয়োক তুমি।
নিৰ্ম্মিয়োক সৱে গৈয়া মহাযজ্ঞ-ভূমি ॥

শুনি পুৰোহিত গৈয়া অনেক যতনে।
সাজিলন্ত বেদী-খণ্ড সুৱৰ্ণে ৰতনে ॥ ৬৭
ৰত্নময় প্ৰাসাদ সজাইলা একশত।
সুৱৰ্ণে ৰচিত তম্ভ লগাইল গৃহত ॥
ঠাই ঠাই পোতাইলন্ত বৃহত তোৰণ।
মণি-মুকুতাৰ মালা কৰি আভৰণ ॥ ৬৮
ব্ৰাহ্মণক লাগি গৃহ সজাইল আপাৰ।
ভক্ষ্য ভোজ্য পঞ্চামৃত মিলাইল সম্ভাৰ ॥
অনেক নৃপতি ব্ৰাহ্মণৰ ধৰে আল।
স্বৰ্গক লঙ্ঘিল গৈয়া বাদ্যৰ ঘঞ্চাল ॥ ৬৯
সুৱৰ্ণ বিনাই আন নাহিকে ভাজন।
দেখি ইন্দ্ৰদ্যুম্নৰ আনন্দ ভৈল মন ॥
আৰম্ভিল যজ্ঞ যেন বিধি-ব্যৱহাৰ।
হৰি হৰি বুলি তৰা দুৰ্ঘোৰ সংসাৰ ॥ ৭০

## সপ্তম কীৰ্ত্তন

ঘোষা ॥ হৰি গোৱিন্দ কৃষ্ণ জয় জগন্নাথ ॥ ৭

পদ ॥ যজন্ত বেড়ি যত ব্ৰহ্মঋষি ।
কৃষ্ণক অৰ্চ্চন্ত ৰাজা হৰিষি ॥
কৰিলন্ত হোম কোটি প্ৰমাণ ।
ৰথ গজ বাজী দিলন্ত দান ॥ ৭১
কোটি কোটি ৰথ গ্ৰাম নগৰ ।
দাসী দাস ধেনু বৃষ বিস্তৰ ॥
যেহি লাগে খোজে যতেক প্ৰজা ।
নাহিকে নেদো নোবোলন্ত ৰাজা ॥ ৭২
পূৰিলা মনোৰথ সমস্তৰ ।
হৃষ্ট-পুষ্ট ভৈল সমস্তে নৰ ॥
সকল ঋষিক বোলন্ত বাণী ।
প্ৰত্যেকে যাৰে নোন্ত চক্ৰপাণি ॥ ৭৩
প্ৰৱৰ্ত্তাৰা তাৰে যজ্ঞ আমাৰ ।
এহি বুলি দান দেন্ত আপাৰ ॥
কোনে কৰিবেক দানৰ সীমা ।
যজ্ঞৰ পৰম দেখি মহিমা ॥ ৭৪

---

পাঃ ৭২ ॥ ৰথ—ৰত্ন ।

বিস্ময় ভৈল সুৰাসুৰ নাগে।
উৎসৰ্গি ঘোড়া পাছে মহাভাগে ॥
পুত্ৰগণ মাতি দিলা আদেশ।
যজ্ঞৰ হয় ৰাখা দেশে দেশ ॥ ৭৫
থানে থানে ৰচি সুবৰ্ণ ৰত্নে।
বিষ্ণুৰ দৌলক সজাইল যত্নে ॥
কৰিল কৰ্ম্ম যত ৰাজ-সুত।
বান্ধিল দৌল আতি অদভুত ॥ ৭৬
ৰাজায়ো দৌলক সুসাঙ্গ কৰি।
চিন্তন্ত সদায়ে নিদ্ৰাক এড়ি ॥
কিমতে বিষ্ণুক দেখো সাক্ষাত।
বিষ্ণুৰ প্ৰতিমা পাইবো কথাত ॥ ৭৭
কিমতে আৰে আৰাধিবো হৰি।
প্ৰতিমা থাপো দৌলে কেন কৰি ॥
একোমতে তুষ্টি নাহিকে মন।
নকৰে নৃপতি স্নান ভোজন ॥ ৭৮
পৰম চিন্তায়ে আকুল ভৈলা।
বিষ্ণুক পাছে অৰ্চ্চিবাক লৈলা ॥
পঞ্চৰাত্ৰ-বিধি কৰিয়া পূজা।
কৰন্ত স্তুতি ইন্দ্ৰদ্যুম্ন ৰাজা ॥ ৭৯

নমো বাসুদেৱ মোক্ষ-কাৰণ।
সংসাৰত মোক কৰা তৰণ ॥
নমো মাধৱক দঁৱায়া মাথ।
ত্ৰাহি ত্ৰাহি বিষ্ণু জগতনাথ ॥ ৮০
ত্ৰাহি নৰসিংহ দৈত্য-সংহাৰী।
যিমতে আনিলা ভূমি উদ্ধাৰি ॥
সেহিমতে মোক কৰা উদ্ধাৰ।
ৰৰাহ বিষ্ণুক নতি আমাৰ ॥ ৮১
বলদেৱ আদি মূৰ্ত্তি যতেক।
গৰুড় প্ৰমুখ্যে অঙ্গ অনেক ॥
সৱাকো কৰো মই নমস্কাৰ।
হৰি হৰি বুলি হুয়ো নিস্তাৰ ॥ ৮২

## অষ্টম কীৰ্ত্তন

ঘোষা ॥ হৰি ত্ৰাহি কৰুণাসিন্ধু।
গোৱিন্দ জগতবন্ধু ॥ ৮

পদ ॥ মায়াতেসে দেখিয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ ॥

---

পা° ৮২ ॥ অঙ্গ—অংশ ( অঙ্গানি তৱ দেৱেশ—ব্ৰহ্মপু° ৪৯।২১ )।

চৈতন্য-স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥ ৮৩
নিচল নিৰ্ম্মল সূক্ষ্ম-ৰূপ যিটো স্বামী।
দেৱে যাক নজানন্ত কেনে জানো আমি ॥
অপৰ তোমাৰ ৰূপ যাৰ ভুজ চাৰি।
পীত বস্ত্রে শোভে শঙ্খ-চক্র-গদা-ধাৰী ॥ ৮৪
পিন্ধি আছা ৰত্নৰ মুকুট টাৰ হাৰ।
হিয়াত শ্ৰীবৎস গলে বনমালা যাৰ ॥
সেহিসে মূৰ্ত্তিক আৰাধন্ত দেৱগণে।
তাকেসে ভকতজনে চিন্তে সৰ্ব্বক্ষণে ॥ ৮৫
বিষয়-সাগৰে মজো কমল-লোচন।
ভকত-অভয়-দাতা কৰিয়ো মোচন ॥
তুমি ব্যতিৰেকে আন নেদেখো কাৰণ।
শ্ৰীমধুসূদন প্ৰভু হুয়োক প্ৰসন্ন ॥ ৮৬
নানাবিধ ব্যাধি জৰা শোকে মোক পীড়ে।
কৰ্ম্ম-পাশে বন্ধ ভৈলো লোভ মোহ নেড়ে ॥
সংসাৰ-সাগৰে জল বিষয়ৰ ক্লেশ।
ইন্দ্ৰিয় আৱৰ্ত্ত গ্ৰাহ ভৈল ৰাগ-দ্বেষ ॥ ৮৭

---

পা° ৮৩ ॥ অজ্ঞজন—অসজ্জন।

শোক-তৃষ্ণা-ঊৰ্ম্মিক দেখন্ত চমৎকাৰ।
অত্যন্ত চঞ্চল অনুমাত্ৰো নুহি সাৰ॥
মায়ায়ে মোহিল হেন সংসাৰত আতি।
চিৰকালে ভ্ৰমো প্ৰভু হুয়া নানা জাতি॥ ৮৮
লভিলোহো জন্ম প্ৰভু অসংখ্য-প্ৰমাণ।
পঢ়িলোহো বেদ-শাস্ত্ৰ অনেক পুৰাণ॥
অসন্তোষ সন্তোষক লভিলো আপাৰ।
ক্ষয় বৃদ্ধি উদয়কো পাইলো বাৰম্বাৰ॥ ৮৯
সংযোগ বিয়োগ শত্ৰু মিত্ৰ বান্ধৱৰ।
দেখিলো সংসাৰে পিতৃ-মাতৃক বিস্তৰ॥
সুখ-দুঃখ-অনুভৱ ভৈল অসংখ্যাত।
পাইলো পুত্ৰ ভ্ৰাতৃ জ্ঞাতি অনেক ইহাত॥ ৯০
বিষ্ঠা-মূত্ৰে পচিলো নাৰীৰ উদৰত।
গৰ্ভ-বাস-দুঃখ প্ৰভু পাইলো নানামত॥
জানিলোহো দুঃখ শিশু-যুৱা-বৃদ্ধ-কালে।
মৰণ-পীড়াক প্ৰভু জানিলোহো ভালে॥ ৯১
যম-পুৰে যেন দুঃখ পাইলো সমস্তকে।
জানিলো যাতনা যেন চৌৰাশী নৰকে॥
কৃমি কীট হস্তী ঘোৰা মৃগ বৃক্ষ পক্ষী।
গৰু উট মহিষ পশুক যত দেখি॥ ৯২

দ্বিজ শূদ্ৰ ধনী দুখী তপস্বী যতেক।
ৰাজ ৰাজ-ভৃত্য অন্যো মনুষ্য অনেক॥
সবাৰে গৃহত বাৰে বাৰে ভৈলো জাত।
অনেকৰ ভৈলো প্ৰভু ভৃত্য অসংখ্যাত॥ ৯৩
হওঁ কতো দৰিদ্ৰ ঈশ্বৰ অধিকাৰী।
কতো মোকে মাৰে কতো ময়ো আছো মাৰি॥
মই আনি কাটো কতো মোক ধৰি কাটে।
ভণিল শঙ্কৰ ৰাম-নাম বোলা ঝাণ্টে॥ ৯৪

## নৱম কীৰ্ত্তন

ঘোষা॥ **ও হৰি প্ৰভু জগন্নাথ**
**নিস্তাৰ কৰা দাৰুণ সংসাৰে।**
**কৃষ্ণৰ চৰণ ছাড়ি আন গতি**
**নেদেখো হামাৰে॥ ৯**

পদ॥ পিতৃ মাতৃ ভ্ৰাতৃ ভাৰ্য্যাৰ সংযোগে
কতোহো মিলে সন্তোষ।
তাহাৰ বিয়োগে কতো শোকে কান্দো
পায়া কতো অসন্তোষ॥
দেৱ মনুষ্যত পশু পতঙ্গত
জগত-মধ্যত স্বামী।

চৈধ্যয় ভুৱনে হেন থান নাহি
যৈক নভু যাওঁ আমি ॥ ৯৫
কতো নৰকত থাকো কদাচিত
স্বৰ্গক কৰোহো গতি ।
মনুষ্য-লোকত থাকো কতোবেলা
পশুৰো হওঁ সঙ্গতি ॥
জল-যন্ত্ৰ-চক্ৰে জৰী-বদ্ধ হুয়া
খণ্ড ঘট যেন মতে ।
কতো ঊৰ্দ্ধগতি কতো অধ যাই
কতোহো থাকো মধ্যতে ॥ ৯৬
কৰ্ম্মে বদ্ধ হুয়া সংসাৰ-চক্ৰত
সেহিমতে ভগৱন্ত ।
ভ্ৰমো চিৰকালে কদাচিতো মঞি
দুঃখৰ নেদেখো অন্ত ॥
মোক শোক-তৃষ্ণা আকুল কৰয়
ভৈলো আতি অচেতন ।
কিবা কৰো আৰে একোকে নজানো
তোমাতে লৈলো শৰণ ॥ ৯৭

---

পা° ৯৬ ॥ যন্ত্ৰ—জন্তু । বদ্ধ—বন্ধ । ৯৭ ॥ মোক—মোহ ।

তোমাৰ ভকত হওঁ যেৱে মঞি
জগন্নাথ কৃপা কৰা।
সংসাৰ-সাগৰে মজিলো মাধৱ
আমাক প্ৰভু উদ্ধাৰা ॥
তুমি ব্যতিৰেকে নাহি বন্ধু আন
যি মোৰ চিন্তা কৰয়।
তুমি হেন যদি নাথ পাওঁ প্ৰভু
কহিতো নাহিকে ভয় ॥ ৯৮
তুমি জগদ্ধাতা তোমাৰ চৰণে
ভকতি নভৈল যাৰ।
তাৰ কুল শীল বিদ্যা ব্যৰ্থ সৱে
কি কৰে জীৱন ছাৰ ॥
যিটো মোহ হুয়া তোমাক নিন্দয়
অসুৰ-স্বভাৱ পাই।
উপজি উপজি নৰকত পড়ে
তাহাৰ নিস্তাৰ নাই ॥ ৯৯
যৈতে তৈতে গৈয়া জন্ম লভো মঞি
আপুন কৰ্ম্মৰ গতি।
তৈতে তৈতে হৰি তোমাৰ চৰণে
থাকোক দৃঢ় ভকতি ॥

দেৱাসুৰ নৰে তোমাক আৰাধি
পাইলেক পৰম সিদ্ধি।
জানিয়া তোমাক নুপূজিবে কোনে
তুমি ভকতৰ নিধি ॥ ১০০
স্তুতি কৰিবাক নৱাৰে তোমাক
ব্ৰহ্মা আদি দেৱঝাক।
মনুষ্য-বুদ্ধিয়ে কেনমতে মঞি
কৰিবো স্তুতি তোমাক ॥
যিটো মূঢ়ভাৱে কৰিলোহো স্তুতি
তাকো ক্ষমিয়োক মোক।
যদি অপৰাধ কৰে তথাপিতো
ক্ষমা কৰে সাধু লোক ॥ ১০১
হেন জানি প্ৰভু হুয়োক প্ৰসন্ন
তোমাৰ ভকত আমি।
ভক্তিভাৱে যিটো কৰিলোহো স্তুতি
সাঙ্গ হোক সৱে স্বামী ॥
প্ৰভু বাসুদেৱ তোমাৰ চৰণে
কৰো মঞি নমস্কাৰ।
আন কাম এড়ি বোলা হৰি হৰি
পুৰুষ হৌক উদ্ধাৰ ॥ ১০২

## দশম কীৰ্ত্তন

ঘোষা ॥ হৰি গোৱিন্দ দায়াময় মুৰাৰি ৰাম।
মুখে মোৰ নছাৰোক কৃষ্ণ-বিষ্ণু-নাম ॥ ১০

পদ ॥ ব্ৰহ্মায়ে বোলন্ত শুনিয়োক মুনিগণ।
ভৈলন্ত গৰুড়-ধ্বজ স্তোত্ৰত প্ৰসন্ন ॥
দিলন্ত ৰাজাক মন-বাঞ্ছিত সকল।
কাৰুণ্য-স্তোত্ৰৰ আৰে শুনা যেন ফল ॥ ১০৩
হৰিক পূজিয়া যিটো নিতে কৰে স্তুতি।
তাহাৰ হৈবেক জানা অৱশ্যে মুকুতি ॥
ত্ৰিসন্ধ্যাত পঢ়ে যিটো স্তোত্ৰ শ্ৰেষ্ঠতৰ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ পাৱে নিৰন্তৰ ॥ ১০৪
যিবা পঢ়ে যিবা শুনে শুনাৱে আনক।
পাপ ছাৰি সিও যায় বিষ্ণুৰ স্থানক ॥
যিটো দুষ্ট-শঠে কৰে বেদক লুপুত।
তাত নকহিবা স্তোত্ৰ পৰম গুপুত ॥ ১০৫
বিষ্ণু-ভকতক আক দিবা উপদেশ।
কহিলো কাৰুণ্য-স্তৱ তোমাত নিঃশেষ ॥
দেৱ মাধৱক ধ্যান কৰে যিটো নিত্য।
বিষ্ণুত প্ৰৱেশে যেন অগনিত ঘৃত ॥ ১০৬

---

পা॰ ১০৫ ॥ দুষ্ট শঠে—দুষ্টসৱে।      ১০৬ ॥ আক—আৱে।

মহাযজ্ঞ বিদ্যা-দানে কোন কাৰ্য্য কৰে।
মহাউগ্ৰ তপ কৰি মিছাতেসে মৰে॥
জগতৰ গুৰু মোক্ষ-দাতা নাৰায়ণ।
তাহান নকৰে যিটো শ্ৰৱণ-কীৰ্ত্তন॥ ১০৭
সিসি ধন্য সিসি শুদ্ধ সেহিসে পণ্ডিত।
যজ্ঞে তপে গুণে সিসি শ্ৰেষ্ঠ অখণ্ডিত॥
সিসি সত্যবাদী দাতা জ্ঞাতা জগতত।
যাহাৰ ভকতি আছে কৃষ্ণ চৰণত॥ ১০৮
হেন স্তুতি কৰি ইন্দ্ৰদ্যুম্ন মহাৰায়।
ভূমিত পড়িলা বস্ত্ৰ কুশক বিছাই॥
মহাচিন্তাৱিষ্ট হুয়া কৰিলা শয়ন।
কেনমতে হৈব মোৰ কৃষ্ণ-দৰশন॥ ১০৯
হেন মনে চিন্তি নিদ্ৰা গৈল নৃপবৰ।
স্বপ্নত ৰাজাক দেখা দিলা দামোদৰ॥
জগত-গুৰুক ৰাজা দেখিলা সাক্ষাতে।
আঠ অস্ত্ৰ ধৰি আছা আঠখান হাতে॥ ১১০
শঙ্খ চক্ৰ গদা পদ্ম চাৰু বাৰু অসি।
সাৰঙ্গক ধৰি আছা গৰুড়ত বসি॥

---

পা° ১০৮॥ গুণে—ব্ৰতে।
১১১॥ সাৰঙ্গক—সাৰঙ্গবাণ।

যেন নীল বৈদুৰ্য্য শৰীৰে কৰে কান্তি।
হৃদয় মধ্যত জ্বলে শুক্ল লোম-পান্তি॥ ১১১
পীত বস্ত্রে শোভে তনু কটিত মেখলা।
কণ্ঠত কৌস্তুভ শোভে গলে বনমালা॥
কিৰীটি কুণ্ডল হাৰ কেয়ূৰ কঙ্কণ।
সৰ্ব্বাঙ্গে প্ৰকাশে মহাৰত্নৰ ভূষণ॥ ১১২
নূপুৰে ৰঞ্জিয়া আছে পাদ-পদ্ম দুই।
যাক দেখি ধ্যানত ভকত সুখী হুই॥
প্ৰসন্ন বদন জ্বলে কমল-লোচন।
যাক দৰশনে হোৱে পাতক-মোচন॥ ১১৩
যুগান্তৰ সূৰ্য্য যেন আছন্ত প্ৰকাশি।
ৰাজাক বুলিলা হেন বাণী হৰি হাসি॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
বোলা হৰি হৰি সৱে হোক সদগতি॥ ১১৪

## একাদশ কীৰ্ত্তন

ঘোষা ॥ জয় হৰি গোপাল।
জগন্নাথ কৃপালু।। ১১

পদ ॥ সাধু সাধু মহাৰাজ।
সাৰ্থক তোমাৰ কাজ ॥
যজ্ঞ দানে ভক্তিভাৱে।
তুষিলা আমাৰ পাৱে ॥ ১১৫
কৰা অনুশোচ বৃথা।
জানিলো তোমাৰ কথা ॥
প্ৰতিমা থাপিবা ঐত।
শুনা তাক পাইবা যৈত ॥ ১১৬
ৰজনী-প্ৰভাতে বীৰ।
যাইবা সাগৰৰ তীৰ ॥
বৃক্ষক দেখিবা পাছে।
জল থল মাজে আছে ॥ ১১৭
ঢউ লাগি সাগৰৰ।
নকম্পন্ত তৰুবৰ ॥
হাতত পৰশু লৈয়া।
একলে দেখিবা গৈয়া ॥ ১১৮

ছেদিবা নিঃশঙ্ক-মতি ।
প্ৰতিমা সাজিবা ঐতি ॥
নিচিন্তিবা মহাৰথ ।
হৈব সিদ্ধি মনোৰথ ॥ ১১৯
ৰাজাক প্ৰবোধ কৰি ।
অন্তৰ্দ্ধান ভৈলা হৰি ॥
দেখি স্বপ্ন বিপৰীত ।
ভৈল ৰাজা সচকিত ॥ ১২০
বিষ্ণু-মন্ত্ৰ জাপ্য কৰি ।
হৰিক মনত ধৰি ॥
ৰজনী কৰিয়া ক্ষয় ।
উঠি পাছে মহাশয় ॥ ১২১
সাগৰত কৰি স্নান ।
দিলন্ত বিবিধ দান ॥
নিত্য-কৰ্ম্ম সাঙ্গ কৰি ।
হাতত পৰশু ধৰি ॥ ১২২
হৰিক স্মৰিয়া বীৰ ।
লড়ি গৈলা ধীৰে ধীৰ ॥
নাহিকে সাৰথি ৰথ ।
একেশ্বৰে মহাৰথ ॥ ১২৩

পাইলা তীৰ সাগৰৰ।
দেখিলন্ত তৰুবৰ॥
নাহি তাৰ নাম জাতি।
থূলন্তৰ উচ্চ আতি॥ ১২৪
মঞ্জাঠিৰ বৰ্ণ-সম।
দেখি আতি মনোৰম॥
পড়িয়া জলৰ কাছে।
যেন সুখে সুতি আছে। ১২৫
বিষ্ণুৰ বৃক্ষক পাই।
আনন্দিত মহাৰায়॥
কৃষ্ণৰ কিঙ্কৰে ভণে।
হৰি বোলা সৰ্ব্বজনে॥ ১২৬

## দ্বাদশ কীৰ্ত্তন

ঘোষা॥ **ভাই ৰাম কহু ৰাম কহু ৰাম-মন্ত্ৰ সাৰ।**
**তপ জপ যজ্ঞ যোগে সিদ্ধি নাহি আৰ॥ ১২**

পদ॥ তীক্ষ্ণতৰ পৰশু উচায়া হাত উড়ি।
ছেদিলন্ত আনন্দে বৃক্ষৰ আগ-গুড়ি॥
দুই ফাল কৰিবাক চাহান্তে নৃপতি।
আসিলন্ত হৰি বিশ্বকৰ্ম্মায়ে সহিতি॥ ১২৭

---

পা°: ১২৫॥ মঞ্জাঠিৰ—মজাঠিৰ, মেঞ্জাঠিৰ।

দিব্য-গন্ধ-মালা পিন্ধি ধৰি বিপ্ৰ-ৰূপ।
ৰাজাক বোলন্ত ঐত কি কৰিয় ভূপ॥
কি কাৰ্য্যে ছেদিলা ইটো মহা তৰুবৰ।
নিৰ্জ্জন স্থানত কেনে থাকা একেশ্বৰ॥ ১২৮
শুনিয়া নৃপতি তাসম্বাক চাইলা পাছে।
যেন চন্দ্ৰ সূৰ্য্য দুয়ো প্ৰকাশন্তে আছে॥
নমস্কাৰ কৰি ৰাজা বুলিলা বচন।
শুনিয়োক দুয়ো গুৰু মোৰ প্ৰয়োজন॥ ১২৯
মাধৱক আৰাধিবে মোৰ ভৈল মতি।
সাজিবোহো দাৰুময়ী প্ৰতিমা সম্প্ৰতি॥
স্বপ্নত আদেশ মোক দিলা নাৰায়ণ।
কহিলো তোমাৰ আগে স্বৰূপ বচন॥ ১৩০
হেন শুনি বিপ্ৰ-ৰূপ-ধাৰী চক্ৰপাণি।
তুষ্ট হুয়া নৃপতিক বুলিলন্ত বাণী॥
ধন্য ধন্য ৰাজা বুদ্ধি উত্তম তোমাৰ।
সংসাৰ সাগৰে আত কিছু নাহি সাৰ॥ ১৩১
যেন জল-বুদ্‌বুদ্ তিলে হোৱে ছন্ন।
বিষ্ণু আৰাধিতে তযু সম্পাজিল মন॥
কিনো ভাগ্যৱতী সসাগৰা বসুমতী।
যাহাৰ পালক ভৈলা আপুনি নৃপতি॥ ১৩২

আসিয়োক ঐক এড়ি সাগৰৰ তীৰ।
তৰু-তলে আমি সবে থাকো মহাবাৰ॥
এহেন্তে ব্ৰাহ্মণ বিশ্বকৰ্ম্মা-সম গুণী।
এখণে দিবন্ত সাজি প্ৰতিমা আপুনি॥ ১৩৩
হেন শুনি এড়ি ৰাজা সাগৰৰ তট।
তৰু-তলে ৰৈলা চাপি বিপ্ৰৰ নিকট॥
পাছে বিশ্বকৰ্ম্মাক বুলিলা হৰি বাণী।
সাজি তিনি প্ৰতিমা এখণে দিয়া আনি॥ ১৩৪
কৃষ্ণ বলভদ্ৰ আৰ সুভদ্ৰা ভগিনী।
যাৰ যেন লক্ষণ নিৰ্ম্মিয়ো ভিনিভিনি॥
শুনি বিপ্ৰ-ৰূপী বিশ্বকৰ্ম্মা গৈলা লড়ি।
তিনিৰো প্ৰতিমা তেতিক্ষণে দিলা গঢ়ি॥ ১৩৫
প্ৰথমে নিৰ্ম্মিলা বলভদ্ৰ শুক্ল-কায়।
আৰকত আখি ফণী শিৰত শুহায়॥
গাৱে নীল বস্ত্ৰ কৰ্ণে এগোটা কুণ্ডল।
এক হাতে গদা আউৰ হাতত মুষল॥ ১৩৬
কৃষ্ণক নিৰ্ম্মিলা তনু মেঘ-সম জ্বলে।
পদ্ম-সম লোচন শ্ৰীবৎস বক্ষঃস্থলে॥
গাৱে পীত বস্ত্ৰ অস্ত্ৰ চক্ৰ আছে কৰে।
যাক দৰশনে জগতৰে পাপ হৰে॥ ১৩৭

সাজিলা সুভদ্রা তনু সুবৰ্ণ গৌৰাঙ্গ।
ৰত্নময় অলঙ্কাৰে প্ৰকাশে সৰ্ব্বাঙ্গ॥
দিব্য বস্ত্ৰে আবৃত উন্নত তন দুই।
বোলা হৰি লাগোক পাপৰ মুণ্ডে জুই॥ ১৩৮

## ত্ৰয়োদশ কীৰ্ত্তন

ঘোষা কমলাকান্ত কৰা কৃপা করুণা-সাগৰ॥ ১৩

পদ॥ ক্ষেণেকতে সাজিলা প্ৰতিমা।
দেখি ৰাজা পৰম মহিমা॥
বুলিলাহা বিস্ময়ে বচন।
নোহা নৰ তোৰা দুয়োজন॥ ১৩৯
কিবা তোৰা দুয়ো সূৰ্য্য শশী।
ব্ৰহ্মা ৰুদ্ৰ কিবা আছা আসি॥
নজানোহো স্বৰূপ সাক্ষাত।
কৈয়ো সত্যে শৰণ তোমাত॥ ১৪০
শুনি বিষ্ণু বুলিলা বচন।
নোহো ব্ৰহ্মা ৰুদ্ৰ আন জন॥
মঞি হৰি জগত-ঈশ্বৰ।
মোতে আছে যত চৰাচৰ॥ ১৪১

বেদান্ততো মোকেসে কহৱে।
মোক স্মৰি পাতক দহৱে॥
তুষ্ট হুয়া দেখা দিলো আগে।
লৈয়ো বৰ ৰাজা যেহি লাগে॥ ১৪২
স্বপ্নতো নেদেখে পাপী মোক।
তুমি মোৰ মহাভক্ত লোক॥
যতেক পূজিলা নাহি লেখা।
তাতেসে তোমাক দিলো দেখা॥ ১৪৩
শুনি ৰাজা তনু লোমাঞ্চিত।
কৰে স্তুতি পড়িয়া ভূমিত॥
লক্ষ্মীকান্ত তোমাক প্ৰণাম।
তনু যাৰ জ্বলে মেঘ-শ্যাম॥ ১৪৫
কৰে শঙ্খ চক্ৰ পদ্ম গদা।
তুমি শ্ৰীৰ নিবাস সৰ্ব্বদা॥
সুতি থাকা ভুজঙ্গ-শয্যাত।
তুমি ব্ৰহ্ম ব্যাপক সাক্ষাত॥ ১৪৫
তুমি সূক্ষ্ম নিৰ্ম্মল নিৰ্গুণ।
সৃষ্টি স্থিতি লয়ত নিপুণ॥
মোক্ষ-পদ জগত-ঈশ্বৰ।
কৰো পড়ি প্ৰণাম বিস্তৰ॥ ১৪৬

দুনাই দুনাই কৰো নমস্কাৰ।
কৰা প্ৰভু আমাক উদ্ধাৰ॥
তুমি দিয়া ভুকুতি মুকুতি।
কৰো সেৱা এহিসে যুগুতি॥ ১৪৭
দুনাই ৰাজা পৃথিৱীত পৰি।
বিষ্ণুক বোলন্ত কৰ যুৰি॥
ঋষিগণ দেৱাসুৰ বল।
যত যোগী সন্ন্যাসীসকল॥ ১৪৮
যিটো পদ সদা কৰে ধ্যান।
ইছা তাক তৈতে দিয়া স্থান॥
মাধৱে বোলন্ত এহি হোক।
অন্তকালে পাইবা গৈয়া মোক। ১৪৯
নকৰিবা সংশয় ইহাত।
নিষ্ঠ কৰি বুলিলো তোমাত॥
কৃষ্ণৰ কিঙ্কৰে এভু ভণে।
হৰি হৰি বোলা সৰ্ব্ব জনে॥ ১৫০

পা° ১৪৯॥ ইছা—ইচা ( তৎপদং গন্তুমিচ্ছামি—ব্ৰহ্মপু° ৫৯।২১ )।

## চতুৰ্দ্দশ কীৰ্ত্তন

ঘোষা ॥ কৃষ্ণ মুৰাৰি ৰাম
কৰো পৰিয়া প্ৰণাম।
মোৰ মুখে নছাৰোক হৰি হেন নাম ॥ ১৪

পদ ॥ নৱ শতাধিক দশ হাজাৰ বৎসৰ।
অখণ্ডে ভুঞ্জিয়ো ইটো ৰাজ্য নৃপবৰ ॥
পাছে মোৰ পৰম-পদক পাইবা তুমি।
থাকিবে তোমাৰ কীৰ্ত্তি যাৱে থাকে ভূমি ॥ ১৫১
যাৱে চন্দ্ৰ সূৰ্য্য থাকে সপত সাগৰ।
ভ্ৰমিবে তোমাৰ যশ ত্ৰৈলোক্য ভিতৰ ॥
যজ্ঞ-অৱশেষ যত জল অনুপাম।
হুইবে তীৰ্থ ইন্দ্ৰদ্যুম্ন-সৰোবৰ নাম ॥ ১৫২
আত স্নান কৰিয়া যাইবেক ইন্দ্ৰ-থান।
একৈশ পুৰুষ উদ্ধাৰিবে পিণ্ড-দান ॥
অপসৰা গন্ধৰ্ব্বে কৰিবে নৃত্য-গীত।
চৈধ্য ইন্দ্ৰ পড়ে মানে থাকিবে তহিত ॥ ১৫৩
হ্ৰদৰ নৈঋত কোণে আছে সিদ্ধ বট।
দিব্য মণ্ডপেক আছে তাহাৰ নিকট ॥
বহুবিধ পুষ্প-বনে সদায় আবৃত।
পতাকা তোৰণ ধ্বজ-দণ্ডে অলঙ্কৃত ॥ ১৫৪

আষাঢ়ৰ শুক্লা পঞ্চমীত আমাসাক।
সেহি মণ্ডপতে ৰথ থৈয়া বেশ্যাজাক॥
উৎসৱে বিঞ্চিবে চামৰক কৰে ধৰি।
যতি সিদ্ধ সন্ন্যাসী থাকিবে স্তুতি কৰি॥ ১৫৫
আমাক দেখিয়া যিটো প্ৰণামে তহিত।
মহাৰঙ্গে বঞ্চিবেক বিষ্ণুৰ পুৰীত॥
দিব্য দশ হাজাৰ বৎসৰ থাকি তৈত।
চতুৰ্ব্বেদী ব্ৰাহ্মণ হৈবেক আসি ঐত॥ ১৫৬
হৈবেক শ্ৰীমন্ত কোটি ধনৰ ঈশ্বৰ।
ৰজাক সম্বুধি এহিমতে দিয়া বৰ॥
বিশ্বকৰ্ম্মে সহিতে ভৈলন্ত অন্তৰ্হিত।
দেখি নৃপতিৰ তনু ভৈল লোমাঞ্চিত॥ ১৫৭
কৃতকৃত্য ভৈল দেখি হৰিৰ মহিমা।
ৰথে তুলি লৈয়া গৈলা তিনিৰো প্ৰতিমা॥
অনেক মাঙ্গল্য বাদ্য-ভণ্ড বাৱে ছনি।
বিপ্ৰগণে আগত কৰন্ত বেদ-ধ্বনি॥ ১৫৮
বিচিত্ৰ পৱিত্ৰ স্থানে প্ৰতিমা থৱাইলা।
শুভ তিথি শুভ ক্ষণে প্ৰতিষ্ঠা কৰাইলা॥
দিলা দান দক্ষিণা ঋত্বিজ আচাৰ্য্যক।
ৰত্ন ধন ধান্য দিলা আনো ব্ৰাহ্মণক॥ ১৫৯

এহিমতে প্ৰতিষ্ঠা কৰিয়া বিধিৱত।
থাপিলা প্ৰতিমা নিয়া বিচিত্ৰ দৌলত॥
উত্তৰত কৃষ্ণ বলভদ্ৰ দক্ষিণত।
সুভদ্ৰাক থৈলা নিয়া দুহানো মধ্যত॥ ১৬০
পূজিলন্ত গন্ধে ধূপে নানা উপহাৰে।
সুৱৰ্ণ মুকুতা মণি বস্ত্ৰে অলঙ্কাৰে॥
দিলন্ত আসন গ্ৰাম নগৰ অশেষ।
দাসী দাস উৎসৰ্গিয়া দিলন্ত বিশেষ॥ ১৬১
জগন্নাথ থাপি ৰাজা পূৰি মনোৰথ।
ভুঞ্জিলন্ত অকণ্টক ৰাজ্য মহাৰথ॥
অন্ত-কালে এড়ি ইটো উত্তম সম্পদ।
সুখে পাইলা বিষ্ণুৰ পৰম যিটো পদ॥ ১৬২
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক মুনিগণ।
কহিলো ক্ষেত্ৰৰ ইটো যতেক লক্ষণ॥
বুলিয়োক আন কিবা শুনিবাক বাঞ্ছা।
বোলা হৰি হৰি যাৱ বৈকুণ্ঠক ইচ্ছা॥ ১৬৩

## পঞ্চদশ কীৰ্ত্তন

ঘোষা ॥ ও ভাই ভাবিয়ো ৰাম        চিন্তিয়ো ৰাম
ৰাম-নাম যোনো ছোড়।
ৰাম-কৃষ্ণ-নাম-        অস্ত্ৰক ধৰিয়া
পাপ-বিপক্ষক পোড় ॥ ১৫

পদ ॥ হুনাইহু মুনিগণে        ব্ৰহ্মাক পুছন্ত
কহিয়ো ক্ষেত্ৰৰ বিধি।
কোন সময়ত        ক্ষেত্ৰক যাত্ৰাক
কৰিলে হৈবেক সিদ্ধি ॥

কৃষ্ণ-দৰশনে        কোন ফল হোৱে
তাকো কহিবাক লাগে।
হেন শুনি ব্ৰহ্মা        কহিবে লাগিলা
ঋষি-সমূহৰ আগে ॥ ১৬৪

কুৰুক্ষেত্ৰে গৈয়া        নিৰাহাৰ হুয়া
পৰম তপে যুগুত।
ইন্দ্ৰিয়ক দমি        একপদে থাকে
বৰিষ শত অযুত ॥

যিটো জ্যৈষ্ঠ মাস        শুক্লা দ্বাদশীত
কৃষ্ণৰ মুখ-কমল।

দেখে উপবাসে সিটো নৰে পাৱে
তাহাতো অধিক ফল ॥ ১৬৫
পঞ্চ তীৰ্থ কৰি যিটো দ্বাদশীত
কৃষ্ণ-মুখ দেখে যাই।
অপ্ৰয়াসে সিটো বিষ্ণুপুৰী পাৱে
তুনাই পতন নাই ॥
হেন জানি যত্ন জ্যৈষ্ঠৰ যাত্ৰাক
কৰিবা সমস্ত নৰে।
পঞ্চ তীৰ্থ কৰি বিষ্ণুক দেখিবা
ধৰ্ম্ম নাহি আত পৰে ॥ ১৬৬
বিদূৰতে থাকি যিটো প্ৰতিদিনে
কৃষ্ণৰ কীৰ্ত্তন কৰে।
আতি অপ্ৰয়াসে বিষ্ণু-পুৰী পাৱে
শুদ্ধ হুয়া সিও নৰে ॥
কৃষ্ণৰ যাত্ৰাক কৰে যিটো নৰে
পৰম ভকতিভাৱে।
সমস্ত পাতক দূৰ কৰি সিও
বিষ্ণুৰ পুৰাক পাৱে ॥ ১৬৭
মাধৱৰ ধ্বজ দণ্ডক যি নৰে
দেখয় দোল-উপৰে।

ভূমিত পড়িয়া প্ৰণাম কৰিয়া
পাপ-সাগৰক তৰে ॥
আত পৰে শুনা পঞ্চ তীৰ্থ-বিধি
যেন ফল স্নান-দানে।
ভণিল শঙ্কৰে শুনা সৰ্ব্বে নৰে
হৰি বোলা সাৱধানে ॥ ১৬৮

## ষোড়শ কীৰ্ত্তন

ঘোষা ॥ হৰি ৰাম ৰাম ৰঘুনাথ হে।
ৰাম ৰাম নছাড়োক মুখে না হে ॥ ১৬

পদ ॥ মাৰ্কণ্ডেয় হ্ৰদে গৈয়া উত্তৰক মুখ দিয়া
হেন মন্ত্ৰ কৰিব উচ্চাৰ।
শুদ্ধ হুয়া ক্ৰোধ জিনি বুড় দিয়া বাৰ তিনি
শুনিয়োক যেন মন্ত্ৰ তাৰ ॥
সংসাৰ-সাগৰে মগ্ন পাপ-গ্ৰস্ত অচেতন
মোত পৰে নাই দুৰাচাৰ।
প্ৰভু ভগ-নেত্ৰ-হাৰী ত্ৰাহি ত্ৰাহি ত্ৰিপুৰাৰি
তোমাৰ চৰণে নমস্কাৰ ॥ ১৬৯

---

পা° ঘোষা ১৬ ॥ ৰাম ৰাম—ৰাম ৰাঘৱ।

নমো শিৱ মহা শান্ত　　　সমস্ত পাপৰ অন্ত
স্নান কৰো মাৰ্কণ্ডেয় হ্রদে।
মোৰ যত পাপচয়　　　নিৰন্তৰে হোক ক্ষয়
প্ৰণাম কৰোহো তযু পদে ॥
নাভি মাত্ৰ জলে নামি　　　বিধিৰতে দেৱ ঋষি
তিলোদকে কৰিব তৰ্পণ।
স্নান-অৱসানে পাছে　　　শিৱৰ দৌলেক আছে
তাক লাগি কৰিব গমন ॥ ১৭০
তিনি প্ৰদক্ষিণ কৰি　　　পূজি মূল মন্ত্ৰ পঢ়ি
শিৱৰ লিঙ্গক একমতি।
পৰিয়া প্ৰণাম কৰি　　　উঠি পুটাঞ্জলি ধৰি
কৰিব হৰক হেন স্তুতি ॥
নমো নমো ত্ৰিনয়ন　　　শিৰে শশী বিভূষণ
প্ৰভু বিৰূপাক্ষ মহাদেৱ।
তুমি বিনা নাহি আন　　　কৰা মোক পৰিত্ৰাণ
তোমাৰ চৰণে কৰো সেৱ ॥ ১৭১
কহিলো তহিৰ কথা　　　হেন মন্ত্ৰ পঢ়ি তথা
দশ অশ্বমেধ ফল পাইব।
শিৱ-লোকে ভোগ ভুঞ্জি　　　পাছে শিৱ-যোগ যজি
শিৱৰ শৰীৰে লীন যাইব ॥

অনন্তৰে কল্প-বৃক্ষ বটৰ মূলক গৈয়া
প্ৰদক্ষিণ কৰি তিনিবাৰ।
পৰম ভকতিভাৱে পূজিব বটৰ পাৱে
হেন মন্ত্ৰ কৰিব উচ্চাৰ ॥১৭২

**সপ্তদশ কীৰ্ত্তন**

ঘোষা ॥ **প্ৰণামো পৰম পুৰুষ ৰাম।**
**নুগুচোক মুখে মাধৱ নাম ॥ ১৭**

পদ ॥ নমো ব্ৰহ্মৰূপী প্ৰলয়গামী।
আছা মহীন্দ্ৰৰ উপৰে তুমি ॥
প্ৰণাম কৰো বট তৰুবৰ।
প্ৰলয়-কালতো তুমি অমৰ ॥ ১৭৩
তুমিসি হৰিৰ মুখ্য আশ্ৰয়।
প্ৰণামো বট পাপ কৰা ক্ষয় ॥
প্ৰণামিয়া হেন মন্ত্ৰ উচ্চৰি।
বটক নৰে প্ৰদক্ষিণ কৰি ॥ ১৭৪
তেতিক্ষণে ছাড়ে সমস্তে পাপ।
যিমতে জীণ চোঞ্চা এড়ে সাপ ॥

---

পা° ১৭৩ ॥ মহীন্দ্ৰৰ—মহেন্দ্ৰৰ (মহদ্ৰসোপৰিষ্টায়—ব্ৰহ্মপু° ৫৭।১৩)
১৭৫ ॥ চোঞ্চা—চোঞ্চ।

বটৰ সিটো ছায়া-পৰশনে।
ব্ৰহ্ম-হত্যা নষ্ট হোৱে তেখণে॥ ১৭৫
আন পাতকৰ কি কৈবো কথা।
স্বৰূপ বচন নাহি অন্যৱথা॥
ৰাজসূয় অশ্বমেধৰ ফল।
বট-দৰশনে পাৱে সকল॥ ১৭৬
উদ্ধৰি বংশ ব্ৰহ্ম-লোকে যাই।
এক কল্প মানে পতন নাই॥
গৰুড় আছন্ত কৃষ্ণ-সন্মুখে।
তাঙ্ক নমস্কাৰ কৰিব সুখে॥ ১৭৭
সমস্ত পাপক কৰিয়া দূৰ।
অপ্ৰয়াসে পাৱে বিষ্ণুৰ পুৰ॥
দেখিয়া বট গৰুড়ক আগে।
দৌলত পাছে প্ৰৱেশিবে লাগে॥ ১৭৮
ৰামক তিনি প্ৰদক্ষিণ কৰি।
প্ৰণামিব হেন মন্ত্ৰ উচ্চৰি॥
নমো হলধৰ ৰেৱতী-পতি।
ভকত-বৎসল কৰো প্ৰণতি॥ ১৭৯

---

পাঃ ১৭৬॥ অন্যৱথা—অন্যঅস্থা।

নমো হলধৰ বলীত শ্ৰেষ্ঠ।
প্ৰলম্ব-বৈৰী নমো কৃষ্ণ-জ্যেষ্ঠ॥
বলোক এহিমতে স্তুতি কৰি।
বিষ্ণু-পুৰী পাৱে পাতক তৰি॥ ১৮০
কল্পেক মহাভোগ ভুঞ্জি তৈত।
বেদবিদ হুয়া উপজে ঐত॥
মহাসুখে জানি জ্ঞান-যুগুতি।
পৰম দুৰ্ল্লভ পাৱে মুকুতি॥ ১৮১
কৃষ্ণক পুজিব পাছে সাদৰি।
দ্বাদশ অক্ষৰ মন্ত্ৰ উচ্চৰি॥
সিটো মন্ত্ৰে পাৱে যিমত গতি।
নপাৱয় যোগী জ্ঞানী সম্প্ৰতি॥ ১৮২
জানিয়া হেন মন্ত্ৰ উচ্চৰিয়া।
গন্ধ-পুষ্প ধূপ নৈৱেদ্য দিয়া॥
কৃষ্ণক অৰ্চ্চিয়া কৰিবে স্তুতি।
বোলা হৰি হৰি হোক মুকুতি॥ ১৮৩

পা° ১৮১॥ বেদবিদ—বেদব্ৰতী, বেদবুতি।

## অষ্টাদশ কীৰ্ত্তন

ঘোষা ॥ এ ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন।
ৰাম নিৰঞ্জন হৰি ॥ ১৮

পদ ॥ জয় কৃষ্ণ জয় জয় জগন্নাথ
সৰ্ব্ব-পাপ-বিনাশন।
জয়তি চাণূৰ কেশীৰ অন্তক
জয় কংস-নিসূদন ॥

জয় পদ্ম-পত্ৰ- সদৃশ-লোচন
ধৰি আছা চক্ৰ গদা।
জয় নীল মেঘ- সম শ্যাম জয়
সৰ্ব্ব-সুখ-দাতা সদা ॥ ১৮৪

জয় জগতৰ পূজ্য জয় ভৱ-
নাশন সন্তৰ গতি।
জয় ভকতৰ বাঞ্ছা-ফল-দাতা
জয় নাথ লোকপতি ॥

ঘুৰ্ঘোৰ সংসাৰ আত নাই পাৰ
অপাৰ সাগৰ যেন।
কাম-ক্ৰোধ-গ্ৰাহে সদায় আকুল
দুঃখচয় ভৈল ফেন ॥ ১৮৫

বিষয়-উদকে পলম্পি আছয়
মহামোহে আত পাক।
ৰোগে ভৈল ঢউ ইহাত্তে মজিলো
উদ্ধাৰা প্ৰভু আমাক॥

এহিমতে স্তুতি কৰিয়া কৃষ্ণক
দেৱৰ ঈশ্বৰ হৰি।
মহাবাহু মহা- বক্ষঃস্থলে আছা
শঙ্খ চক্ৰ গদা ধৰি॥ ১৮৬

ভূষণে ভূষিত গলে বনমালা
পদ্ম-পত্ৰ-সম আখি।
দণ্ডৱতে পড়ি প্ৰণাম কৰিবে
হেনয় কৃষ্ণক দেখি॥

এহিমতে পড়ি কৃষ্ণক প্ৰণাম
কৰে যিটো ভক্তিভাৱে।
অশ্বমেধ যজ্ঞ সহস্ৰৰ ফল
তাৱক্ষণে সিটো পাৱে॥ ১৮৭

সমস্তে তীৰ্থত যজ্ঞত দানত
ব্ৰতত যি ফল পাৱে।

---

পা॰ ১৮৮॥ যজ্ঞত দানত—যজ্ঞ স্নান তপে।

ব্ৰহ্মচাৰী গৃহী বন্যস্থ সন্ন্যাসী
চাৰিও যি ফল পাৱে ॥
কৃষ্ণ-দৰশনে সেহি ফল পাৱে
কি কৈবো আউৰ বিস্তৰ।
কৃষ্ণক দেখিয়া প্ৰণাম কৰিলে
হৈবেক মোক্ষ লোকৰ ॥ ১৮৮
কোটি কল্পে যত পাপ আছে কৰি
সিও তেতিক্ষণে এড়ে।
একৈশ পুৰুষ উদ্ধাৰি বিমানে
বিষ্ণুৰ পুৰীক লড়ে ॥
তিনি শত কল্প ভোগ্য ভুঞ্জে তৈত
যেন চতুৰ্ভুজ হৰি।
হুনাই শ্ৰেষ্ঠ দ্বিজ কুলত উপজে
গুণে নাহি তাক সৰি ॥ ১৮৯
সৰ্ব্ব-ভূত-হিত- ৰত শান্ত দাতা
সত্যবাদী সৰ্ব্বজান।
অন্তকালে সিও মুকুতিক পাৱে
লভিয়া বৈষ্ণৱী জ্ঞান ॥
তাত পাছে মন্ত্ৰে সুভদ্ৰাক পূজি
প্ৰণামি কৰিব স্তুতি ॥

নমো ব্ৰহ্মগামী　　দেৱীক প্ৰণামো
দিয়োক মোক মুকুতি ॥ ১৯০
কমল-লোচনী　　নমো কাত্যায়নী
কৰা মোক পৰিত্ৰাণ।
বলোৰ ভগিনী　　সুভদ্ৰাক নমি
পাৱে বিষ্ণু-লোকে স্থান ॥
এক কল্প মানে　　দেৱে যেন ক্ৰীড়ে
পাছে বিপ্ৰ হোৱে আসি।
অন্ত-কালে সিও　　মুকুতিক পাৱে
বৈষ্ণৱ জ্ঞান অভ্যাসি ॥ ১৯১

## ঊনবিংশ কীৰ্ত্তন

ঘোষা ॥ **ৰাম গোপাল ত্ৰাহি প্ৰভু পশিলো শৰণে।**
**কত্ত নিৱেদিবো দুখ তোমাৰ চৰণে ॥ ১৯**

পদ ॥ বলো কৃষ্ণ সুভদ্ৰাক নমি ভক্তিভাৱে।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সমস্তকে পাৱে ॥
কৃতকৃত্য হুয়া পাছে দৌলৰ বজাইব।
বিষ্ণুৰ থানক নমি আউৰ স্থানে যাইব ॥ ১৯২
যৈতে আছা ইন্দ্ৰনীলময় বনমালী।
গুপুত কৰিয়া তাঙ্ক ঢাকি আছে বালি ॥

সেহি ঠাইতো গৈয়া তাঙ্ক নমস্কাৰ কৰি।
বিষ্ণুপুৰী পাৱে নৰে পুৰুষ উদ্ধাৰি॥ ১৯৩
তহিতে আছন্ত নৰসিংহ-ৰূপ হৰি।
মহা ভক্তিভাৱে তাঙ্ক নমস্কাৰ কৰি॥
নাহিকে সংশয় এড়াই পাতকসকল।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ পাৱে চাৰি ফল॥ ১৯৪
অনন্তক নমে গৈয়া মহাভক্তিভাৱে।
পাপ ছাড়ি পৰম পদক সিও পাৱে॥
মঞি ইন্দ্রে পূজিলোহো ৰামে বিভীষণে।
হেন অনন্তক আৰ নুপূজিবে কোনে॥ ১৯৫
শ্বেত গঙ্গা-জলে বিধিব্ৰতে স্নান কৰে।
পাছে শ্বেত মাধৱক দেখি যিটো নৰে॥
মৎস্য মাধৱক গৈয়া হোৱে দৰশন।
অন্তকালে কৰে শ্বেত-দ্বীপক গমন॥ ১৯৬
পাছে চলি যাইব যৈত আছে স্বৰ্গ-দ্বাৰ।
আলিঙ্গিয়া কাষ্ঠক কৰিব নমস্কাৰ॥
দেখি উগ্ৰসেন গৈয়া সাগৰৰ তীৰ।
বিষ্ণুক চিন্তিব তৈত চিত্ত কৰি থিৰ॥ ১৯৭

---

পা° ১৯৭॥ গৈয়া—গোট।

জলত নামিয়া পাছে অঙ্গ-ন্যাস কৰি।
পঢ়িব কৱচ মনে নাৰায়ণ স্মৰি॥
মঞি নাৰায়ণ শঙ্খ-চক্ৰ-গদা-পাণি।
হেন চিন্তি উচ্চাৰিব ইটো মন্ত্ৰ বাণী॥ ১৯৮
ভূমি অগ্নি সমস্ত ভূততে শ্ৰেষ্ঠ তুমি।
জীৱৰো ঈশ্বৰ অমৃতৰো জন্ম-ভূমি॥
নাথ তীৰ্থৰাজ কৰো তোমাক প্ৰণাম।
হৰিয়ো পাতক দিয়া অভিমত কাম॥ ১৯৯
হেন উচ্চৰিয়া বিধিৱতে স্নান কৰে।
তেৱেসে স্নানৰ সৱে ফল পাৱে নৰে॥
অন্তৰ্জলে নামি কৰি অঘ-মৰিষণ।
তীৰত উঠিয়া পাছে পিন্ধিব বসন॥ ২০০
সন্ধ্যা আচৰিব কৰি সূৰ্য্যক বন্দন।
তিলে জলে বিধিৱতে কৰিব তৰ্পণ॥
শৰীৰত থৈয়া তিল পিতৃক তৰ্পয়।
ৰুধিৰ মাংসক সৱে পিতৃক অৰ্পয়॥ ২০১
জলে থাকি জলাঞ্জলি নিদিব ভূমিত।
থলে থাকি জলত নেদিব কদাচিত॥
জলত থাকিয়া কৰে থলত তৰ্পণ।
ব্যৰ্থ হুই তাৰ নপাৱন্ত পিতৃগণ॥ ২০২

দিব জলাঞ্জলি পৃথিৱীত পাড়ি কুশ।
মহা তুষ্ট হোন্ত তেৱে যতেক পুৰুষ ॥
ক্ষেত্ৰৰ মহিমা কহে কৃষ্ণৰ কিঙ্কৰে।
ঘোলা হৰি ভস্ম হোক পাপ নিৰন্তৰে ॥ ২০৩

## বিংশ কীৰ্ত্তন

ঘোষা ॥ ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী।
ডুয়ো হাতে ফাকু-গুণ্ডা সিঞ্চন্ত মুৰাৰি ॥ ২০

পদ ॥ আছে যত নদী নদ তীৰ্থ পৃথিৱীত।
জ্যৈষ্ঠ মাসে আসে শুক্লা দশমী তিথিত ॥
প্ৰত্যেকে থাকন্ত তৈত আসি দিন সাত।
স্নান দান কৰিলে অক্ষয় হোৱে তাত ॥ ২০৪
দশ পাপ হৰে পদে দশহৰা নাম।
তাত দেখে যিজনে সুভদ্ৰা কৃষ্ণ ৰাম ॥
সমস্ত পাতক তাৰ হৰে মষিমুৰ।
অন্ত-কালে মহাসুখে পাৱে বিষ্ণু-পুৰ ॥ ২০৫
উত্তৰাৰ্ক দক্ষিণাৰ্ক দিনা যিটো নৰে।
ৰাম কৃষ্ণ সুভদ্ৰাক দেখন্ত সাদৰে ॥

প্ৰণাম কৰন্ত পড়ি হুয়া শুদ্ধ-মতি।
সিও বিষ্ণু-লোকক আনন্দে কৰে গতি ॥ ২০৬
ফাল্গুনীত গোৱিন্দক ভুলিয়া দোলত।
দোল-যাত্ৰা কৰে মহোৎসৱে সিবেলাত ॥
তাত গোৱিন্দক যত্নে দেখে যিটোজনে।
গোৱিন্দৰ পুৰে সিও বঞ্চে ৰঙ্গমনে ॥ ২০৭
বিষুদিনা বিধিৱতে পঞ্চ তীৰ্থ কৰি।
শুদ্ধমনে দেখয় সুভদ্ৰা ৰাম হৰি ॥
সিওজনে সমস্ত যজ্ঞৰ ফল পাইব।
পাতক নিস্তৰি বিষ্ণু-ভুৱনক যাইব ॥ ২০৮
বৈশাগ মাসৰ শুক্লা তৃতীয়া তিথিত।
কৰাৱে চন্দন-যাত্ৰা আতি বিপৰাত ॥
চন্দনে ভূষিত কৰি কৃষ্ণৰ শৰীৰ।
তাঙ্ক দেখি যাইব নৰ বিষ্ণুৰ মন্দিৰ ॥ ২০৯
মিলে জ্যৈষ্ঠে জ্যেষ্ঠা ৰাশি ঋক্ষ-যোগে।
ক্ষেত্ৰক যাইবাক নৰ পৰম উদ্যোগে ॥
উদ্ধৰি একৈশ কুল তাসম্বে সহিতে।
মহাৰঙ্গে বঞ্চে সিটো বিষ্ণুৰ পুৰীতে ॥ ২১০

---

পা° ২০৭ ॥ ফাল্গুনীত—ফাল্গুনত
( ফাল্গুন্যা প্ৰযতো ভূত্বা—ব্ৰহ্মপু° ৬৩।১৮ )।
২১০ ॥ জ্যেষ্ঠা ৰাশি—জ্যেষ্ঠী আসি, জৈষ্ঠীবাসী।

যেন্বে মহা জ্যেষ্ঠা মিলে নক্ষত্ৰ-সংযোগ।
ক্ষেত্ৰক যাইবেক নৰে পৰম উদ্যোগ ॥
ৰাম কৃষ্ণ সুভদ্ৰাক দেখিব যতনে।
দ্বাদশ যাত্ৰাৰ ফল লভিব তেখণে ॥ ২১১
প্ৰয়াগ প্ৰমুখ্যে তীৰ্থ আছে যত মানে।
যেন ফল পাৱে তাসম্বাত স্নান-দানে ॥
সূৰ্য্য-গ্ৰহণৰো যত পুণ্য নিৰন্তৰে।
পাৱে মহাজ্যেষ্ঠীত কৃষ্ণক দেখি নৰে ॥ ২১২
মহাসুখে এক শত কুলক উদ্ধৰি।
বিষ্ণু-লোকে ভুঞ্জে ভোগ্য কল্প সংখ্যা কৰি ॥
দুনাই দ্বিজ হুয়া কৰে বিষ্ণুত ভকতি।
বিষ্ণু-যোগ লভি সাধে পৰম মুকুতি ॥ ২১৩
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক মুনিগণ।
কহিলো তোমাত সৱে ক্ষেত্ৰৰ লক্ষণ ॥
বুলিয়োক আৰ কিবা শুনিবাক বাঞ্ছা।
বোলা হৰি হৰি যাৰ বৈকুণ্ঠক ইচ্ছা ॥ ২১৪

## একবিংশ কীৰ্ত্তন

ঘোষা ॥ ৰাম জগন্নাথ জগন্নাথ জগন্নাথ হৰি ।
নমো ৰাম জগন্নাথ জগন্নাথ হৰি ॥ ২১

পদ ॥ ব্ৰহ্মায়ে বোলন্ত ইন্দ্ৰদ্যুম্ন নৃপতিক ।
জানিবা উৰেষা সৰ্ব্ব তীৰ্থতে অধিক ॥
ক্ষেত্ৰৰ মহিমা মানে কহিলো সকল ।
শুনা জগন্নাথ-নাম-কীৰ্ত্তনৰ ফল ॥ ২১৫
জগন্নাথ-নাম ইটো পৰম ৰহস্য ।
তাক সদা লবে যিটো কৰি মন বশ্য ॥
সিটোজনে অপ্ৰয়াসে ছিণ্ডে কৰ্ম্ম-বন্ধ ।
হাততে মুকুতি তাৰ নলাগে প্ৰবন্ধ ॥ ২১৬
শিৱত সাক্ষাতে কহি আছন্ত শ্ৰীহৰি ।
নাহি আন ধৰ্ম্ম জগন্নাথ-নাম-সৰি ॥
জগন্নাথ নাম যিটো স্মৰে সতত ।
ক্ষমিব তাহাৰ নিতে অপৰাধ শত ॥ ২১৭
জগন্নাথ নাম যিটো হেলায়ে উচ্চৰে ।
ব্ৰহ্ম-হত্যা আদি পাপ পলায় তাক ডৰে ॥
এড়িলে আচাৰ যিটো খাইলে জ্ঞান পুলি ।
বিষ্ণুত প্ৰৱেশে সিও জগন্নাথ বুলি ॥ ২১৮

জগন্নাথ-নামৰ মহিমা কৈবো কত।
মহাপ্ৰসাদৰ আৰে শুনিয়ো মহত॥
যত ফল পাৱে যজ্ঞ হোম তপ দানে।
যেন ফল পাৱে তুলা-পুৰুষ-প্ৰদানে॥ ২১৯
যেন ফল লভে ভুঞ্জাই ব্ৰাহ্মণ কোটিক।
পাৱে মহাপ্ৰসাদ ভক্ষণে ততোধিক॥
পিতৃ-শ্ৰাদ্ধ দিনা আনি বিষ্ণুৰ অন্নক।
ভক্তিভাৱে দেয় যিটো পিতৃক দেৱক॥ ২২০
অন্নে পিণ্ডে দেয় যিটো তিলে মিশলাই।
কোটি কল্প মানে তৃপ্তি হোন্ত পিতৃ খাই॥
মহাপ্ৰসাদত যত্নে এড়িবা বিচাৰ।
নাহি কিঞ্চিতেকে যেন ব্ৰহ্মাত বিকাৰ॥ ২২১
বিষ্ণুৰ নৈৱেদ্য যত অন্ন পিঠা-পনা।
ভক্ষ্যাভক্ষ্য তাহাৰে বিচাৰে যিটোজনা॥
হোৱে মন্দৰোগী তাক ভাৰ্য্যা পুত্ৰে এড়ে।
নাহিকে নিস্তাৰ ঘোৰ নৰকত পড়ে॥ ২২২
অন্ত্য বৰ্ণে হীন বৰ্ণে যিটো অন্ন ছোৱে।
তাক ভুঞ্জি সমস্ত পাতকে মুক্ত হোৱে॥
ছোৱা-গঞ্জা বুলি যিটো অন্ন নখায় মোৰ।
বিপদ পাৱয় তাক কৰো দণ্ড ঘোৰ॥ ২২৩

নাহি কাল-নিয়ম ব্ৰতত দোষ নাই।
পাইলে মাত্ৰে খাইবে অন্ন তেৱে মোক্ষ পাই॥
হৃদয়ত ৰূপ হৰি-নাম যাৰ মুখে।
বিষ্ণুৰ নৈৱেদ্য উদৰত ভৰে সুখে॥ ২২৪
পাদোদক নিৰ্ম্মাল্য মস্তকে থাকে যাৰ।
বোলা হৰি হৰি সেই বিষ্ণু-অৱতাৰ॥
ভণিল শঙ্কৰে কৃষ্ণ-চৰণত ধৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি॥ ২২৫

উৰেষা-বৰ্ণন সমাপ্ত॥ ২৫॥

ষড়্বিংশ খণ্ড

# ভাগৱতৰ তাৎপৰ্য্য

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ কৃষ্ণ-সূৰ্য্য ভৈলন্ত উদিত।
নাম-ধৰ্ম্ম কৰিলা বিদিত ॥ ১

পদ ॥ সত্য যুগে প্ৰথমত ব্ৰহ্মা আদি দেৱ যত
হৰি-নাম কৰিলা গুপুত।
কিনো দায়াময় হৰি নামক বেকত কৰি
কলি-পাপ কৰাইলা লুপুত ॥
যিটো মহা ম্লেছ জাতি সিও শুদ্ধ হোৱে আতি
মুখে মাত্ৰ হৰি-নাম লয়।
কলিৰ ভয়ত গৈয়া নামত শৰণ লৈয়া
ৰহিল সমস্তে ধৰ্ম্মচয় ॥ ১
ইটো কলি কাল ঘোৰ পাপৰ নাহিকে ওৰ
আত হিত চিন্তিলা প্ৰজাৰ।
জগতৰে পাপ হৰে স্মৰণে নিস্তাৰ কৰে
হেন নাম কৰিলা প্ৰচাৰ ॥

দোষৰ সাগৰ কলি　　আত হৰি-নাম লৈলি
ধৰ্ম্ম অৰ্থ পাৱে মোক্ষ কাম।
সমস্তকে দায়াতৰে　　আৱে দেৱ দামোদৰে
বিদিত কৰিলা হৰি-নাম॥ ২

মন্ত্ৰ তন্ত্ৰ যজ্ঞ যত　　তপ তীৰ্থ কোটি শত
হৰি-নাম অধিক সৱাতে।
কিনো ভাগ্য কিনো ভাগ্য　　হেন হৰি-নাম লাগ
পাইলে লোক মুকুত সাক্ষাতে॥
যিটো নাম নেড়ে মুখে　　পাইলে মোক্ষ মহাসুখে
জানা কৃষ্ণ তুষ্ট ভৈলা তাৰ।
শুক ভৈলা জগতৰে　　কৰিলেক সিটো নৰে
কোটি কোটি পুৰুষ উদ্ধাৰ॥ ৩

পাতক শুখান বন　　হৰি-নাম হুতাশন
ক্ষেণেকতে দহি কৰে ছন্ন।
হেন নাম প্ৰচাৰিলা　　পাতকীক নিস্তাৰিলা
পৰম কৃপালু নাৰায়ণ॥
দেৱৰো ঈশ্বৰ হৰি　　তান্ত মহা যত্ন কৰি
লৈয়ো এক-শৰণ সাক্ষাত।

---

পাঃ ৩॥ লোক মুকুত—লোক সুখতে, লাগ সুখতে, লোকে মুকুত।

যাৰ ইচ্ছা মোক্ষ পাইবে নলাগে দূৰক যাইবে
আছা হৰি সব্বাৰ হিয়াত ॥ ৪
কৃষ্ণৰ কিঙ্কৰে কহে হৰি-নামে পাপ দহে
ৰাম-নাম সৱাতো অধিক।
যিটোজনে নাম স্মৰে সকল পাতক তৰে
অনায়াসে পাৱে মুকুতিক ॥
জগত-নিস্তাৰ হেতু কৰিলা গৰুড়-কেতু
ইবাৰ বিদিত হৰি-নাম।
আয়ু যায় আলে-জালে কেতিক্ষণে ধৰে কালে
নিৰন্তৰে বোলা ৰাম-নাম ॥ ৫

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **মাধৱ বান্ধৱ উদ্ধাৰা বাপ।**
**কতনো সহিবো সংসাৰ-তাপ ॥ ২**

পদ ॥ বোলন্ত শুকে শুনা নৃপবৰ্য্য।
বাঢ়য় স্কন্ধৰ যি তাতপৰ্য্য ॥
কৃষ্ণ বিনে নাই অপৰ দেৱ।
জানিয়া কৃষ্ণৰ কৰিয়ো সেৱ ॥ ৬
যাহাৰ আছে পুণ্য অসংখ্যাত।
সিসি পাতে কাণ কৃষ্ণ-কথাত ॥

সেহিসে কৃষ্ণক বোলে আপুন।
শুনিয়ো কৃষ্ণ দেৱতাৰ গুণ ॥ ৭
ভকতে যত লৱে গুণ-নাম।
তাহাৰ মালা গান্থি অনুপাম ॥
পিন্ধন্ত কণ্ঠত কৰি উৎসৱ।
হেনসে ভকত-বন্ধু মাধৱ ॥ ৮
যিজনে যায় হৰি-নাম সেৱি।
পাছত ফুৰে যত দেৱ-দেৱী ॥
যতেক তীৰ্থ তাক স্তুতি কৰে।
তাৰ বায়ু পাপ সমস্ত হৰে ॥ ৯
যিটোজনে ফুৰে নাম স্মৰি।
তাৰ পাছে পাছে ভ্ৰমন্ত হৰি ॥
বৎসক স্নেহে যেন ধেনু ধাৱে।
ভজিয়ো জানি হেন হৰি-পাৱে ॥ ১০
এক জনে যদি নাম উচ্চৰে।
শুনে মানে পাপ সবাৰো হৰে ॥
হেনসে আশ্চৰ্য্য দেৱতা হৰি।
যাহাৰ নাম লৈলে মাত্ৰ তৰি ॥ ১১
অনিচ্ছাতো যিটো বিষ্ণুক কহে।
তাহাৰো সমস্ত পাতক দহে ॥

প্ৰেমে ভজে যিটো কৃষ্ণৰ পাৱ।
কহিবো তাহাৰ কত প্ৰভাৱ॥ ১২
সংসাৰ-গৰ্ত্তে পৰি আছে লোক।
মোহত অন্ধ নেড়ায় দুঃখ শোক॥
কাল-ভুজঙ্গে দংশি লৱে প্ৰাণ।
কৃষ্ণ বিনে কোনে কৰিবে ত্ৰাণ॥ ১৩
যতেক দেখা খোজ সমুদায়।
হস্তীৰ খোজত সৱে লুকায়॥
এহিমতে যত বিশ্ব সমস্ত।
কৃষ্ণতে জানা সৱে যায় অস্ত॥ ১৪
আতি পাতকীও কৰি হৰিষ।
ধিয়াৱে কৃষ্ণক এক নিমিষ॥
ভৈল পুণ্যশালী সিও বিচিত্ৰ।
পৱিত্ৰকাৰীকো কৰে পৱিত্ৰ॥ ১৫
সম্পদকো জানা নুহি সম্পদ।
জানা আপদকো নুহি আপদ॥
পৰম সম্পদ হৰি-ভকতি।
আপদ জানা হৰি-বিৰকতি॥ ১৬
মহাপাপী আতি অধম জাতি।
তাকো নামে কৰে পৱিত্ৰ আতি॥

হেনসে নাম ধৰ্ম্ম-শিৰোমণি।
পাপ-অৰণ্যৰ যেন অগনি॥ ১৭
কলিত পৰম উপায় নাম।
একেদায়ে সিজে ত্ৰিতয় কাম॥
উপজে পুণ্য পাপ হোৱে দূৰ।
মিলে মহোমোক্ষ-সুখ প্ৰচুৰ॥ ১৮
কলিত লোকৰ মলিন মতি।
নুপজয় আন পুণ্য সম্প্ৰতি॥
নামেসে পৰম ধৰ্ম্ম কলিত।
নামেসে মৰণ-সমল-বিত॥ ১৯
হেন জানি তেজা বিষয়-ধান্ধা।
হৰিৰ নামক গলত বান্ধা॥
কত পুণ্যে পাই মনুষ্য-তনু।
ইহাক বিফল নকৰা পুনু॥ ২০
মোহ-নিদ্ৰা এড়ি লোৱা চেতন।
কৃষ্ণৰ সেৱাত কৰা যতন॥
সত্বৰে কৰা পৰলোক-কাম।
ঘুষিয়ো নিৰন্তৰে ৰাম ৰাম॥ ২১

**ভাগৱতৰ তাৎপৰ্য্য সমাপ্ত॥ ২৬॥**

## উপাৰ্দ্ধিঃ

ঘুসুচা-কীৰ্ত্তন

ধ্যান-বৰ্ণন, তৃতীয় কীৰ্ত্তন

ৰুক্মিণীৰ প্ৰেম-কলহ

ভৃগু-পৰীক্ষা

[ পৰিশিষ্ট ১ ]

# ঘুন্টুচা-কীৰ্ত্তন

## প্ৰথম কীৰ্ত্তন

**ঘোষা ॥ চলি যায় প্ৰভু জগন্নাথ ঘুন্টুচা-যাত্ৰা কৰি,**
**সমস্ত জগতে বেড়ি বেড়ি চায়,**
**ৰথৰ উপৰে হৰি ॥**

পদ ॥ নমো দেৱ হৰি চিত্ত স্থিৰ কৰি
কায় বাক্যে সমুদায়।
যাৰ পাদ দুই চিন্তি সুখী হুই
সংসাৰ-বন্ধ এড়ায় ॥
হেন কৃষ্ণ-পাৱে অৱনতভাৱে
প্ৰণামোহো বাৰ শত।
কৃষ্ণৰ বিজয় যাত্ৰা মহোৎসৱ
বিৰচিবো প্ৰথমত ॥ ১
আষাঢ় মাসৰ শুক্লা তৃতীয়াত
শুভ ক্ষণ বেলা পাই।
দোল ছাড়ি হৰি ঘুন্টুচাৰ বাড়ী
চলি যান্ত যদুৰায় ॥
দুই দণ্ড নিশা আছন্তে যাদৱ
বাজ ভৈল দোল ছাড়ি।
দশোদিশ ছানি সৰ্ব্ব লোকে জানি
দিল নিসানত বাড়ি ॥ ২

কতো ধৰা-ধৰি মতা-মাত্তি কৰি
দুই সৱে একথান।
নানা• যন্ত্ৰ ধৰি উৎসুকে লৰিলা
কৃষ্ণৰ ধৰি যোগান॥
যতেক পৰিচা পাণ্ডাসৱ আছে
আনো যত নৰ নাৰী।
যাত্ৰা সুমঙ্গল কৰিয়া আনন্দে
চলে লাস-বেশ কৰি॥ ৩

দধি দুগ্ধ ঘৃত লৈয়া পঞ্চামৃত
মোট ভৰি ঠাৱে ঠাৱে।
দুৰ্ব্বাক্ষত সিঞ্চি ডালি ফুল দিয়া
যাত্ৰা সুমঙ্গলভাৱে॥
দোল হস্তে তাত ঘুনুচাৰ বাৰী
দিব্য ৰাজ-আলি আছে।
সুগন্ধ চন্দনে ধূপ দীপ বস্ত্ৰে
আড়ি আছে দুয়ো কাষে॥ ৪

দুশাৰী বাটত তোৰণ পুতিলা
থোকে গুৱা নাৰিকল।
নানা চিত্ৰ কৰি পথক নিৰ্ম্মিলা
কৰি যাত্ৰা সুমঙ্গল॥
ৰজনী পুহাইল অৰুণ জ্বলিল
চৌভিতি সাঞ্জ কোবায়।

---

পা° পদ ৫॥ অৰুণ জ্বলিল—পুবে সাজ দিল।

শকটত চড়ি　　ঘুনুচাৰ বাড়ী
চলি যান্ত যতুৰায় ॥ ৫
লক্ষ্মীৰ সেৱক　　লগে চলি যায়
গৃহে এক পাণ্ডা বৈসা।
যতেক পৰিচা　　পাণ্ডা নিৰন্তৰে
কৃষ্ণৰ সঙ্গে চলিলা ॥
ডাইনে বলভদ্র　　মধ্যত সুভদ্রা
বামে চলে জগন্নাথ।
চৌভিতি আৱৰি　　জয়-ধ্বনি কৰি
কোটি ব্রহ্মাণ্ডৰ নাথ ॥ ৬
অনেক সুন্দৰী　　যাত্রা শুভ কৰি
ডালি ফল লৈয়া হাতে।
উৰুলি-জোকাৰ　　উৎসৱ কৰিয়া
দুৰ্ব্বাক্ষত সিঞ্চে মাথে ॥
কেহো পঞ্চামৃত　　সিঞ্চে দিব্য পুষ্প
বৰিষে শকট ভৰি।
জয় জয় বুলি　　চৌভিতি ঘোষয়
যাত্রা-মহোৎসৱ কৰি ॥ ৭
কাহালী মহৰী　　ঢাক ঢোল ভেৰী
অসংখ্য যন্ত্র বজাই।
কৃষ্ণৰ কীৰ্ত্তন　　কৰিয়া উৎসুকে
ঝাঁকু-গুৰি সিঞ্চৰাই ॥

---

পা° ৬ ॥ লগে চলি যায়—পাণ্ডা গুটি মাত্র।
গৃহে এক পাণ্ডা—অন্বেষপুৰত।

অসংখ্যাত লোকে শকট আজোড়ে
মুখে কৃষ্ণ-গুণ গাই।
পৰিচাসকলে ঠাকুৰৰ মাথে
শ্বেত ছত্ৰ ধৰি যাই॥ ৮
কতো কতো সৱে। উৎসৱ কৰিয়া
মাধৱৰ চাপি কোলে।
অল্প অল্প কৰি সুৱৰ্ণৰ দণ্ড
ধৰিয়া চামৰ ঢুলে॥
পৰম আনন্দে নটী নৃত্য কৰে
চপয় পঢ়য় ভাটে।
জয় কৃষ্ণ বুলি হাত তুলি তুলি
উপৰক চাই ৰটে॥
যোগী ব্ৰহ্মচাৰী উদাস সন্ন্যাসী
যতি ব্ৰতী দিগম্বৰ।
কৃষ্ণৰ কীৰ্ত্তন কৰিয়া উৎসুকে
চলি যান্ত নিৰন্তৰ॥
কেহো শঙ্খ বায়ে মৃদঙ্গ বজায়ে
তাল-কৰতাল ঠুকি।
উৰ্দ্ধবাহু হুয়া কৰে তাল ধৰি
কীৰ্ত্তন কৰে উৎসুকি॥ ১০
সুগন্ধ চন্দন ধূপ লগাই তুলি
নাচে উপৰক চাই।
পৃথিৱীৰ হস্তে উল্লাস কৰিয়া
বৈকুণ্ঠক যেন যাই॥

কেহো আগ বাঢ়ে        কেহো পাছ গুচে
পৰম আনন্দ মনে।
লৰৰড়া-লৰৰড়ি        কৰি ৰঙ্গে যাই
কৃষ্ণৰ কীৰ্ত্তন ভণে॥ ১১
ঘনে ঘনে দেয়        উৰুলি-জোকাৰ
ডাকে জয় কৃষ্ণ বুলি।
পাইলো পাইলো বুলি        দেৱ-নাৰী নাচে
উপৰক হাত তুলি॥
যত ব্ৰতী যোগী        সন্ন্যাসী ভিক্ষুক
নৰ নাৰী যত প্ৰাণী।
কৃষ্ণৰ কীৰ্ত্তন        বিনে কাৰো মুখে
নাহিকে লৌকিক বাণী॥ ১২
গোৱিন্দ-ভাৱকে        কীৰ্ত্তন কৰন্তে
সৰ্ব্ব লোকে গাৱে ছানি।
পৰম উৎসৱে        স্বৰ্গকো লঙ্ঘিলে
কৃষ্ণৰ কীৰ্ত্তন-ধ্বনি॥
ঠক ঠক কৰি        শকট চলয়
আঝোড়য় গোপ-দল।
কতো দূৰ গৈয়া        ঠগ দিয়া ৰহে
মাধৱৰ কৌতুহল॥ ১৩
আঝোড়-পিঝোড়ে        শকট নলড়ে
পৰ্ব্বত যেন গম্ভীৰ।
দেখিয়া পৰিচা        সৱে তুতি কৰে
অৱনত কৰি শিৰ

নমো নাৰায়ণ সংসাৰ-কাৰণ
দাৰু-ব্ৰহ্ম-ৰূপ হৰি ।
যত চৰাচৰ সমস্তে সংসাৰ
আত্মা-ৰূপে আছা ধৰি ॥ ১৪
নমো নিৰাকাৰ জগত-আধাৰ
ভক্তৰ দেখা বিলাই ।
আঝোড়ে-পিঝোড়ে শকট নলড়ে
তোমাৰ কৃপা বিনাই ॥
নমো কৃপাময় হুয়োক সদয়
দূৰ হৌক দুখ ভয় ।
এতেক বোলন্তে শকট লড়িল
ভৈলন্ত হৰি সদয় ॥ ১৫
এহিমতে ৰথে প্ৰভু জগন্নাথ
চলি যান্ত যাত্ৰা কৰি ।
মনত কৌতুকে পৰিচাৰকলে
পুনঃ চলে ৰঙ্গ কৰি ॥
নানা ভঙ্গি-ভাৱে হৰি-গুণ গাৱে
পৰম আনন্দ কৰি ।
শ্ৰীধৰ কন্দলি কহে কৃষ্ণ-কেলি
ডাকি বোলা হৰি হৰি ॥ ১৬

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ **জগন্নাথ হৰি নিয়ো দাস কৰি ॥ ২**

পদ ॥ এহিমতে জগন্নাথ যাই দোল ছাড়ি।
কৌতুকতে চলি যান্ত ঘুনুচাৰ বাড়ী ॥
গোপগণে শকট আঝুড়ি নেই বলে।
কীৰ্ত্তন কৰিয়া যায় পৰিচাসকলে ॥ ১৭

উৎসৱ কৰিয়া যায় পাণ্ডা নিৰন্তৰ।
আত অনন্তৰে প্ৰভু জগত-ঈশ্বৰ ॥
বেলা ভৈল প্ৰহৰেক দেখি দেৱ হৰি।
লাগি গৈল ক্ষুধা তনু কাম্পে তৰতৰি ॥ ১৮

ৰহিল শকটখান আগক নচলে।
শৰীৰৰ বল দিয়া আঝোড়ে গোৱালে ॥
মনে জিজ্ঞাসিয়া পাছে পৰিচাসকল।
জানিলেক ফলাহাৰ-বেলা আসি ভৈল ॥ ১৯

অনন্তৰে দধি দুধ ঘন ক্ষীৰ ঘৃত।
দিব্য পদ্ম-চিনি চিড়া গুৰ পঞ্চামৃত ॥
আনো নানা ভোগ্য বস্তু আন উপহাৰ।
আনন্দে কৃষ্ণক কৰাইলন্ত ফলাহাৰ ॥ ২০

সুৱৰ্ণ ভৃঙ্গাৰ ধৰি মুখ পখালিল।
কৰ্পূৰ তাম্বূল আনি মুখ-শুদ্ধি দিল ॥
ফলাহাৰ কৰি তুষ্ট ভৈলা দেৱ হৰি।
চলিল শকটখান মহা শীঘ্ৰ কৰি ॥ ২১

লৰড়া-লৰড়ি কৰি চলে দূতগণ।
পৰম উৎসৱে কৰে হৰিৰ কীৰ্ত্তন ॥
এহিমতে চলি যান্ত জগত-ঈশ্বৰ।
দিবা-অৱসানে পাইল ঘুনুচাৰ ঘৰ ॥ ২২
যদ্যপি ঘুনুচা-বাড়ী দণ্ড দুইৰ পথ।
তথাপি দিনেকে তাত গৈল জগন্নাথ ॥
ইন্দ্ৰদ্যুম্ন ৰাজা পুৰ্ব্বে মহোৎসৱ কৰি।
কৃষ্ণক দৌলত নিয়া থাপিলা সাদৰি ॥ ২৩
ঘুঞ্চা নামে জীউখানি সৰ্ব্ব সৌভাগিনী।
কৃষ্ণক দিলন্ত বিহা বিধিৱতে আনি ॥
সৰ্ব্ব-সুলক্ষণী কন্যা গুণৰ ভণ্ডাৰ।
সাক্ষাতে ভৈলন্ত যেন লক্ষ্মী-অৱতাৰ ॥ ২৪
কৃষ্ণৰ পৰম প্ৰিয়া ঘুনুচা সুন্দৰী।
তাহান নগৰ ৰঙ্গে পাইলা দেৱ হৰি ॥
অনন্তৰে তৈতে ঘুনুচায়ো বাৰ্ত্তা পাইলা।
আমাৰ পাশক আজি কৃষ্ণ চলি আইলা ॥ ২৫
শুনি আতি মহাৰঙ্গ পাইলন্ত সুন্দৰী।
পৰিচাসৱক পঠাই দিলা শীঘ্ৰ কৰি ॥
আগ বাঢ়ি কৃষ্ণক আনিয়ো এহি ঠাৰ।
শুনিয়া পৰিচাগণে কৰন্ত উৎসৱ ॥
নানা বস্ত্ৰ-অলঙ্কাৰ পিন্ধি নাৰী নৰ।
বান্ধৱক আগ বাঢ়ি চলিলা সত্বৰ ॥ ২৬

পা° ২৩ ॥ যদ্যপি.........জগন্নাথ ॥—( নাই )।
২৫-২৬ ॥ অনন্তৰে.........কৰি ॥—( নাই )।

কেহো শুক্ল চামৰক লৈয়া শ্বেত ছত্ৰ।
পৰম উৎস্থকে চলে লৈয়া দিব্য বস্ত্ৰ ॥
কেহো দধি দুগ্ধ কতো পঞ্চামৃত লৈয়া।
চলে নৰ-নাৰী কতো চিনি ঘৃত লৈয়া ॥ ২৭
হস্তী ঘোড়া শকট চলিলা বহুতৰ।
বাঘ ঘোঙ্গ উট খৰ পশু নিৰন্তৰ ॥
আনো যত প্ৰজা আছে ঘুনুচা-নগৰ।
বীৰ সাধু যোগী ভিক্ষু ধনী নিৰন্তৰে ॥ ২৮
বুতিয়ালসৱো চলি গৈলা মহাৰঙ্গে।
বীণা বাংশী শঙ্খ তাল-যন্ত্ৰ লৈয়া সঙ্গে ॥
অসংখ্যাত দিব্য নাৰী যুৱতী বিশেষ।
অলঙ্কাৰে মণ্ডিয়া ভূষিত কৰি দেহ ॥ ২৯
লৈয়া ডালি ফল ঘট কৰি সুমঙ্গল।
কৃষ্ণক বঢ়াইবে আগ চলিলা সকল ॥
ৰাজপথগোট লিপি সুগন্ধ চন্দনে।
পধূলি পধূলি কল কৰিলা ৰঙ্গ মনে ॥ ৩০
দুৰ্ব্বাক্ষত সিঞ্চি পূৰ্ণ ঘটক থাপিলা।
উপৰত আম-ডালি পুষ্প-সাৰি দিলা ॥
এহিমতে নানাবিধ কৰি সুমঙ্গল।
আগ বাঢ়িবাক প্ৰজা চলিলা সকল ॥ ৩১
পৰম উৎসৱ কৰি হৰি-গুণ গাই।
কৃষ্ণৰ কটক সৱ ভৈল এক ঠাই ॥
অনন্তৰে প্ৰজাগণ হুয়া এক থান।
উৎসৱে কৰিবে লৈলা কৃষ্ণৰ কীৰ্ত্তন ॥ ৩২

বাৰে ঢাক ঢোল ভেৰী মৃদঙ্গ খঞ্জৰী।
তাল কৰতাল বাৰে কৃষ্ণক আৱৰি॥
খোল ৰুদ্ৰ-কবিলাস বাৰে স্বৰ তুলি।
উৎসৱ কৰিয়া বাৰে জয় কৃষ্ণ বুলি॥ ৩৩
জুমা-জুমি কৰি গাৱে কৃষ্ণৰ কীৰ্ত্তন।
উৰুলি-জোকাৰ ৰঙ্গে দেই ঘনে ঘন॥
ভকতিৰ প্ৰেম-ৰসে কেহো নৃত্য কৰে।
চাপৰি চাপৰি কতো জুপি জুপি ফুৰে॥ ৩৪
লৱড়া-লৱড়ি কৰি চাৱে আগ-পাছ।
উৎসুকে কীৰ্ত্তন কৰে ধৰি নানা কাছ॥
কেহো ধূপ দীপক জ্বালিয়া হাতে লয়।
ডেৱ পাৰি পাৰি আতি আনন্দে নাচই॥ ৩৫
সিঞ্চে কেহো ফাকু-গুণ্ডা দূৰ্ব্বাক্ষত মাথে।
কীৰ্ত্তন কৰিয়া নাচে উপৰক হাতে॥
এহিমতে প্ৰজাগণ হুয়া ৰঙ্গ মন।
উৎসৱ কৰিয়া কৰে কৃষ্ণৰ কীৰ্ত্তন॥ ৩৬
ইন্দ্ৰৰ ভুৱনে শুনি ধ্বনি কীৰ্ত্তনৰ।
যাত্ৰা-মহোৎসৱ কি কহিবো যাদৱৰ॥
নাহি মুপজিব হেন যাত্ৰা-মহোৎসৱ।
হেন জগন্নাথ প্ৰভু হুয়াছে উদ্ভৱ॥ ৩৭
অনন্তৰে পৰিচায়ে কৃষ্ণত জনাইলা।
আগ বাঢ়িবাক ঘুনুচাৰ পাণ্ডা আইলা॥
হেন শুনি অতি মহাৰঙ্গ ভৈলা দেৱ হৰি।
চলিল শকটখান ঠক ঠক কৰি॥ ৩৮

চলি যান্তে জগন্নাথ হৰষিত মন ।
উৎসৱে চলন্ত প্ৰজা কৰিয়া কীৰ্ত্তন ॥
এহিমতে চলে ৰঙ্গে প্ৰভু নাৰায়ণ ।
ঘুনুচাৰ বাৰী পাইলা গৈয়া কতোক্ষণ ॥ ৩৯
যত প্ৰজা গৈয়া আছে কৃষ্ণৰ লগত ।
সবাকো নিয়মি প্ৰভু থৈলা নগৰত ॥
ৰথে সমে পৰিচাক লৈয়া অনন্তৰে ।
পশিলন্ত জগন্নাথ দোলৰ ভিতৰে ॥ ৪০
পাছে ঘুনুচাৰ পাণ্ডা পৰিচাসকলে ।
কৃষ্ণক কৰিলা পূজা আতি কৌতুহলে ॥
ধূপ দীপ উপহাৰ নৈৱেদ্য বহুতৰ ।
ভোজনৰ বস্তু যত দিলন্ত সত্বৰ ॥
অনন্তৰে কৃষ্ণক পঞ্চাশ ভোগ দিলা ।
দধি দুগ্ধ পিঠা পৰমান্ন বিভঞ্জিলা ॥
ভোজনৰ অন্তে শয্যা দিলন্ত বিছাই ।
আনন্দে থাকিল প্ৰভু ঘুনুচাৰ ঠাই ॥ ৪২
পৰিচাৰ পাণ্ডাসৱে গৈল ঘৰে ঘৰে ।
থাকিলন্ত জগন্নাথ দোলৰ ভিতৰে ॥
ঘুনুচাৰ সঙ্গে ৰঙ্গে প্ৰভু দেৱ হৰি ।
থাকিল অনঙ্গ-ৰসে কৌতুকে মুৰাৰি ॥ ৪৩
এহিমতে মহাৰঙ্গে প্ৰভু দেৱ হৰি ।
সাত দিন বঞ্চিলন্ত ঘুনুচাৰ বাড়ী ॥
শুনিয়োক সাৱধান হুয়া সৰ্ব্বজন ।
মহা মহোৎসৱ কৃষ্ণ-যাত্ৰাৰ কীৰ্ত্তন ॥ ৪৪

জগন্নাথ-পুৰাণৰ ইটো কথা সাৰ ।
পদ-বন্ধে নিবন্ধিলো কৰিয়া প্ৰচাৰ ॥
কৃষ্ণসে পৰম বন্ধু জানিবা সতত ।
কৃষ্ণৰ চৰণ পদ্ম চিন্তিয়ো মনত ॥ ৪৫
তেৱেসে তৰিবা সুখে সংসাৰ-সাগৰে ।
কলি যুগে নাহি গতি কীৰ্ত্তনত পৰে ॥
শ্ৰীধৰ কন্দলি কহে এহি মূল কাম ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৪৬

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ **জয় হৰি জগন্নাথ চৰণত শৰণ তোমাৰ ।**
**যেন হুওঁ সংসাৰত পাৰ ॥ ৩**

পদ ॥ এহিমতে ৰঙ্গে-ঢঙ্গে ঘুনুচা নাৰীৰ সঙ্গে
আনন্দে আছন্ত যদুৰায় ।
ছয় দিন বহি গৈল ৰজনী প্ৰভাত ভৈল
নাসিলন্ত যাদৱ ডুনাই ॥
হেন দেখি লক্ষ্মী মায় মনে কৰি ক্ৰোধ-ভাৱ
আদেশিলা পৰিচাসৱক ।
সাজিয়ো শকটখান কালি পুহা বিদ্যমান
যাইবো মই কৃষ্ণৰ পাশক ॥ ৪৭
যাইবো যাদৱাৰ পাশে আউৰ ঐক আসে নাসে
আযাৰেক মই পুছি চাওঁ ।

ঘুনুচা মাৰৰ ঠাই ৰৌক ৰঙ্গে দামোদৰে
মই লোক-দুৰ্যশ এড়াওঁ ॥
এহিমতে লক্ষ্মী মাৱে মনত বৈৰাগ্যভাৱে
পৰিচাসৱক আদেশিলা ।
শুনিয়া পৰিচাসৱে পৰম আনন্দভাৱে
ঝাণ্টে গৈয়া শকট যুড়িলা ॥ ৪৮
লৰড়া-লৰড়ি কৰি সাত্তে-পাঞ্চে হাতে ধৰি
সাজিলন্ত শকট ত্বৰিত ।
ভোজনৰ বস্তু মানে থৈলা সৱে থানে থানে
দধি দুগ্ধ গুড় পঞ্চামৃত ॥
ৰজনী প্ৰসন্ন ভৈলা সাঞ্জ কোবাইবাক লৈলা
পূবে ভৈল অৰুণ উদয় ।
পৰিচাসকলে জানি শকট যোগাইলা আনি
কাছ-পাৰ কৰি আতিশয় ॥ ৪৯
হেন দেখি লক্ষ্মী সতী কাছ-পাৰ কৰি আতি
শকটত চড়ি তাৱক্ষণ ।
এতিক্ষণে ৰাজবাটে শকট চলোক ঝাণ্টে
পৰিচাক বুলিলা বচন ॥
আছে মোৰ যত লোক কেহো ঐত নথাকোক
আসন্তোক সঙ্গতে আমাৰ ।
ঘুনুচা-নগৰ আজি সমদলে যাইবো সাজি
নগৰক কৰিবো উবাৰ ॥ ৫০
শুনিয়া পৰিচাগণে পৰম আনন্দ মনে
শকট চলাইলা সেহি ছেগে ।

চলিলন্ত লক্ষ্মী আই কিঞ্চিতেকো শঙ্কা নাই
বলাইলা শকট বায়ু-বেগে ॥
ৰঙ্গ কৰি ঠাৱে ঠাৱে ঢাক ঢোল ভেৰী বাৱে
কাহালী মহৰী কৰতাল ।
চলি যায় সৱে নৰে লৰড়া-লৰড়ি কৰে
ৰঙ্গে কতো নচুৱাৰৈ গাউল ॥ ৫১
হেৰা পাইলো পাইলো বুলি কৰি যায় হুলহুলি
সৰ্ব্ব লোক পৰম আটোপে ।
অনন্তৰে লক্ষ্মী আই পৰিচাসৱক চাই
মাতিলন্ত মাধৱত কোপে ॥
দেখা দেখা সৰ্ব্ব জনে বিচাৰ কৰিয়া মনে
কিনো দোষ দিবাহা আমাৰ ।
একগোটা তিৰী পাই ভোল ভৈলা যদুৰায়
এড়িলেক ঘৰ আপুনাৰ ॥ ৫২
ষোড়শ বৎসৰ মানে ভাৰ্য্যা নপাই একোথানে
ফুৰিল বৰলা-ভাত খাই ।
উপায় কৰিয়া পাছে আসি যাদৱাৰ কাছে
মই পুনঃ ধৰিলো চপাই ॥
মই বিনে ভিঠি নাই তথাপিতো যদুৰায়
মোক ভাল মনত নমানি ।
টেটোন যুৱাৰ নয় আৱে মোক নোসোধয়
পাইল ভাৰ্য্যা নাগেৰী ডাকিনী ॥ ৫৩

---

পা° ৫১ ॥ গাউল—গাল ।
৫৩ ॥ বিনে ভিঠি—নহৈলে ভিক্ষা । ডাকিনী—টেটোন

ডাকিনীয়ে তাৱক্ষণে　　　মোহোক ভাণ্ডিয়া মনে
যাদৱাক পাইলেক বৈস্নুধা ।
আপুনাৰ দোল ছাড়ি　　　গৈল মোক পৰিহৰি
মায়েকৰ শুনিলেক ৰাধা ॥
যুৱা-কাল বহি গৈল　　　বয়সতো বৃদ্ধ ভৈল
তথাপিতো তিৰীকেসে মন ।
পুনু পুনু দেৰোঁ হাক　　　নুশুনয় মোৰ ৰাক
কিনো ভৈল লুভীয়া টেটোন ॥ ৫৪
বেঢ়ি হাসে সামৰাজ　　　তথাপি নাহিকে লাজ
কতনো সহিবো আহুকাল ।
যাদৱৰ মুখ চাই　　　থাকো বান্দী-ভাত খাই
আত কৰি সেহি বৰ ভাল ॥
কিন্তু লোকে হাসিবেক　　　নোসোধয় পৈয়েকক
দন্ত কৰিলেক তিৰী হুই ।
এতেকেসে চলি যাওঁ　　　আসে নাসে পুছি চাওঁ
সতিনীৰ মাথে দেওঁ জুই ॥ ৫৫

---

পা॰ ৫৪ ॥ ডাকিনীয়ে·········বৈস্নুধা ।—

টেটোনীৰ বিলক্ষণে　　　মোক ভঙ্গাইবেক মনে
যাদৱাক পিয়ালে ঔষধি ।
বয়সতো বৃদ্ধ ভৈল　—　বল-বীৰ্য্য টুটি গৈল ।

৫৫ ॥ যাদৱৰ······বৰ ভাল ॥—

যদি সৱে দেপা ভাল　　　আসে নাসে ততকাল
সৱে আজি গুচাওঁ জঞ্জাল ॥
নোসোধয় পৈয়েকক　—　সুমুধিলে বুলি মোক ॥

আজি গৈয়া লাগ পাইবো সতিনীৰ মুণ্ড খাইবো
করিবো উচিত যাদৱাৰ ।
এহি বুলি যান্ত চলি দণ্ড ছয় ভৈল বেলি
নগৰৰ পাইলন্ত দুৱাৰ ॥
শুনিয়োক সৰ্ব্ব লোক সুখে মোক্ষ সাধিয়োক
এড়ি সৱে ভাব-ভুষ কাম ।
দুৰ্ঘোৰ সংসাৰ হেলি বৈকুণ্ঠক যাইবা চলি
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৫৬

## চতুৰ্থ কীৰ্ত্তন

ঘোষা ॥ যদুৰায়
কেনে আইলা দৌলৰ বজাই ঐ যদুৰায় ॥ ৪

পদ ॥ যাদৱত আতি কোপ আশেষ ।
ভৈলন্ত দ্বাৰত লক্ষ্মী প্ৰৱেশ ॥
পৰিচায়ে দিলে বেতৰ বাড়ি ।
পলাইলা দ্বাৰী দুৱাৰক ছাড়ি ॥ ৫৭
শকটক ৰাখি লক্ষ্মী তৈত ৰৈলা ।
লগৰ কটক নগৰে গৈলা ॥
নগৰীয়াসৱে কৰি উসমিস ।
ভয়তে সৱে পলায় দশো দিশ ॥ ৫৮
লৰড়া-লৰড়ি কৰি পলাই ।
লক্ষ্মীৰ কটকে খেদিয়া যাই ॥

কতো দূৰে গৈয়া বেঢ়িয়া ধৰে ।
লক্ষ্মীৰ সৈন্যে বেত-বাড়ি মাৰে ॥ ৫৯
ভুকু লাঠি কিল মাৰে চৰৰ ।
হাতৰ এড়াই দেয় লৰৰ ॥
পসাৰ পাতিয়া আছে পসাৰী ।
সাতে-পাঞ্চে গৈয়া বেঢ়িয়া ধৰি ॥ ৬০
বেত-বাড়ি মাৰি তাইক খেদাই ।
সমস্তে দ্ৰব্যক লুড়িয়া খাই ॥
দুৱাৰ মাৰিয়া গৃহ সোমাই ।
লুকাইবে নৱাৰি অন্তৰি যাই ॥ ৬১
ছৱালি ধৰিয়া আস্ফালে তুলি ।
কান্দিয়া ফুৰে আই বাপু বুলি ॥
কোবায়া ভাঙ্গয় দধিৰ ভাণ্ড ।
ঘুনুচা-নগৰ কৰে উচাণ্ড ॥ ৬২
ভাল ভাল বস্ত্র লোৰে গুৱালে ।
আঞ্চোৰে ধৰি কাৰো বস্ত্র ফালে ॥
লৰড়া-লৰাড় কৰি পলাই ।
নগৰ ছাড়িয়া দুৰক যাই ॥ ৬৩
পাইলে পাইলে বুলি উলটি চাৱে ।
সমস্তে নগৰ ভাগিয়া যাৱে ॥

---

পা° ৫৯ ॥ সৈন্যে বেত-বাড়ি—কটকে বেঢ়িয়া । ৬২ ॥ উচাণ্ড—লণ্ডভণ্ড ।
৬৪ ॥ সমস্তে……উজৰে ॥—
আঁড় হুয়া কতো ভূম্‌কিয়াই ॥
প্ৰজাৰ বিপত্তি কি কৈবো আৰ ।
সমস্ত নগৰ কৰে উজাৰ ॥

কতো অভ্যন্তৰে চলিয়া যায় ।
কৃষ্ণৰ আগত বাৰ্ত্তা জনায় ॥ ৬৪
নমো জগন্নাথ জগত-পতি ।
শুনিয়ো কাৰ্য্য ভৈল বিসঙ্গতি ॥
তোমাক খেদি আইলা লক্ষ্মী মায়ে ।
দ্বাৰত আছে অতি ক্ৰোধভাৱে ॥ ৬৫
লক্ষ্মীৰ কটকে লোৰে অপাৰ ।
সকলে নগৰ ভৈল উজাৰ ॥
পলাইবাক প্ৰজা নপাৱে ঠাই ।
কিমতে ৰক্ষা কৰা যদুৰায় ॥ ৬৬
হেন শুনি পাছে ঘুনুচা নাৰী ।
কৃষ্ণক মাতে নম্ৰ ভাৱ কৰি ॥
নমো জগন্নাথ জগত-বাপ ।
ভক্তৰ তুমি হৰা তিনি তাপ ॥ ৬৭
শুনিয়ো কমল-লোচন হৰি ।
তাহাঙ্ক আমি আগে আছো ডৰি ॥
জানো লক্ষ্মী আসি দোল সোমাই ।
তাঙ্ক ভয়ে মোৰ ধাতু উড়ায় ॥ ৬৮
লক্ষ্মীয়ে পাইলে কি ৰাখিবে মোক ।
মাৰিবে ধৰি হস্থুৱাইবে লোক ॥
সমস্তে নগৰী কৰিল ছন্ন ।
পলাইল সৱে নৰ-নাৰীগণ ॥ ৬৯
প্ৰবোধি লক্ষ্মীক দিয়ো পঠাই ।
ঐক লাগি যেন নাসে ভুনাই ॥

শুনিয়া কৃষ্ণে চপড়াইলা মাথ।
মাতিবে লৈলা প্ৰভু জগন্নাথ॥ ৭০
মাধৱে বোলে পৰিচাক বড়।
লক্ষ্মীৰ পাশক যাহা সত্বৰ॥
আমাৰ বচনে যাউক বজাই।
কিসক লক্ষ্মী আসে কোপে ধাই॥ ৭১
সমস্ত বস্তু থৈয়া আইলো ঘৰে।
আসিয়া আছো ঐক একলশ্বৰে॥
লুড়ি ছিন্ন কৰে কিয় নগৰ।
কালি প্ৰাতে মই যাইবো ঘৰ॥ ৭২
মোহোক চাহি কোপ পৰিহৰি।
দৌলক লাগি লক্ষ্মী যাউক বাহুৰি॥
শুনিয়া পৰিচা গৈল বজাই।
লক্ষ্মীৰ আগত মাতে বিনাই॥
শুনিয়ো সবে জগন্নাথ-লীলা।
ৰাম কৃষ্ণ বুলি বৈকুণ্ঠে চলা॥ ৭৩

## পঞ্চম কীৰ্ত্তন

ঘোষা ॥ **জয় জগন্নাথ পশিলো শৰণ**
**ৰঙ্গা পাৱে দিয়া ঠাই।**
**আউৰ যেন সংসাৰ-সাগৰে**
**নহৌক জন্ম ডুনাই ॥ ৫**

পদ ॥ পৰিচায়ে শুনি পাছে কৃষ্ণৰ বচন।
লক্ষ্মীক ভেটিবে গৈলা পৰিচা তেখণ ॥
দধি দুগ্ধ পঞ্চামৃত বিবিধ আপাৰ।
লৱনু শৰ্কৰা চিনি লৈ যান্ত সম্ভাৰ ॥ ৭৪
আথে-বেথে পৰিচায়ে দুৱাৰক যাই।
লক্ষ্মীক প্ৰণাম কৰি ডুনাই ডুনাই ॥
অৱনত-ভাৱ হুয়া পুটাঞ্জলি ধৰি।
লক্ষ্মীক মাতিবে লৈলা ধীৰে ধীৰে কৰি ॥ ৭৫
নমো লক্ষ্মী মাৱ তুমি হুয়োক সদয়।
তুমি সমস্তৰে আদি প্ৰকৃতি নিশ্চয় ॥
তোমাৰেসে সত্ব ৰজ তম তিনি গুণ।
তুমি জগতৰে সৃষ্টি স্থিতিত নিপুণ ॥ ৭৬
তোমাতেসে সমস্তে জগতে হোৱে লয়।
তোমাৰেসে ইটো যত স্ৰজন নিশ্চয় ॥
তুমিসে ঈশ্বৰী আসি আছা অৱতৰি।
বিষ্ণুক আশ্ৰয়ি আছা মহা ৰঙ্গ কৰি ॥ ৭৭

---

পা° ৭৬ ॥ স্থিতিত নিপুণ — স্থিতিৰ কাৰণ ॥
ইটো……নিশ্চয় ॥—মূৰ্ত্তি যত প্ৰকৃতি নিচয় ॥

তযু কটাক্ষক বাঞ্ছা কৰে ব্ৰহ্মা হৰে।
তোমাৰেসে প্ৰসাদত জীৱ চৰাচৰে॥
নমো লক্ষ্মী মাৱ তুমি হুয়োক প্ৰসন্ন।
কোপ পৰিহৰি শুনা কৃষ্ণৰ বচন॥ ৭৮
তোমাক লাগিয়া কৃষ্ণে বুলিয়া পঠাইল।
কি কাৰণে পদ্মা মোক কোপ কৰি আইল॥
সকল সৰ্ব্বস্ব মই এড়ি আইলো ঘৰে।
ঘুনুচাৰ বাড়ী লাগি আইলো একেশ্বৰে॥ ৭৯
ধন ৰত্ন দোল দিয়া আসিলো লক্ষ্মীক।
তথাপিতো লক্ষ্মী মোক কোপ কৰে কিক॥
ঘুনুচাক বিহা কৰি আছোহো নিশ্চয়।
ঐক নাসিলে কি ভাল কোনেবা বোলয়॥ ৮০
অকাৰণে এত মান কৰয় আক্ৰোশ।
ছন্ন কৰে নগৰ প্ৰজাত কিবা দোষ॥
মোৰ বাক্যে এতিক্ষণে ক্ৰোধ পৰিহৰি।
নগৰক লাগি লক্ষ্মী যাউক বাহুৰি॥ ৮১
কালি প্ৰভাততে মই যাইবো সাৰে সাৰ।
যাউক উলটি লক্ষ্মী বাক্য ৰাখি মোৰ॥
তোমাক লাগিয়া বস্ত্ত পঠাই দিলা হৰি।
হেন জানি লক্ষ্মী দেৱী কোপ পৰিহৰি॥ ৮২
পালটিয়া যায়োক মাৱ হুয়া ৰঙ্গ-মন।
শুনি লক্ষ্মী পৰিচাক বুলিলা বচন॥
বস্তুৰ তুথীয়া মই যাদৱে জানিলা।
এতেকেসে মোক লাগি দধি দুগ্ধ দিলা॥ ৮৩

যাদৱৰ বস্তুত মোহোৰ কাৰ্য্য নাই।
ঘুনুচাক লাগি আৰে দিয়োক পঠাই ॥
ঘৰ-বাৰী এৰি আইল ঘুনুচাৰ ঘৰে।
আউৰ কাক চাইবে লাগি আসিবে নগৰে ॥ ৮৪
যাদৱাৰ বাক্যে মোৰ গাৱ মুজুড়াই ॥
শুচি আইল মোক সুধা গৃহতে পেলাই ॥
আৰু যাদৱাত মোৰ কিবা আছে আশ।
যাইবাক নলাগে যাদৱ মোৰ পাশ ॥ ৮৫
নযাইব নযাইব আউৰ গৃহক জুনাই।
মাৱেকৰ ঘৰত থাকোক এহি ঠাই ॥
চলি যাওঁ আসা সৱে আপুনাৰ ঘৰে।
কৈৰ সেনাগণ লাগ লৈয়োক সত্বৰে ॥ ৮৬
তেতিক্ষণে আসি নিসানত দিলা বাড়ি।
লক্ষ্মীৰ কটক সৱে শুনিলেক সাৰি ॥
লাগ লৈল আসি সৱে আথবেথ কৰি।
চলি গৈলা লক্ষ্মী মাৱ আপুন নগৰী ॥ ৮৭
ঘুনুচাৰ লোকসৱ যেন ধাতু আইল।
দশো দিশ হন্তে আসি নগৰ সোমাইল ॥
কেহো বোলে এড়াইলোহো লৱড়ৰ বলে।
কেহো বোলে মোৰ মাত্ৰ বুড়িল কেৱলে ॥ ৮৮
কতো বোলে মোৰ মাত্ৰ ভাঙ্গিলেক ঘৰ।
নিলেক সৰ্ব্বস্ব বুলি কান্দে কতো নৰ ॥
কেহো বোলে লুড়িলেক ঐত মোক পাই।
কেহো বোলে মোক নপাই মাৰিলে ভৈয়াই ॥ ৮৯

কেহো বোলে মোক নপাই মাৰিলে ছৱাল।
কেহো বোলে ভাগ্যেসে এড়াইলো মঞ্চি ভাল ॥
কেহো বোলে মোৰ বস্তু নিলে এহি ঠাৱে।
চোৰা চোৰা বুলি কতো পিঠিক দেখাৱে ॥ ৯০
এহি বুলি নগৰীয়া ৰৈলা সেই ঠাই।
দৌলক বাহুড়ি চলি গৈল লক্ষ্মী আই ॥
শীঘ্র বেগে চলি গৈলা কৰি মহোৎসৱ।
কতো বেলি পাইলা গৈয়া আপুনাৰ ঠাৱ ॥ ৯১
নাৰীগণে শুনিলা আসিল লক্ষ্মী আই।
ঘট ডালি দীপ লৈয়া তেখণে বঝাই ॥
পৰম উৎসৱ কৰি চলিলা সাদৰি।
দৌল লাগি আগ বাঢ়ি নিলেক আৱৰি ॥ ৯২
দৌলত পশিয়া লক্ষ্মী আনন্দ মিলাইল।
যাদৱক লাগিয়া পঞ্চিশ ভোগ দিল ॥
অনন্তৰে লক্ষ্মী মাৱে ভোজন কৰিলা।
পদ্মচিনি পিঠা পৰমান্নক ভুঞ্জিলা ॥ ৯৩
পৰম উৎসৱে থাকিলন্ত সেহি ঠাৱ।
এহিমানে থৈলো কথা লক্ষ্মীৰ প্ৰভাৱ ॥
শুনা জগন্নাথ পাছে যি কৰ্ম্ম কৰিল্ল।
সপ্তম দিৱস তৈতে কৌতুকে বঞ্চিল ॥ ৯৪
অষ্টম দিৱস ভৈল প্ৰভাত-সময়।
দৌলক লাগিয়া গৈল প্ৰভু কৃপাময় ॥
শুনিয়োক নৰ-নাৰী কৰি থিৰ মন।
জগন্নাথ-পুৰাণৰ কথা বিতোপন ॥ ৯৫

নাৰদৰ আগে পূৰ্ব্বে ব্ৰহ্মায়ে কহিলা।
জগন্নাথ যাতো ঘুঞ্চা-গৃহত চলিলা॥
মাধৱৰ পাদ-পদ্ম চিন্তিয়া মনত।
মতি অনুসাৰে নিবন্ধিলো পদ যত॥ ৯৬
নিবন্ধিলো পদ শ্লোক-অৰ্থ অৱগাই।
নকৰিবা নিন্দা মোক শাস্ত্ৰক নাচাই॥
আনো শাস্ত্ৰ মত আনি মিশ্ৰ কৰি মাজে।
পদ্যাৰ্থে ৰচিলো যেৱে বুজে সামৰাজে॥
শ্ৰীধৰ কন্দলি পদ কৰিল প্ৰচাৰ।
ৰাম কৃষ্ণ বুলি তৰা দুৰ্ঘোৰ সংসাৰ॥ ৯৭

## ষষ্ঠ কীৰ্ত্তন

**ঘোষা॥ যাদৱ মাধৱ দেৱ দামোদৰ**
**তযু পাৱে লৈলো বাস।**
**পুনঃ নকৰা নৈৰাশ দিন কতিপয়**
**থাকি প্ৰভু চলি যাস॥ ৬**

পদ॥ শুনা সৰ্ব্ব জনে আত অনন্তৰে
যেন ঠান কথা ভৈল।

---

পা° ৯৭॥ আনো……সামৰাজে॥—( নাই )।

ঘোষা ৬॥ ত্ৰাহি জগন্নাথ নমো দমাই মাথ
চৰণে নেৰিবা মোক।
লক্ষ্মী সমে প্ৰভু এক থান হুয়া
দৌলক লাগি যায়োক॥

কৃষ্ণৰ আদেশে লক্ষ্মী তাৱক্ষণে
দোল লাগি চলি গৈল ॥
নগৰীয়া গণে হুয়া ৰঙ্গ মনে
থাকিলা আপুন ঠাৱে।
জগন্নাথে ৰঙ্গে ঘুনুচাৰ সঙ্গে
আছিলা আনন্দভাৱে ॥ ৯৮

ঘুনুচাৰ আগে প্ৰভু জগন্নাথে
বুলিলা মৃদু বচন।
তুমি থাকা ঐত কালি প্ৰভাতত
মই যাঞো নিজ ভুবন ॥
ঘুনুচায়ে শুনি হেঠ মাথে গুণি
অসন্তোষে নম্ৰভাৱে।
গদগদ বাক্যে বুলিবে লাগিলা
মাধৱৰ ধৰি পাৱে ॥ ৯৯

নমো জগন্নাথ ত্ৰিদশৰ নাথ
মই যে বড় দুখিনী।
দিন কতিপয় থাকা কৃপাময়
কৰা কৃপা যদুমণি ॥
নাহি পিতৃ আই নাহি মোৰ ভাই
সৱ গৈল পৰলোক।
ইসৱ সমস্তে তোমাৰ পাৱত
অৰ্পিয়া গৈলেক মোক ॥ ১০০

পা° পদ ১০০ ॥ ত্ৰিদশৰ নাথ—নকৰা অনাথ।

তোমাৰ চৰণে কায বাক্য মনে
পশিলো মই শৰণ।
তুমিও আৱেসে মোক তেজি যোৱা
কাহাত জুড়াইবো মন ॥
হেৰা আসো বুলি বৎসৰেক অন্তে
আসিলা মোৰ নগৰী।
টাটকীয়া যেন টাটক দেখায়া
কেনে যাহা পৰিহৰি ॥ ১০১

নিষ্ফল জীৱন যিটো নাৰীগণ
স্বামীৰ নাহি মিলন।
সমস্তে কহয় ৰমণীৰ গতি
স্বামীৰ পদ-অৰ্চ্চন ॥
নেড়িবো ইবাৰ চৰণ তোমাৰ
থাকা প্ৰভু এহি স্থান।
যদি মোক ত্যজি যাহা প্ৰভু আজি
ত্যজিবো এথাতে প্ৰাণ ॥ ১০২

এড়ি গৈলে মোক হাসিবেক লোকে
ঘুস্নুচাক দুষ্টা জানি।
গৃহক আসিয়া গৈলেক এড়িয়া
কি কাৰণে চক্ৰপাণি ॥

---

পা° ১০২ ॥ স্বামীৰ......অৰ্চ্চন ॥—স্বামীত দুৰ্ভগা হয়।
ইহ পৰলোকে নোহে তান গতি
সমস্তে লোকে কহয় ॥

হেন বাণী বুলি　　ঘুনুচা সুন্দৰী
কৃষ্ণৰ পড়িয়া পাৱে।
হুমহুম কৰি　　কান্দিবে লাগিলা
মনে অসন্তোষভাৱে॥ ১০৩
নয়নৰ জলে　　তিয়াইল সকলে
প্ৰভুৰ দুই চৰণ।
দেখি দেৱ হৰি　　ঘুনুচাক ধৰি
বুলিলা মৃদু বচন॥
মাধৱে বোলন্ত　　ঘুনুচা সুন্দৰী
এড়া অসন্তোষ ভাৱ।
তুমি মোৰ জায়া　　আতি মোৰ দায়া
আসি আছো তযু ঠাৱ॥ ১০৪
লক্ষ্মীও যেনয়　　তুমিও তেনয়
নাহি কিছু ভিন্ন-ভাৱ।
লক্ষ্মীৰ পাশত　　থাকো যেন মত
থাকোহো তোমাৰ ঠাৱ॥
লক্ষ্মীৰ যন্তেক　　ধন জন গৃহ
সৰ্ব্বস্ব দোল ভণ্ডাৰ।
আনো বস্তু যেন　　এহি নগৰত
সমস্ত আছে তোমাৰ॥ ১০৫
সৰ্ব্বকালে মোৰ　　তোমাকেসে স্নেহ
লক্ষ্মীতো কৰি অধিক।
হেন জানি সতী　　হুয়ো শান্ত-মতি
অসন্তোষ কৰা কিক॥

সাত দিন ভৈল দৌল ছাড়ি আইলো
আমাৰ মনে আকুলে।
উড়-বুড় কৰি যাইবে লাগে মোৰ
ইহাতে অকাৰ্য্য মিলে॥ ১০৬
হুয়া শান্ত-মন থাকা এহি থান
আসিবো মই ভুনাই।
কিন্তু এতিক্ষণে দৌল লাগি যাওঁ
সিটো মোৰ নিজ ঠাই॥
আনো নানামত বুলিলা বচন
ঘুনুচাক শান্ত কৰি।
প্ৰভাত সময় জানি কৃপাময়
গাৰ চালিলন্ত হৰি॥ ১০৭
দেখি দশো দিশে পৰম হৰিষে
নিসানত দিল বাড়ি।
শকটত চড়ি প্ৰভু গৈল লড়ি
ঘুনুচাৰ পাশ ছাড়ি॥
বলো সুভদ্ৰায়ে সহিতে যাদৱ
চলি যান্ত কৌতুহলে।
পৰম আনন্দে গোৱালে শকট
টানিবাক লৈলা বলে॥ ১০৮

---

পা° ১০৬॥ আমাৰ...আমাৰ মিলে॥—চৌভিতি শক্ৰ সকলে।
অতি শীঘ্ৰ কৰি যাইবে লাগে মোৰ
কোন ঠাই কাৰ্য্য মিলে॥

কৃষ্ণৰ সঙ্গত আছে প্ৰাণী যত
উৎসৱে কীৰ্ত্তন কৰে।
চলি গৈল প্ৰভু শকটত চড়ি
আপুনাৰ নিজ ঘৰে ॥
ঘোৰাক ছুটিএ ৰথক চলাৱে
কিঞ্চিতেকো মিছা নাই।
দণ্ড চাৰি বেলা ভৈল মাত্ৰে গৈয়া
নগৰ পাইল ডুনাই ॥ ১০৯
প্ৰভু আসিবাৰ দেখিয়া আনন্দ
ভৈল সৱে নৰ-নাৰী।
আনন্দ আশেষ কৰিলা নিশেষ
কৃষ্ণক ৰঙ্গে আৱৰি ॥
পদুলি পদুলি তোৰণ পুতিল
তুলি থৈল ঘট-জল।
উৰুলি-জোকাৰ সিঞ্চে দুৰ্ব্বাক্ষত
ঘটৰ উপৰে ফল ॥ ১১০
সকল প্ৰজায়ে হৰি হৰি ডাকে
পঢ়ে জয় সুমঙ্গল।

---

পা° ১০৯ ॥ কিঞ্চিতেকো মিছা নাই।—
তিল মাত্ৰৰ ভিতৰে ॥
বাদ্য ভণ্ড কৰি চলি গৈল হৰি
ক্ষণ মাত্ৰে যদুৰায়।
১১০ ॥ আনন্দ ... আৱৰি ॥—( নাই। )
তুলি ··· জল।—থৈল ডালি চাউল ভৰি।

নানা ভঙ্গি-ভাৱে জয়-ধ্বনি-ৰাৱে
লঙ্ঘিবলেক স্বৰ্গ-কোল ॥
এহিমতে পাছে প্ৰভু জগন্নাথে
উৎসৱ কৰিয়া যায়
দোলৰ দ্বাৰত শকট সহিতে
গৈল প্ৰভু যদুৰায় ॥ ১১১
দোল-দ্বাৰ পাই শকট ৰথাই
ৰৈলা তৈতে যদুপতি।
নৰ নাৰী যত পৰিচা সমস্ত
বেড়িয়া ৰৈল চৌভিতি ॥
দেখিয়া দুৱাৰী লড়ি তাৰক্ষণে
সঙ্গীত জনাইলা যাই।
শুনা সৰ্ব্বজন কেদিন জীৱন
কেতিক্ষণে প্ৰাণ যায় ॥
নজানি অথিতি মিলিল দুৰ্গতি
কৃষ্ণ বিনে বন্ধু নাই।
এড়া আন কাম ডাকা ৰাম ৰাম
চলিয়ো বৈকুণ্ঠ ঠাই ॥ ১১২

---

পা° ১১১ ॥ নানা ... কোল ॥—( নাই। )
১১২ ॥ শুনা ... ঠাই।—( নাই। )

## সপ্তম কীৰ্ত্তন

ঘোষা ॥ নমো দেৱ দায়াশীল   জগত-আধাৰ
দৈৱকী-নন্দন দেৱ।
তোমাৰ চৰণে   পশিলো শৰণে
কৃপা কৰা প্ৰভু দেৱ ॥ ৭

পদ ॥ অনন্তৰে দ্বাৰী পাছে দ্বাৰ পৰিহৰি।
অভ্যন্তৰে চলি গৈল আতি শীঘ্ৰ কৰি ॥
লক্ষ্মীৰ আগত কথা কহে হেঠ মাথে।
দুৱাৰত ৰহিয়া আছন্ত জগন্নাথে ॥ ১১৩
যেন লাগে মোক আজ্ঞা দিয়ো লক্ষ্মী আই।
শুনি দেৱী মাতিলন্ত পৰিচাক চাই ॥
লক্ষ্মীয়ে বোলন্ত শুনা শুনা মোৰ বাক।
দ্বাৰ ছাড়ি আসিবে নেদিবা যাদৱাক ॥ ১১৪
যাদৱায়ে আসিবে নলাগে মোৰ ঠাই।
ঘুনুচাৰ বাড়ী লাগি চলোক দুনাই ॥
হেন শুনি দুৱাৰী ত্বৰিতে গৈলা চলি।
দ্বাৰত ৰহিল গৈয়া বান্ধিয়া শিকলি ॥ ১১৫
তাত পাছে প্ৰভু পৰিচাক আদেশিলা।
দ্বাৰ ছাড়ি দেহ বুলি দ্বাৰীক মাতিলা ॥
শুনি দ্বাৰী বোলে লক্ষ্মী দিয়া আছে হাক।
দ্বাৰ চাড়ি তঞি নিদিবিহি যাদৱাক ॥ ১১৬
তাৱক্ষণে ঠাকুৰত জনায়োক যাই।
দ্বাৰী দ্বাৰ নেদে বাধিলেক লক্ষ্মী আই ॥

---

পা° ঘোষা ৭ ॥ দৈৱকী...দেৱ ॥—তোমাৰ চৰণে সদা শৰণ আমাৰ ॥

হেন শুনি কৃষ্ণে পাছে কৰি হেঠ মাথ।
পৰিচাক আদেশ কৰিলা জগন্নাথ ॥ ১১৭
কহ গৈয়া লক্ষ্মী কিয় এত ক্ৰোধ কৰে।
দ্বাৰ-মূলে ৰহি আছো মই নিৰন্তৰে ॥
দ্বাৰ মেলি দিয়োক যাওঁ দোলৰ ভিতৰে।
ক্ষুধায়ে-তৃষায়ে দুঃখে মোক আতি পীড়ে ॥ ১১৮
তাৰক্ষণে পৰিচা দোলক গৈলা চলি।
লক্ষ্মীৰ আগত কহে কৰি কৃতাঞ্জলি ॥
নমো নমো লক্ষ্মী মাৱ হুয়োক প্ৰসন্ন।
তোমাক লাগিয়া কৃষ্ণে বুলিলা বচন ॥ ১১৯
আঠ দিন ভৈল মই এড়ি গৈলো সঙ্গ।
এইমানতে আমাক ইমান কৰে খঙ্গ ॥
দ্বাৰ ছাড়ি দিয়ো লক্ষ্মী কোপ পৰিহৰি।
অভ্যন্তৰ লাগি চলি যাওঁ শীঘ্ৰ কৰি ॥ ১২০
হেন শুনি পৰিচাক মাতে লক্ষ্মী মাৱ।
যাদৱাৰ বাক্যে মোৰ মুজুড়াই গাৱ ॥
কথাকো নকৈল মোক গৈল পৰিহৰি।
পৰৰ ভাৰ্য্যাক যেন পৰে যায় এড়ি ॥ ১২১
যাদৱাৰ কথা মোত কহিবে নলাগে।
অন্য যিবা কথা আছে কহ মোৰ আগে ॥
মই বিনে যাদৱায়ে বঞ্চিবাক পাৰে।
যাদৱা নভৈলে দিন নযায় কি আমাৰে ॥ ১২২
সুন্দৰী ৰমণী ভাৰ্য্যা পাইলন্ত যাদৱ।
আউৰ কি লাগিয়া আসিবন্ত মোৰ ঠাৱ ॥

ঘুনুচাৰ সম মই নোহো ৰূপৱতী।
নাহি লাস-বেশ নোহো নাগেৰী যুৱতী ॥ ১২৩
এতেকে আমাক ত্যজি গৈলন্ত আপুনে।
দ্বাৰকাতে কত দুঃখ দিয়া আছে মনে ॥
শিশু-কাল হন্তে আল ধৰো যাদৱৰ।
তথাপিতো তান নভৈলোহো সুৰাগৰ ॥ ১২৪
আৰু তান ভাল বোলাইবেক কোন নাৰী।
ভাল বোলাইলেক এক ঘুনুচা সুন্দৰী ॥
নচাওঁ যাদৱাৰ মুখ নাসন্তোক হৰি।
ঘুনুচাৰ বাড়ী লাগি যায়োক বাহুড়ি ॥ ১২৫
হেন বাক্য বুলি লক্ষ্মী মৌন হুয়া ৰৈল।
শুনিয়া পৰিচা তাৰক্ষণে চলি গৈল ॥
কোপ-মনে লক্ষ্মী বুলিলন্ত যত বাণী।
ঠাকুৰৰ আগে সব কহিল কহানী ॥ ১২৬
আশেষ কৰিলো মই লক্ষ্মীক প্ৰবোধ।
তথাপি লক্ষ্মীৰ মনে নপলান্ত ক্ৰোধ ॥
দ্বাৰ ছাড়ি তথাপি নেদন্ত লক্ষ্মী মাৰে।
বোলে বাহুৰিয়া যাউক ঘুনুচাৰ ঠাৱে ॥ ১২৭
লক্ষ্মীৰ বচন শুনি পাছে জগন্নাথ।
লজ্জা বড় হুয়া পাছে চপৰাইলা মাথ ॥
সৰ্ব্ব জনে শুনিলে লক্ষ্মীৰ কোপ-কাৰ্য্য।
কাংস পৰি ক্ষীণ গৈল সকল সমাজ ॥ ১২৮
ভৈলেক মধ্যাহ্ন কাল বেলা ষোল দণ্ড।
ভৈল ঘোৰ মহাৰৌদ্ৰ মিলিল প্ৰচণ্ড ॥

ক্ষণো মেঘ দিয়া কৰে দেৱে বৰিষণ।
চাপিবাক থান নপাৱন্ত প্ৰজাগণ॥ ১২৯
ক্ষুধায়ে-তৃষায়ে পীড়া কৰে আতিশয়।
ৰৌদ্ৰ-তাপে পোড়ে কতো বৃষ্টিত তিতয়॥
মহা দুঃখ পায়া কতো প্ৰাণী বোলে বাক।
আৰেসে উচিত দণ্ড কৰে যাদৱাক॥ ১৩০
যাহাৰ প্ৰসাদে ত্ৰৈলোক্যৰ সুখ হৱে।
ব্ৰহ্মা মহেশ্বৰে যাক সৰ্ব্বদায়ে সেৱে॥
কৰযোড় কৰি দেৱগণে আছে চাই।
আমাৰ পাশক লক্ষ্মী আসন্তোক আই॥ ১৩১
তেৱেসে ঐশ্বৰ্য্য মহা হৈবেক আমাৰ।
এহি বুলি দেৱগণে বাঞ্ছয় আপাৰ॥
লক্ষ্মী বিনে সংসাৰত নাহিকে জীৱন।
লক্ষ্মী নভৈলাত হোৱে ত্ৰৈলোক্য উচ্ছন॥ ১৩২
হেনয় ভাৰ্য্যাক পাছে পায়া যদুৰায়।
তথাপিতো তাঙ্ক এৰি চলে অন্য ঠাই॥
গাৱে নসহন্ত লক্ষ্মী মাৱে কৰে দণ্ড।
লক্ষ্মীতে যে দোষ নাহি যাদৱাসে মন্দ॥ ১৩৩
হেন কথা অন্যো-অন্যে সৰ্ব্বজনে কহে॥
ক্ষুধায়ে-তৃষায়ে দেহা কাহাৰো নৰহে॥
পুনৰপি পৰিচাক পঠাইলা মাধৱে।
তথাপিতো ক্ৰোধ-ভাৱ নেড়ে লক্ষ্মী মাৱে॥ ১৩৪
পাণ্ডাৰ উপৰি পাণ্ডা দিলন্ত পঠাই।
নাসোক বিনাই আউৰ আন বাক্য নাই॥

এহিমতে যেৱে তিনি পৰ বহি গৈল।
শুনিয়োক তাত পাছে যেন কথা ভৈল ॥ ১৩৫
ঠাকুৰৰ পাশতে সুভদ্ৰা ৰৰনাৰী।
ক্ষুধায়ে-তৃষায়ে দুঃখ সহিতে নপাৰি ॥
মাতি আনি প্ৰবোধ কৰিলা পৰিচাক।
শীঘ্ৰ কৰি পঠাই দিলা লক্ষ্মীৰ পাশক ॥ ১৩৬
দ্বাৰ ছাড়ি দেওক লক্ষ্মী অভ্যন্তৰে যাঞো।
ক্ষুধায়ে-তৃষায়ে মই বড় দুঃখ পাঞো ॥
হেন শুনি পৰিচা ত্বৰিতে গৈল ধাই।
লক্ষ্মীৰ আগত কথা কহন্ত বিনাই ॥ ১৩৭
সুভদ্ৰা মাতৃয়ে মোক দিলন্ত পঠাই।
তোমাৰ ননন্দখানি দুঃখ বৰ পায় ॥
ইবেলিসে চলি গৈলো যাদৱৰ সঙ্গ।
কি কাৰণে লক্ষ্মীৰ আমাক লাগি খঙ্গ ॥ ১৩৮
ৰৌদ্ৰত শুকাই কতো বৃষ্টিত তিতয়।
ক্ষুধায়ে-তৃষায়ে দেহা অধিকে দহয় ॥
বোলা মোক লক্ষ্মী শীঘ্ৰ দ্বাৰ দিওক মেলি।
আপুন থানক মই শীঘ্ৰে যাওঁ চলি ॥ ১৩৯
যেন লাগে প্ৰবোধ দিয়োক লক্ষ্মী আই।
শুনি লক্ষ্মী মাতিলন্ত পৰিচাক চাই ॥
গালে হাতে দিয়া লক্ষ্মী মাতিলন্ত পাছে।
সুভদ্ৰা ননন্দ এভো দ্বাৰে বহি আছে ॥ ১৪০
ননন্দেও দুঃখ পাৱে সঙ্গে যাদবাৰ।
ই কি কথা মোত কহি আছে একবাৰ ॥

আপুনিসে গৈল লড়ি যাদৱাৰ সঙ্গে।
ননন্দয়ো দুঃখ পায়ে যাদৱাত খঙ্গে॥ ১৪১
সুভদ্রা পাইলেক দুঃখ দোষ ভৈল মোৰ।
দ্বাৰ ছাড়ি দিয়ো দ্বাৰী আসোক সত্বৰ॥
শুনিয়া পৰিচা পাছে শীঘ্রে গৈল চলি।
দ্বাৰীত কহিলা গৈয়া দ্বাৰ দিয়ো মেলি॥ ১৪২
সুভদ্রাত জনাইলেক দ্বাৰ দিলে এড়ি।
শুনিয়া সুভদ্রা তাৰক্ষণে গৈলা লড়ি॥
আপুনাৰ গৃহত পশিল বিদ্যমান।
সুভদ্রাৰ কথা আৰে থওঁ এহিমান॥ ১৪৩
অনন্তৰে বলভদ্র বুদ্ধিত সুজান।
দেখিলা আছয় বেলি ছয় দণ্ড মান॥
কেন দুঃখ পাওঁ মই বলোৰে বোলয়।
পঠাইলেক পৰিচাক লক্ষ্মীৰ আলয়॥ ১৪৪
কহ গৈয়া লক্ষ্মী মোক দ্বাৰ দিয়ো মেলি।
শুনিয়া পৰিচা তাৰক্ষণে গৈল চলি॥
লক্ষ্মীৰ আগত কথা কহিলা নিঃশেষ।
অকাৰণে লক্ষ্মী মোক মনে কৰে দ্বেষ॥ ১৪৫
মোক কেনে যাইবাক নেদন্ত লক্ষ্মী আই।
যাদৱাত পৰে মোত কিছু দোষ নাই॥
নেড়িল হঠাতে মঞি গৈলো তান সঙ্গ।
তাতে লক্ষ্মী মোক এতমান কৰে খঙ্গ॥ ১৪৬
ক্ষুধায়ে-তৃষ্ণায়ে তনু কাম্পে আতি মোৰ।
যত দুঃখ পাইলো মঞি কৈয়া নপাওঁ ওৰ॥

দ্বাৰ ছাৰ্ড়ি দিয়ন্তোক দোল লাগি যাওঁ।
ঘোৰ ৰৌদ্ৰ বৃষ্টি বাতে বৰ দুঃখ পাওঁ॥ ১৪৭

পৰিচাৰ বাক্য হেন শুনি লক্ষ্মী মাৱে।
গালে হাত দিয়া বসিলন্ত লজ্জা-ভাৱে॥
কিনো মই মন্দ নাৰী বোলাইলো জগতে।
যাদৱাৰ গুণে দুঃখ পাইল জেঠালতে॥ ১৪৮

মই আজি লজ্জা পাইলো যাদৱাৰ গুণে।
জেঠালেতো মোক ভাল নুবুলিবে মনে॥
যি হৌক সি হৌক পাছে দ্বাৰ দিয়ো মেলি।
বলোত জনাইলা কথা কৰি কৃতাঞ্জলি॥ ১৪৯

তোমাক যাইবাক দ্বাৰ দিলা লক্ষ্মী মাৱ।
শুনি বলভদ্ৰ ভৈল আনন্দিত-ভাৱ॥
তাৱক্ষণে বলভদ্ৰ গৈলা অভ্যন্তৰে।
থাকিলন্ত বলভদ্ৰ আপুনাৰ ঘৰে॥ ১৫০

বলভদ্ৰ কথা আৱে এহি মানে থওঁ।
শুনা আন্তপৰে কথা যেন ঠান কওঁ॥
অনন্তৰে মনে বিমৰিষি যদুৰায়।
পুনৰপি পৰিচাক দিলন্ত পঠাই॥ ১৫১

শীঘ্ৰ বেগে পাণ্ডা গৈয়া হুৱা অৱনত।
কৰপুট কৰি কহে লক্ষ্মীৰ আগত॥

---

পাঃ ১৪৯॥ পাছে দ্বাৰ দিলা মেলি।—দ্বাৰ মেলি দিয়ো যাই।
আসন্তোক জেঠাল জে আপোনাৰ ঠাই॥
তাৱক্ষণে পৰিচায়ে দ্বাৰ দিলা মেলি।

লক্ষ্মীকেসে দিয়া গৈলো যত ধন বিত্ত।
তথাপিতো কেনে কোপ কৰে বিপৰীত॥ ১৫২
দিন বহি গৈল ভৈল সূৰ্য্য-অৱসান।
ক্ষুধায়ে-তৃষায়ে মোৰ যেন ফুটে প্ৰাণ॥
দ্বাৰ ছাড়ি দেওক লক্ষ্মী নকৰি আক্ৰোশ।
ইবাৰ জানিবা সৱে মোৰ ভৈল দোষ॥ ১৫৩
আউৰ গৃহ ছাড়ি মই নযাওঁ নযাওঁ।
শুনিয়ো পৰিচা তুমি এহি কথা কৈয়ো॥
এহিবাৰে কথা যদি সত্য নপাই মোৰ।
আৰু বাৰ গৈলে মোক নেদিবে দুৱাৰ॥ ১৫৪
এহিমতে পৰিচাক দিলন্ত পঠাই।
দ্বাৰ ছাড়ি প্ৰভুক দিয়োক লক্ষ্মী আই॥

---

পা° ১৫২॥ ( মাজত )
বাৰম্বাৰ তযু ঠাৱে পঠান্ত যাদৱ।
কোপ পৰিহৰি শান্ত হুয়ো লক্ষ্মী মাৱ॥
ঠাকুৰে বোলন্ত লক্ষ্মী কেন কোপ কৰে।
সকলে সৰ্ব্বস্ব মানে থৈয়া গৈলো ঘৰে॥

১৫৩॥ ক্ষুধায়ে ·····প্ৰাণ॥—
যত লাগে মানে মোক দিলে অপমান॥
বিষ্টিত তিতিলো থনো ৰৌদ্ৰত শুখাইলো।
ক্ষুধায়ে তৃষায়ে মঞি বৰ দুঃখ পাইলো॥

১৫৪॥ এহিবাৰে····· দুৱাৰ॥—
এহিবাৰে কথা লক্ষ্মী সঞ্চা পাইবে মোৰ।
নেদিবে দুৱাৰ জেৱে তেৱে জাঞো আউৰ॥

১৫৫॥ এহি ·····আই॥—
এহিমতে পঠাইলন্ত পাণ্ডা যদুৰাজ।
দ্বাৰ চাৰি নেদিলে হাসিবে সামৰাজ॥

হেন শুনি লক্ষ্মী মাৰে বুলিলা বচন।
যাদৱায়ে মোক আবে দিয়া গৈল ধন॥ ১৫৫

মুখত মধুৰ তান কপট-হৃদয়।
বচনেক কৈলে মুখে ধন নাহি হয়॥
চৈত্র মাসে তান ভাই গোৱিন্দ ঠাকুৰ।
পুষ্প-চোৰ পড়ি গৈল মালীয়াৰ ঘৰ॥ ১৫৬

তাঙ্ক দণ্ডি কৰি তিনি শত টকা লৈলা।
মোক নেদি সিটো টঙ্কা কাক লাগি নিলা॥
পৰিচায়ে বোলে আই তুমি মহাভাগী।
প্ৰভু বোলে তাক থৈছো লক্ষ্মীকেসে লাগি॥ ১৫৭

লক্ষ্মী বোলে যদি মোক লাগি থৈয়া আছে।
দিয়া পঠায়োক নপাইবোহো পাছে॥
তাৱক্ষণে পৰিচায়ে কৃষ্ণক জনাইলা।
তোমাক লাগিয়া প্ৰভু কথা এক কৈলা॥ ১৫৮

গোৱিন্দ প্ৰভুক চোৰ পায়া স্বৰূপত।
বন্দী কৰি লৈয়া আছে টকা তিনি শত॥
মোহোক লাগিয়া পঠাই দিয়ো সিটো ধন।
শুনি হাস্য কৰি প্ৰভু বুলিলা বচন॥ ১৫৯

লক্ষ্মীকেসে লাগি তাক থৈয়া আছো সাঞ্চে।
লক্ষ্মী বিনে আন মোৰ কোন প্ৰিয়া আছে॥

---

পা° ১৫৫॥ যাদৱায়ে… ধন॥—যাদৱাৰে আসি মোক দিয়া দৰিশন॥
১৫৬॥ বচনেক…হয়॥—বচনে কলধে ঢালে টোপে নপৰয়॥
১৫৭॥ মোক…নিলা॥—মোহোৰ নিমিত্তে ভাই অসন্তোষ পাইলে॥

হাসি আনি দিলা পাছে টকা তিনি শত।
তাৰক্ষণে বাকি দিলা ৰূপৰ থালত॥ ১৬০
লক্ষ্মীক দিয়োক বুলি আদেশ কৰিলা।
অতি শীঘ্ৰে পৰিচা লক্ষ্মীৰ হাতে দিলা॥
লক্ষ্মীৰ আগত থৈয়া মাতন্ত বিনাই।
ধন দিয়া পঠাইলন্ত মোক যদুৰায়॥ ১৬১
ধন দেখি হাস্য কৰিলন্ত লক্ষ্মী মাৱে।
ইটো ধন মোক লাগি থৈয়াছে যাদৱে॥
ঠাকুৰৰ বাক্য সঞ্চা পাইলোহো ইবাৰ।
দোল লাগি আসন্তোক ছাড়ি দিয়ো দ্বাৰ॥ ১৬২
শুনি ৰঙ্গে পৰিচা ত্বৰিতে গৈল চলি।
দ্বাৰীত জনাইল গৈয়া দ্বাৰ দিয়ো মেলি॥
ঠাকুৰত বাৰ্ত্তা গৈয়া দুৱাৰী জনাই।
তোমাক যাইবাৰ আজ্ঞা দিলা লক্ষ্মী আই॥ ১৬৩
হেন শুনি ঠাকুৰৰ আনন্দ মিলিল।
দশো দিশে প্ৰজাগণে জয় জোকাৰিল॥
নানা বাদ্য-ভণ্ড কৰে প্ৰজায়ে সকল।
দশো দিশে ছানি কৰে জয় সুমঙ্গল॥ ১৬৪
উৰুলি-জোকাৰ ৰঙ্গে দেই ঘনে ঘন।
পৰিচাসকলে কৰে কৃষ্ণৰ কীৰ্ত্তন॥
সন্ধ্যা-সময়ত কৰি অনেক উৎসৱ।
দ্বাৰৰ ভিতৰ গৈয়া পাইলন্ত মাধৱ॥ ১৬৫
আসিলন্ত প্ৰভু লক্ষ্মী দেখি হাস্য কৰি।
কৃষ্ণক সাদৰি আসিলন্ত আগ বাঢ়ি॥

নিজ থানে থৈল নিয়া অনেক আশ্বাসি।
থাকিলন্ত লক্ষ্মী দেৱী কৃষ্ণক উপাসি॥ ১৬৬
পঞ্চাশ ভোগক পাছে দিলা ভাৱে ভাৱে।
পৰম কৌতুকে ভোগ ভুঞ্জিলা যাদৱে॥
পৰিচাৰ পাণ্ডা মানে গৈলা থানে থানে।
দৌলত থাকিলা প্ৰভু আতি ৰঙ্গ-মনে॥ ১৬৭
জগন্নাথ-পুৰাণৰ ইটো কথা সাৰ।
নিবন্ধিলো পদ অৰ্থ কৰিয়া বিচাৰ॥
শুনা নৰ নাৰী লোক আন কাম হেলি।
ঘুনুচাৰ সঙ্গে যাদৱাৰ যাত্ৰা-কেলি॥ ১৬৮
কৃষ্ণ বিনে গুৰু গতি-দাতা নাহি আন।
এক চিত্ত মনে কৰা হৰি-পদ ধ্যান॥
হৰি-ভক্তি বিনে আয়ু যায় আলে-জালে।
উমান নপাইবা কেতিক্ষণে ধৰে কালে॥ ১৬৯
কলি-কালে অল্প আয়ু পাইলে সৱ নৰ।
ছকুড়ি শতেক ষষ্টি পঞ্চাশ বৎসৰ॥
আত পৰে কলিত অধিক আয়ু নাই।
পাতকৰ বলত ইহাৰো ক্ষয় যায়॥ ১৭০
এহি ছয় ভাগ আয়ু কলি-কালে দেখা।
টুটয় বাঢ়য় তাতে যমে কৰে লেখা॥
যেতিক্ষণে মাতৃ-গৰ্ভে শৰীৰক ধৰে।
আয়ু টুটন্তেসে যায় মনত নধৰে॥ ১৭১
এহিমতে আয়ু যায় সমস্তে লোকৰ।
শৰীৰ বাঢ়ন্ত দেখি হৰিষ সবাৰ॥

মাৱৰ গৰ্ভত যেতিক্ষণে লৱে ঠাই।
সেহিক্ষণ হন্তে আয়ু টুটন্তেসে যায় ॥ ১৭২

দিন পক্ষ মাস ভেদ যত্নে গণি চাৱে।
দশ মাস দশ দিনে গৰ্ভৰ বজাৱে ॥
দিনে দিনে কায়া বাঢ়ে দুৰ্ঘোৰ মায়ায়ে।
আয়ু যায় বুলিয়া চেতন নাহি পাৱে ॥ ১৭৩

এড়ি আন বৃথা কথা হুয়ো শুদ্ধমতি।
সততে চিন্তিয়ো আত্মা কৃষ্ণত ভকতি ॥
নমো নাৰায়ণ তযু চৰণ যুগল।
ইবাৰ আমাৰ জন্ম নকৰা বিফল ॥ ১৭৪

নজানো তোমাৰ স্তুতি মই মূঢ়-মতি।
নকৰা বঞ্চিত প্ৰভু ইবাৰ সম্প্ৰতি ॥
দুঃখৰ করুণানিধি কৃপাৰ সাগৰ।
মই দুঃখিতক কৃপা কৰা দামোদৰ ॥ ১৭৫

যেনমতে তৰো ইটো দুৰ্ঘোৰ সংসাৰ।
পুনঃ যেন জন্ম মৃত্যু নাহিকে আমাৰ ॥

---

পাং ১৭৪-৭৭ ॥ নমো……… ভুৱনে ॥

সত্বৰে চিন্তিয়ো যত্নে কৃষ্ণৰ চৰণ।
সন্নিত চাপিয়া আছা দুৰ্ঘোৰ মৰণ ॥
হেনয় মৃত্যুক কেনে নেদেখা সম্প্ৰতি।
কাল মৃত্যু তাৰে জানা হৰিৰ ভকতি ॥
ভকতি বিনাই কেহো নপাৰে তাৰিবে।
যিঋনে ভকতি কৰে সি নৰে সাৰিবে ॥

এহিমানে কৃপা কৰা প্ৰভু দেৱ হৰি।
নমো নমো কৃষ্ণ তযু চৰণত ধৰি॥ ১৭৬

শ্ৰীধৰ কন্দলি কহে কৃষ্ণৰ বিজয়।
আক এক মনে যিটো শুনয় ভণয়॥
কৃষ্ণৰ বিজয় ইটো শুনা ৰঙ্গ মনে।
ৰাম কৃষ্ণ বুলি চলা বৈকুণ্ঠ-ভুৱনে॥ ১৭৭

## ঘুন্সুচা-কীৰ্ত্তন সমাপ্ত॥ ১॥

---

যেনমতে তৰো ইটো দুৰ্ঘোৰ সংসাৰ।
সেহিমতে কৰা কৃপা লক্ষ্মীৰ ঈশ্বৰ॥
তযু ভকতৰ সঙ্গ সদা হুণ্ডচোক।
এহি অনুগ্ৰহ নাথ কৰিয়োক মোক॥
শ্ৰীধৰ কন্দলি কহে কৃষ্ণত বিজয়।
ৰাম নাম বুলি চলা বৈকুণ্ঠ-নিলয়॥

ঘুন্সুচা যাত্ৰা সমাপ্ত॥

যথা দৃষ্টং তথা লিখিতং।
লেখকে নাস্তি দূষণং॥
ভীমস্যাপি ৰণে ভঙ্গঃ।
মুনীনাঞ্চ মতিভ্ৰমঃ॥
শ্ৰীগুৰুচৰণত সেৱা॥

[ পৰিশিষ্ট ২ ]

# ধ্যান-বৰ্ণন*

## তৃতীয় কীৰ্ত্তন

ঘোষা ॥ মাধৱ মুকুন্দ ৰাম।
ঘুষিয়ো হৰিৰ নাম ॥ ৩

পদ ॥ সংসাৰ সাগৰে তৰা।
কৃষ্ণৰ চৰণে ধৰা ॥
দেখিয়ো হৃদয়-মাঝে।
জিনি কাম কোটি সাজে ॥ ২৯
চন্দ্ৰক জিনয় কান্তি।
দশন মুকুতা-পান্তি ॥
শিৰত ৰত্নৰ জ্বলে।
বন-মালা শোভে গলে ॥ ৩০
নয়ন কমল-দল।
ভ্ৰুৱ-যুগ নিৰিমল ॥
নয়ন পঙ্কজ-জ্যোতি।
উৰে লুলে গজমোতি ॥ ৩১

---

*"ধ্যান-বৰ্ণনৰ" এই তৃতীয় আধ্যাৰ পাঠ বিষ্ণুপুৰৰ সত্ৰ আৰু যোৰহাটৰ চাৰিগাঁৱত পোৱা পুথিৰপৰা গৃহীত হৈছে।

পা° পদ ২৯ ॥ জিনি—যেন।

কুটিল কুন্তলচয় ।
কিৰীটি সুবৰ্ণময় ॥
তিলক কপালে জ্বলে ।
কৰ্ণত কুণ্ডল দুলে ॥ ৩২
নাসা তিল-ফুল-সম ।
কম্বু-কণ্ঠ মনোৰম ॥
শ্যামল সুন্দৰ বৰ ।
পীত বস্ত্ৰ মনোহৰ ॥ ৩৩
পেখিতে মদনে লাজে ।
বহল হৃদয়-মাঝে ॥
মণিময় হেম-হাৰ ।
ঝিলিমিলি পেচন্দাৰ ॥ ৩৪
ডাহিনে শ্ৰীবৎস-পান্তি ।
অমূল্য ৰত্নৰ কান্তি ॥
বামে লক্ষ্মী বিতোপনী ।
কণ্ঠত কৌস্তুভ-মণি ॥ ৩৫
চাৰু চতুৰ্ভুজ সম ।
সুবলিত মনোৰম ॥
কেয়ূৰ কঙ্কণ জ্বলে ।
আৰকত কৰ-তলে ॥ ৩৬
শঙ্খ চক্ৰ পদ্ম গদা ।
ধৰিয়া আছন্ত সদা ॥

---

পা° ৩৪ ॥ পেখিতে—দেখিতে ৩৫ ॥ ডাহিনে—হৃদয়ে ।
৩৬ ॥ কঙ্কণ—কিঙ্কিণী ।

সুদীৰ্ঘ আঙ্গুলিচয়।
চম্পাৰ পাকৰি-নয় ॥ ৩৭

ৰত্নৰ আঙ্গুষ্ঠিচয়।
নখ-চন্দ্ৰ প্ৰকাশয় ॥
সুন্দৰ উদৰে দেখা।
আৰকত তিনি ৰেখা ॥ ৩৮

নাভি সৰোৰুহ-কান্তি।
ৰত্নৰ কিঙ্কিণী-পান্তি ॥
সিংহ-বন্ধ মধ্য দেশ।
সুন্দৰ মধুৰ বেশ ॥ ৩৯

বহুল নিতম্ব তয়।
কটি-কাঞ্চী ৰত্নময় ॥
উৰু কৰিকৰ-সম।
জানু-জঙ্ঘা মনোৰম ॥ ৪০

পদ দুই পদ্ম-কোষ।
শুনি নূপুৰৰ ঘোষ ॥
চাৰু আঙ্গুলিৰ পান্তি।
নখ-চন্দ্ৰে কৰৈ কান্তি ॥ ৪১

দশো আঙ্গুলিৰ মাজে।
উঝন্টি ৰত্নৰ সাজে ॥
জঙ্ঘাত ঘোড়ৰ জ্বলে।
অৰুণ চৰণ তলে ॥ ৪২

পা° ৩৮ ॥ —( এই পদ নাই )

ধ্বজ বজ্র পদ্ম যৱ।
দেখি চিহ্ন মহোৎসৱ॥
হেনৰূপে দামোদৰ।
হৃদয়ৰ অভ্যন্তৰ॥ ৪৩
আছন্ত জগত-বাপ।
দৰশনে হৰে তাপ॥
তত্ত্ব-বাণী হেন জানি।
চিন্তিয়োক চক্র-পাণি॥ ৪৪
বৃথা কথা পৰিহৰা।
হৰি-গুণ-নাম ধৰা॥
ক্ষণিক অথিৰ কায়।
প্ৰাণ কেতিক্ষণে যায়॥ ৪৫
তথাপি চেতন নাই।
কেনে আছা বাট চাই॥
জ্ঞান-শূন্য মতি-হীন।
কহয় মাধব দীন॥ ৪৬
কলি-যুগে গতি নাম।
জানি তেজা আন কাম॥
কৰি মন উপশাম।
ডাকি বোলা ৰাম ৰাম॥ ৪৭

ধ্যান-বৰ্ণন সমাপ্ত॥ ২॥

[ পৰিশিষ্ট ৩ ]

# ৰুক্মিণীৰ প্ৰেম-কলহ *

## প্ৰথম কীৰ্ত্তন

ঘোষা ॥ ৰাম কৃষ্ণ ৰাম হৰি বোলা যত্ন কৰি।
মাধৱৰ পাদ-পদ্ম হৃদয়ত ধৰি ॥ ১

পদ ॥ শুকে বোলে শুনা পৰীক্ষিত নৃপবৰ।
এক দিনা ৰুক্মিণীৰ গৃহে দামোদৰ ॥
ৰত্ন সিংহাসনে হংস-তুলিৰ উপৰে।
বসিয়া আছন্ত তাত জগত-ঈশ্বৰে ॥ ১
ৰুক্মিণীৰ সেৱা দেখি ৰঙ্গে নাৰায়ণ।
হাসি হাসি ৰুক্মিণীক বুলিলা বচন ॥
তুমি ৰাজ-কুমাৰী আমিসে ক্ষুদ্ৰজন।
তোমাৰ আমাত কিছু নাহি প্ৰয়োজন ॥ ২
ৰাজাগণ-ভয়ে থাকো সাগৰৰ মাজে।
ভয়াতুৰজনক বৰিলা কোন কাজে ॥
স্বৰূপত নোহো মই ৰাজাৰ নন্দন।
নাহি ৰাজ-চিহ্ন মোত ছত্ৰ সিংহাসন ॥ ৩
উগ্ৰসেন ৰাজাৰেসে থাকো আজ্ঞা ধৰি।
কোন গুণ দেখি মোক বৰিলা সুন্দৰী ॥

---

* এইখণ্ড কীৰ্ত্তন বিষ্ণুপুৰ সত্ৰৰপৰা সংগৃহীত হৈছে।

আৰো মই নকৰো লোকৰ সদাচাৰ।
নাৰীত বিত্তৰ মোৰ নাহিকে আদৰ ॥ ৪
সিসবৰ আচাৰ মুবুজে একোজন।
স্ত্ৰীৰ পৰাধীন নোহে যিটো নৰগণ ॥
তাহাক ভজিলে দুঃখ পাৱে নাৰীগণে।
মই সেহিমত বৰিলাহা কোণ গুণে ॥ ৫
এতেকে ৰুক্মিণী মুগুণিলা চিৰকাল।
বিশেষ মুবুজি বিচাৰিলা গুণ ভাল ॥
সৰ্ব্ব-গুণ-হীন মোক বৰিলা সুন্দৰী।
তোমাৰ সমান মই হৈবো কেন কৰি ॥ ৬
কি কৰি বুৰালা আগ-পাছ মুগুণিলা।
পিতৃ মাতৃ ভ্ৰাতৃৰ বচন মুশুনিলা ॥
প্ৰলয়-জলৰ বাট-পথ নাহি ভালে।
আমি স্বামী ভৈলে সুখ নাহি কোনো কালে ॥ ৭
তোৰ ভাই ৰুক্ম শিশুপাল জৰাসন্ধ।
সিসবাৰ মদ-গৰ্ব্ব কৰিবাৰ অন্ত ॥
সিকাৰণে ৰুক্মিণী আনিলো তোক হৰি।
যৈকে ইচ্ছা তুমি তৈকে যোৱা শীঘ্ৰ কৰি ॥ ৮
দিলোহো বিদায় তুমি যথা লাগে যৱা।
তোমাৰ সদৃশ বৰ বিচাৰিয়া লৱা ॥
বিদায় দিবাৰ হেন শুনিলা ৰুক্মিণী।
বিমূৰ্চ্ছিত হুয়া ঢলি পৰিলা ধৰণী ॥ ৯
শোকৰ জ্বালত দগ্ধ ভৈল কলেৱৰ।
হাতৰ পৰিল খসি শুক্ল যে চামৰ ॥

দুই হাত মেলি হৰি ধৰিলন্ত তুলি।
এক হাতে ৰুক্মিণীৰ বান্ধিলন্ত চুলি ॥ ১০
এক হাতে ম'চি মুখ লোতক গুচাইলা।
দৃঢ় কৰি ৰুক্মিণীক বুজাইবে লাগিলা ॥
স্বামীৰ ভাৰ্য্যাৰ জানা হেনসে লক্ষণ।
ভাৰ্য্যা সঙ্গে কৌতুক নকৰে কোন জন ॥ ১১
ভাগ্যৱতী ৰুক্মিণী কৃষ্ণৰ প্ৰাণ-জায়া।
বোলা হৰি হৰি তৰা সংসাৰৰ মায়া ॥ ১২

## দ্বিতীয় কীৰ্ত্তন

ঘোষা ॥ গোবিন্দ যদুদেৱ প্ৰভু ৰঘুপতি।
তুমিসি কেৱলে মোৰ অগতিৰ গতি ॥ ২

পদ ॥ কৃষ্ণত নৈৰাশ হুয়া ৰুক্মিণী সুন্দৰী।
দেখে তমোময় যেন প্ৰাণ গৈল উৰি ॥
কাম্পন্ত শৰীৰ তান থিৰ নোহে মন।
ভূমিত পৰিয়া দেৱী হৈলা অচেতন ॥
মূৰ্চ্ছা গৈলা মাধৱৰ বচন শুনিয়া।
নোহে সুস্থ ৰুক্মিণীৰ ত্ৰাসে কাম্পে হিয়া ॥ ১৩
প্ৰভুৰ নৈৰাশে যেন প্ৰাণ ছাড়ি যায়।
মৰন্ত ৰুক্মিণী আতি চক্ষু ওলটাই ॥
কাম্পে হাত ভৰি দেখি ত্ৰাসে নাৰায়ণ।
কোলে কৰি আশ্বাসিলা তুলি তেতিক্ষণ ॥ ১৪

আপুনাৰ বস্ত্ৰে ধৰি মুখক মুচিলা।
ৰুক্মিণীক আশ্বাসিয়া বচন বুলিলা॥
হুয়ো সম্মুক্ষণ সতী কৈলো উপহাস।
শুনিয়া ৰুক্মিণী পুনু তেজিলা নিশ্বাস॥ ১৫
বুলিবে লাগিলা স্তুতি কৰিয়া প্ৰণতি।
মাধৱৰ নিন্দাক শুনিয়া মহাসতী॥
আৰম্ভিলা স্তুতি ধৰি কৃষ্ণৰ চৰণ।
নমো নমো নাৰায়ণ আদি নিৰঞ্জন॥ ১৬
তুমি পূৰ্ণব্ৰহ্ম প্ৰভু সত্য সনাতন।
অগতিৰ গতি হৰি কৰা পৰিত্ৰাণ॥
লীলা-নৰ-তনু ধৰি হুয়া অৱতাৰ।
বাৰে বাৰে জগতক কৰাহা উদ্ধাৰ॥
নজানোহো প্ৰভু মই মহিমা তোমাৰ।
লীলায়ে ধৰাহা অৱতাৰ বহুবাৰ॥ ১৭
ব্ৰহ্মা হৰে উপাসন্ত যাহাৰ চৰণ।
গৰুড়-বাহন প্ৰভু দেৱ সনাতন॥
তযু পত্নী বুলি গৰ্ব্ব কৈলো দেৱ হৰি।
ক্ষমিয়ো মোহোৰ দোষ হেৰা যাওঁ মৰি॥ ১৮
নমো নমো নাৰায়ণ সহস্ৰ-লোচন।
সহস্ৰেক বাহু যাৰ সহস্ৰ বয়ন॥
নমো নমো জগন্নাথ ব্ৰহ্ম সনাতন।
বিষ্ণু-ৰূপী প্ৰভু নমো তোমাৰ চৰণ॥ ১৯
জানিয়া তোমাৰ পাৱে পশিলো শৰণ।
মই অজ্ঞানীৰ হৰি দোষ ক্ষমা কৰ॥

ক্ষমা কৰি দাসী লৈয়ো মোক দামোদৰ।
তোমাৰ পাৱত কৰো এতেক কাতৰ॥ ২০
ভকত-বৎসল প্ৰভু তুমি যদু-পতি।
তোমাৰ চৰণে সদা ৰৌক মোৰ মতি॥
এহি বুলি কান্দে আতি ৰুক্মিণী সুন্দৰী।
নয়নৰ লোতকে তিয়াইলা দুই ভৰি॥ ২১
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্ব জন।
একান্তে লৈয়োক সৱে হৰিত শৰণ॥
হৰিৰ চৰণ চিন্তি এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ২২

## তৃতীয় কীৰ্ত্তন

ঘোষা॥ জগন্নাথ ভুৰা পায়ে ৰৌক মোৰ মতি।
কৰিয়োক দায়া প্ৰভু ভৃত্যক সম্প্ৰতি॥ ৩

পদ॥ কান্দন্ত কাৰুণ্যে পৰি ৰুক্মিণী সুন্দৰী।
নয়নৰ লোতক পৰিল সৰসৰি॥
কৃষ্ণৰ বচনে যেন অগ্নি যায় জ্বলি।
মহামৰ্ম্মে ৰুক্মিণীৰ গাৱ নিয়ে টলি॥ ২৩
কতো ক্ষণে চেতন লভিলা মহাসতী।
মাধৱক বুলিলন্ত কৰিয়া কাকুতি॥
পৰম অজ্ঞানী মই পাতকী নিশ্চয়।
আমাত সদয় ভৈলা প্ৰভু কৃপাময়॥ ২৪

অনাচাৰা নাৰী মই অজ্ঞানী বৰ্ব্বৰ।
নজানি তোমাত গৰ্ব্ব কৈলো দামোদৰ॥
অনন্ত-শকতি তুমি দেৱ মহেশ্বৰ।
চৰণত ধৰো প্ৰভু দোষ ক্ষমা কৰ॥ ২৫
তযু পত্নী বুলি অহঙ্কাৰ আচৰিলো।
ঢুলন চামৰ লৈয়া আপদে মজিলো॥
ব্ৰহ্মা ইন্দ্ৰ চন্দ্ৰে সেৱা কৰে তযু পাৱে।
অনন্তে সহস্ৰ মুখে যাৰ গুণ গাৱে॥ ২৬
হেন হৰি তুমি পূৰ্ণব্ৰহ্ম সনাতন।
আপুনাকে আপুনিয়ে কৰিলা নিন্দন॥
হেন নাৰায়ণ দায়াময় দেৱ হৰি।
মই অজ্ঞানীক হৰি লৈয়ো দাসী কৰি॥ ২৭
যি বুলিলা ৰাজাৰ দুহিতা আতিশয়।
সিসৱ শুনিয়া মোৰ কাম্পয় হৃদয়॥
কোনবা জনমে প্ৰভু আছো তপসাই।
তোমাক সেৱিবে মই পাইলো যদুৰাই॥ ২৮
গৃহ অন্ধকূপে পৰি নপাওঁ মই পাৰ।
মই পাপিনীক প্ৰভু কৰিয়ো উদ্ধাৰ॥
কৰোহো কাতৰ আৱে চৰণত ধৰি।
মই অজ্ঞানীক তুষ্ট হোৱা দেৱ হৰি॥ ২৯
তোমাৰ গৃহৰ প্ৰভু হৈবোহো কিঙ্কৰী।
জন্মে জন্মে থাকিবো চৰণে সেৱা কৰি॥
আমাৰ জীৱৰ স্বামী হৈবা দামোদৰ।
কৰোহো কাতৰ প্ৰভু দিয়া এহি বৰ॥ ৩০

এহি বুলি কেশ মেলি চৰণ মুচিলা।
চাৰি হাত মেলি হৰি আশ্বাসি বুলিলা॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে প্ৰলাপ।
হৰি হৰি বুলি তৰা সংসাৰৰ তাপ॥ ৩১

## চতুৰ্থ কীৰ্ত্তন

ঘোষা॥ ৰাঘৱৰ অভয় চৰণে।
সত্যে সত্যে পশিলো শৰণে॥ ৪

পদ॥ মাধৱ বদতি সাধু সাধু মহাসতী।
যতেক বুলিলা মানে স্বৰূপ যুগুতি॥
এহি তয়ু বচন শুনিবে অভিলাষ।
এতেকে তোমাক কৰিলোহো পৰিহাস॥ ৩২
একান্ত ভকত তুমি শুনিয়ো কল্যাণী।
যেন যেন কাম মোত বাঞ্ছিলা আপুনি॥
সকলে তোমাত আছে নাহিকে সংশয়।
কিন্তু মোক্ষ-হেতু হৈবা বুলিলো নিশ্চয়॥ ৩৩
তোমাৰ স্বামীত প্ৰেম জানিলো আপুনি।
আৰে তয়ু নাম পতিব্ৰতা আছে বাণী॥
এতেকে বচনে তয়ু ছলিলো মনক।
তভো মোক তেজি মন নগৈল আনক॥ ৩৪
ধন্য ধন্য ৰুক্মিণী তুমিসি পতিব্ৰতা।
পৰম সুন্দৰী সৰ্ব্ব গুণে অনিন্দিতা॥

সৰ্ব্বক্ষণে কৰা তুমি আমাত ভকতি।
তোমাৰ সমান কোন আছে ভাগ্যৱতী॥ ৩৫
একান্ত ভক্তিক প্ৰশংসিলা দেৱ হৰি।
সকামী ভক্তক নিন্দা কৰন্ত মুৰাৰি॥
পুত্ৰ-পত্নী-কামে যিটো ভজয় আমাক।
মোহোৰ মায়ায়ে জানা মুহি আছে তাক॥ ৩৬
তপ ব্ৰত ধৰি দুঃখ পায়ে বৃথা শ্ৰমে।
মহা মোক্ষ-দাতা মোক ভজে আন কামে॥
নৰকক মিলে বিষয়ৰ যত দুঃখ।
তাকে লাগি হোৱে লোক মোহোত বিমুখ॥ ৩৭
কিনো মহা ৰঙ্গ মোৰ শুনা গৃহেশ্বৰী।
সদায়ে মোহোৰ সেৱা কৰা ৰঙ্গ কৰি॥
সংসাৰ-মোচন আকে বুলিয় ভকতি।
অভকত জনে আৰ মুবুজয় গতি॥ ৩৮
স্বামীত ভকত সৰ্ব্ব গুনে সুলক্ষণী।
তোমাৰ সমান মই নেদেখো ঘৰিণী॥
আৰো তযু চৰিত্ৰ সুমৰি মোৰ মনে।
আনন্দে আকুল মই হওঁ ঘনে ঘনে॥ ৩৯
যতেক নৃপতি পাই সবাকে উপেক্ষি।
মোক লাগি বিপ্ৰক পঠাইলা পত্ৰ লেখি॥
পিতৃ মাতৃ ভ্ৰাতৃৰ বচন নুশুনিলা।
সঙ্কেত কৰিয়া মোক আপুনি নিয়াইলা॥ ৪০
তযু ভাই ৰুক্মক মুণ্ডিলো মই ধৰি।
তযু মোক চাস্তে তুমি সহিলা সুন্দৰী॥

ঋই এড়িবাৰ ডৰে একো মুবুলিলা।
এতেকে ৰুক্মিণী মোক তুমিসে জিনিলা॥ ৪১
শুনা সভাসদ ভাগৱত আন এৰি।
প্ৰেম-ভকতিত তুষ্ট ভৈলা দেৱ হৰি॥
মিছা গৃহ-বন্দীশালে পড়িয়া নমৰা।
মাধৱত প্ৰেম-ভক্তি কৰি সুখে তৰা॥ ৪২
হেন জানি এৰা সৱে ভাব-ভুৰ কাম।
পাতক চাড়োক ডাকি বোলা ৰাম ৰাম॥ ৪৩

ৰুক্মিণীৰ প্ৰেম-কলহ সমাপ্ত॥ ৩॥

[ পৰিশিষ্ট ৪ ]

# ভৃগু-পৰীক্ষা*

ঘোষা ॥ যদুমণি ৰাম ৰাম মোৰ প্ৰাণ।
হৰি হৰি ৰাম ॥ ১

পদ ॥ বাসুদেৱে বিষ্ণু হেন জানিয়া তোমাক।
অনেক বিনয়ে বুলিলন্ত স্তুতি বাক ॥
পুছিলন্ত পৰম ৰহস্য মহাজ্ঞান।
পিতৃত সমস্তে তত্ত্ব কৰিলা ব্যাখ্যান ॥ ১
আসিলন্ত লৰি ভৃগু ঋষি পৰীক্ষাক।
সুখে নিদ্ৰা লভি আছা দেখিলা তোমাক ॥
জগাইলন্ত ক্ৰোধে হৃদয়ত লাঠি মাৰি।
ভৃগুক প্ৰণামি স্তুতি বুলিলা মুৰাৰি ॥ ২
কৰিলা কাকুতি চৰণত ধৰি হৰি।
হিয়াত লাগিল সিটো সুকোমল ভৰি ॥
পাইলা মহাদুখ কিনো আতি অসন্তোষ।
নিদ্ৰাত আছিলো মোৰ মৰষিয়ো দোষ ॥ ৩
ঋষিৰ খুলাৰ চিহ্ন ধৰিলাহা হৰি।
শুক্ল ভৈলা লোম-পান্তি সেহি দিনা ধৰি ॥
তোমাৰ অদ্ভুত লীলা জানিবো কিমতে।
তুমিসি ব্ৰহ্মণ্য দেৱ জানিল জগতে ॥ ৪

---

* এইখণ্ড কীৰ্ত্তন বিষ্ণুপুৰ সত্ৰৰপৰা সংগৃহীত হৈছে।

ভুজঙ্গ-শয্যাত প্ৰভু আছিলাহা সুতি।
মূৰ্ত্তি ধৰি চাৰি বেদে কৰিলন্ত স্তুতি॥
নিদ্ৰাত প্ৰবোধ প্ৰভু কৰাইল তোমাক।
যেন নট-ভাটগণে জগায়ে ৰাজাক॥ ৫
সৰ্ব্ব-গ্ৰাস সূৰ্য্যৰ গ্ৰহণ আসি ভৈলা।
জানি কৃষ্ণ সবান্ধৱে কুৰুক্ষেত্ৰে গৈলা॥
কৃষ্ণ-দৰশন-অভিলাষ মন সুখে।
আসিলন্ত দেৱ ঋষি নাৰদ প্ৰমুখ্যে॥ ৬
সৱাকো অৰ্চ্চিলা হৰি বুলি স্তুতি-বাণী।
পিতৃৰ কৰাইলা মহাযজ্ঞ চক্ৰপাণি॥
নন্দ যশোদাক পায়া কৰিলা সৎকাৰ।
দিলা মনোৰথ পূৰি বস্ত্ৰ অলঙ্কাৰ॥ ৭
চিৰকাল তোমাক দেখিয়া দুয়ো প্ৰাণী।
কান্দিলা অনেক দুয়ো গলে বান্ধি আনি॥
দৈৱকী ৰোহিণী আসি ধৰি যশোদাক।
কৰিলা সাদৰ আতি বুলি প্ৰিয় বাক॥ ৮
গোপীগণ সহিতে তহিতে যদুৰাই।
ভৈল চিৰবিয়োগে বিৰলে এক ঠাই॥
কৃষ্ণক বেঢ়িয়া গোপীগণে কান্দে আতি।
সৱাকো আশ্বাস কৰিলন্ত বুলি-মাতি॥ ৯
কহিলা পৰম জ্ঞান তুমি চক্ৰপাণি।
শুনি সৱে তোমাৰ অমৃত-সম বাণী॥
জুৰাইল শৰীৰ গোপীগণ ভৈল স্বস্থ।
দিলা বস্ত্ৰ-অলঙ্কাৰ পূৰি মনোৰথ॥ ১০

মহাৰাজা নৃগ মহা কঙ্কলা-স্বৰূপে।
অধত আছিলা পৰি ঘোৰ অন্ধকূপে॥
তুলিবাক নোৱাৰিলা অনেক যাদৱে।
বাম হাতে অপ্ৰয়াসে তুলিলা মাধৱে॥ ১১
তযু পৰশনে নৃগ শাপক নিস্তৰি।
তোমাক নমিয়া আসি দণ্ডৱতে পৰি॥
অক্ষয় স্বৰ্গক পাছে পাইলা মহাশয়।
সমস্ত যাদৱগণ ভৈলন্ত বিস্ময়॥ ১২
ভণিল শঙ্কৰে শুনিয়োক সৰ্ব্বজনে।
কৰিয়ো কৃষ্ণৰ নাম-কীৰ্ত্তনে যতনে॥
নাহিকে বান্ধৱ হৰি নামত বিনাই।
মৰিলেও পাইবা ৰাম-নামক সহায়॥ ১৩
হেন জানি হৰি-নাম লৈয়ো সৰ্ব্বজনে।
কলি-যুগে নাহি গতি কীৰ্ত্তনত বিনে॥
চাৰিও বেদৰ সাৰ নাম হেন জানি।
লাজ এড়ি বোলা সৱে ৰাম ৰাম বাণী॥ ১৪

ভৃগু-পৰীক্ষা সমাপ্ত ॥ ৪ ॥

# নাম-ঘোষা

নমো শ্ৰীকৃষ্ণায় নমো নমঃ ॥

## ভজন

ঘোষা ॥ ছবি ॥

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।
সমস্ত-মস্তক-মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি ॥ ১
যাৰ ৰাম-কৃষ্ণ-নাম- নাৱে ভৱ-সিন্ধু তৰি
পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনয় কৃষ্ণক সদা
উপসা কৰোহোঁ হৃদয়ত ॥ ২

---

১ ॥ যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদপ্ৰোন্মীলদানন্দদাং
যামাস্থায় সমস্তমস্তকমণিং কুৰ্ব্বন্তি স্বে ৱশে।
তান্ ভক্তানপি তাঞ্চ ভক্তিমপি তং ভক্তপ্ৰিয়ং শ্ৰীহৰিং
ৱন্দে সন্তমৰ্থয়েঽনুদিৱসং নিত্যং শৰণ্যং ভজে ॥
—বিষ্ণুপুৰী সন্ন্যাসী, ভক্তি-ৰত্নাৱলী, কান্তি-মালা টীকা

২ ॥ যন্নামধেয়েন ভৱাব্ধিমঞ্জসা তৰ্যা সমুত্তীৰ্য নৰঃ পৰং পদং।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং সদা সদানন্দমুপাস্মহে হৃদি ॥
—শঙ্কৰদেৱ, ভক্তি-ৰত্নাকৰ, ১

---

পাঃ ১॥ মুক্তিত—মুক্তিতো।

## নমস্কাৰ

মৎস্য কূৰ্ম্ম নৰসিংহ বামন পৰশুৰাম
হলীৰাম বাৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহো প্ৰণাম॥ ৩

## উপদেশ

একান্ত ভকতসৱে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠক পৰিহৰি যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত॥ ৪
কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্তো হৰি
আতিশয় দূৰ হোন্ত তাৰ।
দূৰতো বিদূৰ হোন্ত তাৰ॥
অহঙ্কাৰ থাকন্তেও সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম যাৰ॥ ৫

---

৪॥ নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাং হৃদয়ে ন চ।
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ॥
—বৃহন্নাৰদীয় পুৰাণ, ১১.৪, নাৰদ-সংহিতা, ১.৭

৫॥ হৃদিস্থোঽপ্যতিদূৰস্থঃ কৰ্মবিক্ষিপ্তচেতসাম্।
আত্মশক্তিভিৰগ্ৰাহ্যোঽপ্যন্ত্যুপেতগুণাত্মনাম্॥
—ভাগৱত-পুৰাণ, ১০.৮৬.৪৭

যিটো জনে শুদ্ধভাৱে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।
হৰিৰ প্ৰসাদে সিটো বিঘ্নিৰ মুণ্ডত ভৰি
দিয়া হৰি-গুণ গায়া নাচে ॥ ৬

সকল নিগমে লতা তাৰ অবিনাশী ফল
কৃষ্ণ-নাম চৈতন্য-স্বৰূপ।
সুমধুৰ সুমঙ্গল শ্ৰদ্ধায়ে হেলায়ে লৈয়া
নৰ মাত্ৰ তৰে ভৱ-কূপ ॥ ৭

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন ॥ ৮

---

৬ ॥ তথা ন তে মাধৱ তাৱকাঃ ক্বচিৎ
ভ্ৰশ্যন্তি মাৰ্গাৎ ত্বয়ি বদ্ধ-সৌহৃদাঃ।
ত্বয়াভিগুপ্তা ৱিচৰন্তি নিৰ্ভয়া।
ৱিনায়কানীকপমূৰ্ধসু প্ৰভো ॥
—ভাগৱত-পুৰাণ ১০.২.৩৩

৭ ॥ মধুৰমধুৰমেতন্মঙ্গলং মঙ্গলানাং
সকলনিগমৱল্লীসৎফলং চিৎস্বৰূপং।
সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া ৱা
ভৃগুৱৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণনাম ॥
—প্ৰভাস-পুৰাণ

৮ ॥ অৱ্যক্তস্য কথং পূজা ৱ্যাপকে কিং ৱিসৰ্জনম্।
অমূৰ্তত্বাৎ কথং ধ্যানং নামমাত্ৰাৎ শুচিৰ্ভৱেৎ ॥

যিটোজনে কৃষ্ণ-কথা বিচাৰে সময়ে মনে
ধৈৰ্য্য ধৰি ক্ষণেক থাকয়।
যত তীৰ্থ স্নান দান দেৱ-পিতৃ-যজ্ঞ যাগ
যোগাদিৰো ফলক পাৱয়॥ ৯
যাৰ পুত্ৰসৱে ঐত হৰিত শৰণ লৈয়া
হৰি-গুণ গাৱে শুদ্ধভাৱে।
দধি দুগ্ধ ঘৃত মধু নদীৰ জলক পিয়া
পিতৃগণে তৃপিতিক পাৱে॥ ১০
সেহিসে সকলে শাস্ত্ৰ পঢ়িলে শুনিলে সিসি
অনুষ্ঠান সমস্তে কৰিল।
নিৰাশা ঈশ্বৰ কৃষ্ণ তাহাঙ্ক সমুখ ভৈল
আশাক যিজনে পিঠি দিল॥ ১১
অপৱিত্ৰ যিটো আতি পৱিত্ৰ হোৱেবা যদি
সমস্তে অৱস্থা আছা পায়া।

---

৯॥ স্নাতং তেন সমস্ততীৰ্থসলিলে দত্তা চ পৃথ্বী দ্বিজে
যজ্ঞানাঞ্চ হুতং সহস্ৰমযুতং দেৱাশ্চ সম্পূজিতাঃ।
সন্ত্যস্তেন সুতৰ্পিতাশ্চ পিতৰঃ স্বৰ্গঞ্চ নীতাঃ পুনঃ
যস্য ব্ৰহ্ম-ৱিচাৰণে ক্ষণমপি প্ৰাপ্নোতি ধৈৰ্যং মনঃ॥
১০॥ ৱিহায় সৰ্ব্বকৰ্মাণি যে কুৰ্ব্বন্তি হৰৌ ৰতিম্।
আস্ফোটয়ন্তি ৱল্গন্তি তেষাং পিতৃপিতামহাঃ॥
তুংকঃ আস্ফোটয়ন্তি পিতৰঃ প্ৰনৃত্যন্তি পিতামহাঃ।
ৱৈষ্ণৱোঽস্মৎকুলে জাতঃ সন্নঃ সন্তাৰয়িষ্যতি॥
১১॥ তেনাধীতং শ্ৰুতং তেন তেন সৰ্ব্বমনুষ্ঠিতং॥
যেনাশাং পৃষ্ঠতঃ কৃত্বা নৈৰাশ্যমৱলম্বিতম্॥

---

পাং ৯॥ ধৈৰ্য্য—( পুথি ) ধৌজ্ঞ।

কমললোচন যিটো　　　স্মৰে তাৰেসে শুদ্ধ
বাহিৰে-ভিতৰে হোৱে কায়া ॥ ১২
সেহিসে চতুৰ যিটো　　　পুণ্যৰ নিদান-ভূত
নাৰায়ণ-নামক উচ্চৰে।
অচতুৰ সিসি আতি　　　পাপৰ নিদান-ভূত
নামে অৰ্থবাদ যিটো কৰে ॥ ১৩
মহেশে বোলন্ত মোৰ　　　ৰকাৰাদি নাম শুনি
পৰম প্ৰসন্ন হোৱে মন।
শুনিয়ো পাৰ্ব্বতী মঞি　　　মনত শঙ্কঞো ৰঙ্গে
ৰাম বুলিবেক ইটো জন ॥ ১৪
কৰ্ণ-পথে ভকতৰ　　　হিয়াত প্ৰৱেশি হৰি
দুৰ্ব্বাসনা হৰা সমস্তয়।
জলৰ যতেক মল　　　যেহেন শৰত-কালে
স্বভাৱতে নিৰ্ম্মল কৰয় ॥ ১৫

---

১২ ॥ অপৱিত্ৰঃ পৱিত্ৰো ৱা সৰ্ব্বাৱস্থাং গতোঽপি ৱা।
যঃ স্মৰেৎ পুণ্ডৰীকাক্ষং স বাহ্যাভ্যন্তৰং শুচিঃ ॥
—ভৱিষ্য-পুৰাণ (?)

১৩ ॥ অহো হি লোকে চতুৰাচতুৰে দ্বে পুণ্যস্য পাপস্য নিদানভূতে।
উচ্চাৰণাদেৱ মুনীন্দ্ৰমুখ্যা নাৰায়ণশ্চেতি তথাৰ্থৱাদঃ ॥
—বৃহন্নাৰদীয়-পুৰাণ, ১.৬০

১৪ ॥ ৰকাৰাদীনি নামানি শৃণ্বতো মম পাৰ্ব্বতি।
মনঃ প্ৰসন্নতামেতি ৰামনামাভিশঙ্কয়া ॥

১৫ ॥ প্ৰৱিষ্টঃ কৰ্ণৰন্ধ্ৰেণ স্বানাং ভাৱসৰোৰুহম্।
ধুনোতি শমলং কৃষ্ণঃ সলিলস্য যথা শৰৎ ॥
—ভাগৱত-পুৰাণ, ২.৮.৫.

---

পা° ১৪ ॥ শঙ্কঞো—সঙ্কাএ।

হুয়া দেৱ দিগম্বৰ ভস্ম-বিভূষিত-অঙ্গ
শিৰত ধৰিছা জটা-ভাৰ।
মহেশে সেৱন্ত যাক হেন হৰি বিনে আন
কোন শ্ৰেষ্ঠ দেৱ আছে আৰ॥ ১৬

ব্ৰহ্মা আদি দেৱগণে নিচল সম্পত্তি মনে
লক্ষ্মীক সেৱন্ত তপ কৰি।
লক্ষ্মীও সেৱন্ত যাক হেন মহেশ্বৰ বিষ্ণু
আন কোন দেৱ তাঙ্ক সৰি॥ ১৭

সমস্ত-বেদান্ত-সাৰ মহাভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত-ৰস পাই।
পৰম সন্তোষে পান কৰিল যিজনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই॥ ১৮

মহাভাগৱত-ৰস মাধৱৰ নাম-যশ
আক পান কৰিল যিজনে।

---

১৬॥ যমুদ্দিশ্য সদা নাথো মহেশোঽপি দিগম্বৰঃ।
জটিলো ভস্মলিপ্তাঙ্গস্তপস্বী ৱীক্ষ্যতে জনৈঃ।
ততোঽধিকোঽস্তি কো দেৱো লক্ষ্মীকান্তমধুদ্বিষঃ॥
—পদ্ম-পুৰাণ, উত্তৰ-খণ্ড

১৭॥ ব্ৰহ্মাদয়ো বহুতিথং যদপাঙ্গমোক্ষকামাস্তপঃ সমাচৰন্ ভগৱৎপ্ৰপন্নাঃ।
সা শ্ৰীঃ স্বৱাসমৰৱিন্দৱনং ৱিহায় যৎপাদসৌৰভমমলং ভজতেঽনুৰক্তা॥

১৮॥ সৰ্ব্ৱেদান্তসাৰং হি শ্ৰীভাগৱতমিষ্যতে।
তদ্ৰসামৃততৃপ্তস্য নান্যত্ৰ স্যাদ্ৰতিঃ কচিৎ॥
—ভাগৱত-পুৰাণ, ১২.১৩.১৫

---

পা° ১৭॥ নিচল—নিশ্চল।

কৃষ্ণৰ চৰণে চিত্ত  দিয়া মোক্ষ-আদি ৰসে
ৰতি আৰ নকৰয় মনে ॥ ১৯

কৃষ্ণৰ নামক সদা  কীৰ্ত্তন কৰয় যিটো
মনে দৃঢ় কৰিয়া নিশ্চয়।
নিষ্কাম হোক বা যদি  সকাম হোৱয় তাক
কদাচিতো কলি নবাধয় ॥ ২০

চাণ্ডাল পৰ্য্যন্ত কৰি  জগতৰ উপকাৰী
নাহি নাম-গুণ বিনে আন।
সেহিসে কাৰণে হৰি  নিজ-যশ-প্ৰিয় ভৈল
ভগৱন্ত ভকতৰ প্ৰাণ ॥ ২১

যিহেতু চৈতন্য-পূৰ্ণ  পৰমাত্মা-ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ  ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি ॥ ২২

---

১৯॥ ভক্তিং লব্ধৱতঃ সাধো কিমন্যদৱশিষ্যতে।
পীত্বা পীযূষমমৃতং পাতব্যং নাৱশিষ্যতে॥

২০॥ অহো বাঢ়ং হৰের্নাম কীৰ্ত্তয়ন্তি চ যে নৰাঃ।
নিষ্কামো ৱা সকামো ৱা ন কলিৰ্বাধতে ক্বচিৎ॥
—বৃহন্নাৰদীয়-পুৰাণ, ৩৮.৯৯

ৰাম-কৃষ্ণ-হৰি-নাম সৰ্ব্ব-ধৰ্ম্ম-অনুপাম
সকল নিগম-তত্ত্ব-সাৰ
যাত পৰে ধৰ্ম্ম নাহি আৰ।
হেন নাম নুসুমৰি কমন ভাৰসা কৰি
ৰৈয়া আছা ভৱ তৰিবাৰ ॥ ২৩

বিষ্ণু-পাদোদক গঙ্গা মহেশে সহিতে ইটো
জগতকে পৱিত্ৰ কৰয়।
হেন কৃষ্ণ বিনে কোন ভগৱন্ত হেন ইটো
শবদৰ স্বৰূপ আছয় ॥ ২৪

পুণ্য-অৰণ্যৰ মাজে মাধৱৰ নাম-সিংহ
প্ৰকাশ কৰয় আতি বড়ে।
যাৰ ধ্বনি শুনি ভয়ে মহাপাপ-হস্তীচয়
পলায় আতি ত্ৰাসত লৱড়ে ॥ ২৫

আপুনি আপুন বন্ধু আপুনি আপুন শত্ৰু
আপুনি আপুন ৰাখে মাৰে।

২৪॥ তথাপি যৎপাদনখাৱসৃষ্টং জগদ্বিৰিঞ্চোপহৃতাৰ্হণাম্ভঃ।
সেশং পুনাত্যন্যতমো মুকুন্দাৎ কো নাম লোকে ভগৱৎপদাৰ্থঃ॥
—ভাগৱত-পুৰাণ, ১.১৮.২১

২৫॥ পুণ্যাৰণ্যে নৃসিংহৈকনামসিংহো ৱিৰাজতে।
যন্নাদতঃ পলায়ন্তে মহাকল্মষকুঞ্জৰাঃ॥

হৰিক নভজি নৰে আপুনি হোৱয় নষ্ট
হৰি ভজি আপুনাক তাৰে ॥ ২৬

দুৰ্ল্লভ মনুষ্য-তনু লভিয়া পশুৰ যোগ্য
বিষয়ৰ আশা পৰিহৰা।
সন্তৰ সঙ্গত বসি সুখে হৰি-গুণ গায়া
সন্তোষ-অমৃত পান কৰা ॥ ২৭

হৰি-নাম-কীৰ্ত্তনত নাহি কাল দেশ পাত্ৰ
নিয়ম সংযম একো বিধি।
হৰিত শৰণ লৈয়া কেৱলে হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে সিদ্ধি ॥ ২৮

---

২৬ ॥ আত্মৈৱ হ্যাত্মনো বন্ধুৰাত্মৈৰ ৰিপুৰাত্মনঃ।
হন্তি ৰক্ষতি চৈৱাত্মা হ্যসৎসাধুসমাগমে ॥
তুং কং আত্মৈৱ হ্যাত্মনো বন্ধুৰাত্মৈৱ ৰিপুৰাত্মনঃ।
—ভগৱদ্গীতা, ৬.৫

২৭ ॥ লব্ধ্বা সুদুৰ্ল্লভমিদং বহুসম্ভৱান্তে মানুষ্যমৰ্থদমনিত্যমুখম্ ৱিহায়।
গায়ন্ গুণান্ সুৰৰিপোঃ কিল সাধুসঙ্গে সন্তোষসীধুমধুনা পিৱ সাদৰেণ ॥

২৮ ॥ ন কালনিয়মঃ কশ্চিন্ন দেশনিয়মস্তথা।
নাশৌচাদৌ নিৱৃত্তিঃ স্যাৎ শ্ৰীহৰেৰ্নাম্নি লুব্ধক ॥
তুং কং ন দেশনিয়মো নৈৱ নিয়মঃ কালসংখ্যয়োঃ।
নোৎসৃষ্টাদৌ নিষেধোঽস্তি হৰেৰ্নামানি লুব্ধক ॥
—বিষ্ণুৰহস্য (ভক্তি-ৱিৱেক, ৩৩১)
ন দেশকালনিয়মো ন শৌচাশৌচনিৰ্ণয়ঃ।
পৰং সংকীৰ্ত্তনাদেৱ ৰামনামেতি মুচ্যতে ॥
—স্কন্দ-পুৰাণ (ভক্তি-ৱিৱেক, ৩৩৩)

---

পাং ২৭ ॥ সন্তোষ-অমৃত—সন্তোষে অমৃত।
২৮ ॥ সিদ্ধি—সুধি।

বিষয়-সম্বন্ধ-সুখ সমস্তে যোনিতে পায়
হৰি-সেৱা একো থানে নাই।
হৰিৰ সেৱাৰ যোগ্য কেৱলে মনুষ্য-তনু
জানি ফুৰা হৰি-গুণ গাই॥ ২৯
মৃত্যুৰ মুখত পৰি আছে যিটো সিটো নৰে
হৰি-গুণ-কীৰ্ত্তন নকৰে।
মৃত্যু তৰিবাৰ জানা নাহিকে উপায় আন
হৰি-নাম-কীৰ্ত্তনত পৰে॥ ৩০
মৃত্যু তৰিবাৰ যত আছয় উপায় আন
বিঘিনি-দূষিত নিৰন্তৰে।
বিঘিনি-ৰহিত যত মাধৱৰ গুণ-কৰ্ম্ম
কীৰ্ত্তন কৰন্তে সুখে তৰে॥ ৩১
লুব্ধ-মতি মনুষ্যৰ হৰি-কীৰ্ত্তনত পৰ
নাহিকে ৰহস্য-বিত্ত আৰ।
আন আশা পৰিহৰি মাধৱক মনে ধৰি
হৰিৰ কীৰ্ত্তন কৰা সাৰ॥ ৩২

---

২৯॥ যোন্যন্তৰেঽপি ভোগাদিসম্পাদনং শক্যং।
জ্ঞানাৰ্থং তত্ৰৈৱ যতিতব্যমিত্যাহ॥
৩০॥ মৃত্যোৰ্মুখে সম্পতিতো মনুষ্যো লীলাং হৰেৰ্গায়তি নো কথং ৱৈ।
নহ্যস্ত্যপায়োঽন্যতৰঃ প্ৰতৰ্তুং মৃত্যুং হৰেঃ কীৰ্তনমন্তৰেণ॥
৩১॥ সন্ত্যুপায়া বহৱঃ সৰ্ৱে তে ৱিঘ্নদূষিতাঃ
কেৱলং ৱিঘ্নৰহিতং শ্ৰীহৰেৰ্নামকীৰ্তনম্॥
৩২॥ গুপ্তৱিত্তং হৰেৰ্নাম লুব্ধবুদ্ধেৰ্ন চাপৰম্
অন্যাশাং ত্যজ কৃষ্ণস্য কীৰ্তনং কুৰু তত্ত্বতঃ॥
( অতোঽন্যাশাং পৰিত্যজ্য কুৰু শ্ৰীহৰিসংকীৰ্তনম্॥ )

শুনা পৰমাৰ্থ-তত্ত্ব শ্ৰীমন্ত-শঙ্কৰ-মত
ধৰিয়োক সজ্জনসকল।
হৰিৰ কীৰ্ত্তন কৰি সুখে সংসাৰক তৰি
পাইবা ভক্তি পৰম নিৰ্ম্মল॥ ৩৩

শুনা সভাসদচয় নেৰিবা শাস্ত্ৰৰ নয়
হৰি-গুণ ভাগৱত-সাৰ।
সাধু-সঙ্গ অনুসৰা শ্ৰৱণ-কীৰ্ত্তন কৰা
পৰিহৰা পাষণ্ড-আচাৰ॥ ৩৪

বৈৰাগ্যত পৰে ভাগ্য নাহি প্ৰবোধত পৰে
সুখ আৰ নাহি পুৰুষৰ।
হৰি বিনে পৰিত্ৰাণ- কৰ্ত্তা আৰ নাহি জানা
ৰিপু নাহি সংসাৰত পৰ॥ ৩৫

লক্ষ্মীপতি ভগৱন্ত যাহাৰ প্ৰসন্ন ভৈলা
তাহাৰ দুৰ্ল্লভ কিছু নাই।
নাৰায়ণ-পৰ ভৈলে তথাপি কিঞ্চিতো আন
নবাঞ্ছয় সেৱা-সুখ পাই॥ ৩৬

---

৩৫॥ ন বৈৰাগ্যাৎ পৰং ভাগ্যং ন প্ৰবোধাৎ পৰং সুখং।
ন হৰেঃ পৰতস্ত্ৰাতা ন সংসাৰাৎ পৰো ৰিপুঃ॥

৩৬॥ কিমলভ্যং ভগৱতি প্ৰসন্নে শ্ৰীনিকেতনে।
তথাপি তৎপৰা ৰাজন্ ন হি ৱাঞ্ছন্তি কিঞ্চন॥

কৃষ্ণৰ হৃদয় চাৰু লক্ষ্মীৰ নিৱাস-থান
মুখ নয়নৰ পান-পাত্র।
দিগপাল সমস্তৰ আশ্রয় কৃষ্ণৰ বাহু
ভকতৰ পাদ-পদ্ম মাত্র ॥ ৩৭

পৰম ঈশ্বৰ দেৱ কৃষ্ণক নপাৱে লাগ
তপ জপ যাগ যোগ দানে।
একান্ত ভক্তৰ পদ- ৰেণু শুদ্ধ-চিত্তে মাথে
অভিষেক নকৰয় মানে ॥ ৩৮

গ্রাম্য-কথা-বিনাশন উত্তম শ্লোকৰ গুণ
প্রসৱয় সাধুৰ সঙ্গত।
তাক অনুদিন যিটো সেৱে তাৰ সতী মতি
হোৱে বাসুদেৱ-চৰণত ॥ ৩৯

সেহিসে দিনক ভাই দুৰ্দ্দিন বুলিয়া মানি
মেঘাচ্ছন্ন নোহয় দুৰ্দ্দিন।

---

৩৭ ॥ শ্রিয়ো নিৱাসো যস্যোৰঃ পানপাত্রং মুখং দৃশাং।
বাহৱো লোকপালানাং সাৰঙ্গানাং পদাম্বুজম্ ॥
—ভাগৱত-পুৰাণ, ১.১১.২৬

৩৮ ॥ ৰহূগণৈতত্তপসা ন যাতি ন চেজ্যয়া নিৰ্পণাদ্গৃহাদ্বা।
ন ছন্দসা নৈৱ জলাগ্নিসূৰ্য্যৈৰ্ৱিনা মহৎপাদৰজোঽভিষেকম্;
—ভাগৱত-পুৰাণ, ৫. ১২.১২

৩৯ ॥ যত্রোত্তমশ্লোকগুণানুৱাদঃ প্রস্তূয়তে গ্রাম্যকথাৱিঘাতঃ।
নিষেৱ্যমাণোঽনুদিনং মুমুক্ষোৰ্মতীং সতীং যচ্ছতি ৱাসুদেৱে ॥
—ভাগৱত-পুৰাণ, ৫.১২.১৩

---

পা° ৩৯ ॥ গুণ—অৰ্থ। সতী—গতি।
৪০ ॥ মেঘাচ্ছন্ন—মেঘচৰ্ন। বুলিয়া—বুলিয়।

হৰি-কথা-অমৃতৰ সম্যক-আলাপ-ৰসে
যিটোদিন হোৱয় বিহীন ॥ ৪০

আত্মা-ঈশ্বৰক লাগ প্ৰত্যেকে সততে পাই
নপাই জানা তাঙ্ক অবিদ্যাত।
অবিদ্যা নশিলে লাগ কৃষ্ণক পাৱয় যেন
কণ্ঠ-লগ্ন বস্তুক সাক্ষাত ॥ ৪১

## নিন্দা

নাৰায়ণ হেন ইটো শবদ আছয়ে মুখে
বশৱৰ্ত্তী বচন আছয়।
তথাপি অদ্ভুত কিনো ঘোৰ নৰকত মজি
মল-মতি মনুষ্য মৰয় ॥ ৪২

---

৪০ ॥ তদ্দিনং দুৰ্দিনং মন্যে মেঘাচ্ছনং ন দুৰ্দিনং।
যদ্দিনং হৰিসংলাপকথাপীয়ূষৱৰ্জিতম্ ॥

৪১ ॥ আত্মানং সততং প্ৰাপ্তং হ্যপ্ৰাপ্তৱদৱিদ্যয়া।
তন্নাশে সত্যৱদ্ভাতি স্বকণ্ঠাভৰণং যথা ॥

৪২ ॥ নাৰায়ণেতি শব্দোঽস্তি ৱাগস্তি ৱশৱৰ্তিনী।
তথাপি নৰকে ঘোৰে পতন্তীতি কিমদ্ভুতম্ ॥
—পাণ্ডৱী-গীতা

তুং°ক° তিষ্ঠন্তি মম নামানি তিষ্ঠন্তি ৱদনানি চ।
তথাপি নৰকে ঘোৰে পতন্তি ৱালিশাঃ সখে ॥
—বৈষ্ণৱামৃতসংহৰি, ৮৩

---

পা° ৪১ ॥ কণ্ঠ-লগ্ন—কণ্ঠেলগ্ন।

তর্ক-শাস্ত্র মহাব্যাঘ্রী তাহান নিপুণ পতি
তাৰ শিষ্য ভৈল পুত্র-প্রায়।
সংসাৰ বনত পশি পতি-পুত্র সমন্বিতে
উপনিষৎ-ধেনু ধৰি খায় ॥ ৪৩

সর্ব্ব-শ্রুতি-শিৰোৰত্ন ভাগৱত-বন-মাজে
হৰি-নাম-সিংহ প্ৰকাশয়।
তাৰ মহাধ্বনি শুনি নিজ পৰিয়াৰ সমে
তর্কব্যাঘ্রী পলায় হুয়া ভয় ॥ ৪৪

স্মৰহু গোৱিন্দ মূঢ় বোলহু গোৱিন্দ মূঢ়
ভজহু গোৱিন্দ সর্ব্বক্ষণে।
মৰণ সন্নিতে পাইলে গোৱিন্দেসে ৰাখিবন্ত
নৰাখিবে 'ডুকৃঞ করণে' ॥ ৪৫

---

৪৩ ॥ তর্কশাস্ত্রং মহাৱ্যাঘ্রী পতিস্তত্র ৱিশাৰদঃ।
তচ্ছিষ্যাস্তৎসুতপ্রায়ো ভক্ষকোপনিষদ্গৱাম্ ॥

৪৪ ॥ সৰ্ব্ব শ্রুতিশিৰোৰত্নভাগৱতাৰণ্যে
হৰিনামসিংহো ৱিৰাজতেঽধ্বনি।
তৎশব্দং শ্রুত্বা সনিজপতিপুত্রা
তর্কৱ্যাঘ্রী তূর্ণং ত্রাসাদ্দ্ৰৱতি ॥
শ্রীভাগৱতাটৱ্যাং ৰাজতে নামকেশৰী।
ভীতা দ্রৱতি যন্নাদাৎ তর্কৱ্যাঘ্রী সগোষ্ঠিভিঃ ॥

৪৫ ॥ স্মৰ গোৱিন্দং ৱদ গোৱিন্দং গোৱিন্দং ভজ মূঢ়মতে।
প্রাপ্তে সন্নিহিতে মৰণে ন হি ন হি ৰক্ষতি ডুকৃঞ্করণে ॥

---

পা° ৪৪ ॥ সর্ব্ব-শ্রুতি—সৰস্বতী।
৪৫ ॥ সন্নিতে—সনিতে। ডুকৃঞ—ডুকৃন।

ঈশ্বৰ কৃষ্ণক যিটো　　অন্য দেৱতাৰ সম
বোলয় অধম মূঢ়-মতি।
চৌৰাশী নৰক ভুঞ্জি　　পাপৰ যোনিত সিটো
অৱশ্যে হুইবেক উতপত্তি ॥ ৪৬

মায়া আদি কৰি যত　　সমস্তে জগতে জড়
কৃষ্ণেসে চৈতন্য আত্মা শুদ্ধ।
চৈতন্য কৃষ্ণক এড়ি　　জড়ক ভজিয়া মৰে
কিনো লোক অধম মুগুধ ॥ ৪৭

তপ জপ তীৰ্থ ব্ৰত　　যাগ যোগ যজ্ঞ দান
কাকো নুসুমৰে মৃত্যু-বেলা।
মৰন্তাজনক বেঢ়ি　　বোলে সৱে ৰাম বোলা
হেন নাম এতিখণে হেলা ॥ ৪৮

---

৪৬ ॥ অন্যদেৱসমং ৱিষ্ণুং যে ৱদন্ত্যল্পমেধসঃ।
ভেষাং ৱৈ নিৰয়ে ৱাসঃ পাপযোনিষু চোত্তৰঃ ॥

৪৭ ॥ মায়াদয়ো জড়াঃ সৰ্ব্বে কৃষ্ণস্তু শুদ্ধচিদ্‌ঘনঃ।
জড়ং ভজন্তি তং ত্যক্ত্বা অহো মূঢ়া ৱ্ৰজন্ত্যধঃ ॥

মায়াদয়ো জড়াঃ সৰ্ব্বে কৃষ্ণস্তু শুদ্ধচিন্ময়ঃ।
তমনাদৃত্য মূঢ়াত্মা কিমৰ্থং ভজতে জড়ান্ ॥

৪৮ ॥ যাগযোগযজ্ঞদানতপোজপতীৰ্থৱ্ৰতান্যন্তগমে ন স্মৰন্তি। সৰ্ব্বে ম্ৰিয়মাণং জনং মধ্যং কৃত্বা ৰাম উচ্চৈৰুচ্যতাং তস্য হেলা ন কৰ্ত্তব্যা ॥

তপোযোগাদিকং কৰ্ম ন স্মৰেদন্তনিৰ্গমে।
ম্ৰিয়মাণমাৱৃত্যোচ্চৈৰ দ ৰামমনন্যধীঃ ॥

---

পা° ৪৬ ॥ হুইবেক—হৱেক।

পৰলোক-সময়ৰ বান্ধৱ হৰিৰ নাম
সৱ এড়ি যিহেতু স্মৰে।
এতিখণে কি কাৰণে হেনয় হৰিৰ নাম
মল-মতি নৰে সুস্মৰে ॥ ৪৯

দুৰ্ঘোৰ সংসাৰ ইটো ব্যাধিৰ ঔষধ মহা
তেজি হৰি-নামক সম্প্ৰতি।
কমন উপায়ে আন পণ্ডিতসকলে আৰে
লভিবেক আপুন মুকুতি ॥ ৫০

লভিয়া মনুষ্য-তনু যিসৱ পণ্ডিত নৰে
নসাধিলে গতি আপুনাৰ।
কোটি জনমক লাগি সংসাৰ-সাগৰে মজি
ফুৰিবেক ভুঞ্জিয়া নিকাৰ ॥ ৫১

---

৪৯ ॥ সৰ্ব্বং ত্যক্ত্বা প্ৰাণবোধে বন্ধুৰ্হৰিনাম স্মৰেৎ।
তন্নাম কলুষীকৃত্য কিন্নু স্মৰন্তি সৰ্ব্বদা ॥
প্ৰেত্যানাং পৰমো বন্ধুৰ্হৰেৰ্নামৈৱ কেৱলং।
তদাত্ৰ কলুষীকৃত্য তন্নাম ন স্মৰেৎ কথম্ ॥

৫০ ॥ অপহায় হৰেৰ্নাম ঘোৰসংসাৰভেষজম্।
আত্মনো লভতে মুক্তিং কেনোপায়েন পণ্ডিতঃ ॥

৫১ ॥ যো বুধো মানুষং দেহং লব্ধ্বা ন সাধয়েদ্গতিং।
স জন্মকোটিং সংসাৰে মজ্জন্ ভোক্ষ্যতে যাতনাম্ ॥
পণ্ডিতঃ মানুষং লব্ধ্বা ন গতিং সাধয়েন্নৰঃ।
দুঃখং ভুঙ্‌ক্ত্বা জন্মকোটিং সংসাৰে মজ্জতি পুনঃ ॥

---

পা° ৪৯ ॥ যিহেতু—আহেতু।
৫০ ॥ আপুন—আপুনি।

গোবিন্দক নবাধিয়া কোন কালে কদাচিত
স্থখী হুয়া আছে কোনজন।
হেন শিক্ষা মনে ধৰি ডাউকে বোলয় সদা
'কোবা কোবা' কুবাক্য-বচন ॥ ৫২

শঙ্কবেসে শুদ্ধমত ঈশ্বৰ-ভক্তিৰ তত্ত্ব
প্ৰচাৰিলা শাস্ত্ৰ-সাৰ জানি।
তাহাঙ্ক নজানি মূঢ়ে জীৱিকাৰ অৰ্থে ফুৰে
আপুনাৰ মহত্ত্ব বখানি ॥ ৫৩

শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি
প্ৰচাৰিলা কৃষ্ণৰ ভকতি।
তাঙ্ক এৰি কি কাৰণে আনক বোলয় গুৰু
কিনো লোক মহামূঢ়-মতি ॥ ৫৪

---

৫২ ॥ অনাবাধিতে গোৱিন্দে কো ৱা কুত্ৰ সুখী ভৱেৎ।
এৱম্বদতি চ দাত্যূহঃ কো ৱা কো ৱা ক ৱা ক ৱা ॥
৫৩ ॥ কেশৱান্ন পৰো দেৱো ন নাম্নঃ ধৰ্ম্ম উত্তমঃ।
শঙ্কৰান্ন পৰো গুৰুৰ্ন ভক্তিঃ সজ্জনাদ্বিনা ॥
—আচাৰ্য্য-সংহতি, ৩৬
শঙ্কৰান্ন পৰো গুৰুঃ ন ভজনাৎ পৰো বন্ধু ইতি চ পাঠঃ ॥
৫৪ ॥ তস্যোপদেশমাশ্ৰিত্য বহৱো মনুজাস্তদা।
ভৱবন্ধৱিনিৰ্ম্মুক্তা যাস্যন্তি কেশৱালয়ম্ ॥
—আচাৰ্য্য-সংহতি, ৩৭

---

পা° ৫২ ॥ কোবা কোবা—কোবা কুবা, কুবা কুবা।

নজানে শাস্ত্রৰ নয় যেন আসে তাকে কয়
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰয় লোকৰ মাজে
মান্য-সতকাৰ খুজি লয়॥ ৫৫

বচনে কেৱলে মাত্র হৰিত শৰণ লয়
চিত্তে আন দেৱক ভজয়।
জানিবাহা কদাচিতো সিদ্ধি সিটো নলভয়
হৰি তাৰ সন্তোষ নোহয়॥ ৫৬

আগম নিগম তর্ক পুৰাণ ভাৰত যত
ইতিহাস তন্ত্র-মন্ত্রচয়।
হে হৰি তোমাতেসে খেলায়ে কেৱলে বাদ
তোহ্মাৰ তত্ত্বক নজানয়॥ ৫৭

ঐশ্বর্য্য ভোগৰ মদে মত্ত হুয়া ঈশ্বৰত
পৰাঙ্মুখ ভৈলা যিটোজন।

---

৫৬॥ ৱাচা ৱদেন্দ্ধৰেৰ্নাম চেতোঽন্যদেৱতাং ভজেৎ।
ন স সিদ্ধিমৱাপ্নোতি তস্য তুষ্যতি ন হৰিঃ॥

৫৭॥ ত্বাং বহুধা ৱৰ্ণয়ন্তি, তত্ত্বন্তু কেঽপি ন জানন্তীত্যাহ—
ত্বাং ব্ৰহ্ম কেচিদৱয়ন্ত্যত ধৰ্মমেকে
একে পৰং সদসতোঃ পুৰুষং পৰেশম্।
অন্যে ৱদন্তি নৱশক্তিযুতং পৰং ত্বাং
কেচিন্মহাপুৰুষমৱ্যয়মাত্মতত্ত্বম্॥

---

পাং ৫৬॥ সিদ্ধি—সিধি।

যেন জীৰ্ণ গাই সিটো　　　দুৰ্ঘোৰ সংসাৰ-মহা-
পঙ্কে পৰি হোৱয় মগন ॥ ৫৮
হৰি-নাম ধ্বজ কৰি　　　বেদ-পথ পৰিহৰি
ফুৰে আতি পাষণ্ডসকল।
ইহ-পৰলোকে ভ্ৰষ্ট　　　হুয়া পেট পুষি মাত্ৰ
ফুৰে আতি পৰম নিষ্খল ॥ ৫৯

## প্ৰাৰ্থনা

তুমি চিত্ত-বৃত্তি মোৰ　　　প্ৰৱৰ্ত্তক নাৰায়ণ
তুমি নাথ মঞি নাথৱন্ত।
চৰণ-ছত্ৰৰ ছায়া　　　দিয়া দূৰ কৰা মায়া
কৰা দায়া মোক ভগৱন্ত ॥ ৬০
তুমি মোৰ অন্তৰ্য্যামী　　　তযু ভৃত্য ভৈলো আমি
জানি কৃপা কৰা হৃষীকেশ।
দান্তে তৃণ তুলি লঞোঁ　　　যিমতে সেৱাত ৰঞোঁ
দিয়ো মোক সেহি উপদেশ ॥ ৬১

---

৫৮ ॥ ভোগৈশ্বৰ্যমদোন্মত্তস্তত্ত্বজ্ঞানপৰাঙ্মুখঃ
সংসাৰাখ্যে মহাপঙ্কে জীৰ্ণা গৌৰিৱ মজ্জতি ॥
৫৯ ॥ হৰেৰ্নাম ধ্বজীকৃত্য ত্যক্ত্বা বৈ ৱেদপদ্ধতিং।
শিশ্নোদৰপৰো ভ্ৰষ্টঃ স ইহামুত্ৰ নংক্ষ্যতি ॥

---

পা° ৫৯ ॥ আতি—কতো।
৬০ ॥ চিত্ত-বৃত্তি—চিত্ত-বিত্ত।
৬০-৬৩ ॥—( ১৩৯ ঘোষাৰ পিচত আছে। )

তুমি ভক্ত-কল্পতৰু বাহিৰে ভিতৰে গুৰু
তুমি বিনে নাহি মোৰ আৰ।
কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি
দিয়ো মোক সেৱা-ৰস-সাৰ ॥ ৬২

তুমি হৰি কৃপাময় বাহিৰত গুৰু-ৰূপে
অনুগ্ৰহ কৰি আছা মোক।
অন্তৰ্যামী গুৰু ৰূপে তাকে সত্য কৰা মোৰ
তযু নামে সদা ৰতি হৌক ॥ ৬৩

হে ভগৱন্ত গুৰু তযু পদে মন মোৰ
যিকালত থিতিক লভয়।
তোম্মাৰ কৃপাত তেৱে সমস্তে সাধন-শ্ৰম
এৰাই সুখী হুইবোহো নিশ্চয় ॥ ৬৪

হে প্ৰভু নৰহৰি তোম্মাৰ চৰণ দুই
প্ৰেমভাৱে স্মৰণ-দুৰ্লভ।
যথাকথঞ্চিত-ৰূপে অহৰ্নিশে প্ৰভু মোৰ
সুমৰণ হুয়োক সুলভ ॥ ৬৫

---

৬৪ ॥ যদা পৰানন্দগুৰো ভৱৎপদে পদং মনো মে ভগৱঁল্লভেত ।
তদা নিৰস্তাখিলসাধনশ্ৰমঃ শ্ৰয়েয় সৌখ্যং ভৱতঃ কৃপাতঃ ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.৩৩

৬৫ ॥ চৰণস্মৰণং প্ৰেম্ণা তৱ দেৱ সুদুৰ্লভম্ ।
যথা কথঞ্চিন্নৃহৰে মম ভূয়াদহৰ্নিশম্ ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.২৩

---

পা° ৬২ ॥ ভক্ত—হৰি।

হে প্ৰাণ-বন্ধু কৃষ্ণ　　কৃপাৰ সাগৰ হৰি
কৃপা-দৃষ্টি চাহিয়োক মোক।
সহজ বাসনা-ৰূপ　　শৰণ দিয়োক নাথ
মোৰ অহঙ্কাৰ দূৰ হোক॥ ৬৬
নমো ৰাম কৃষ্ণ হৰি　　নাৰায়ণ নিৰঞ্জন
নমো দেৱ দৈৱকী-দায়াদ।
পৰম অনাথ আমি　　তোমাৰ চৰণে নমি
মাগো প্ৰভু ভকতি-প্ৰসাদ॥ ৬৭
ব্ৰহ্মা হৰ পুৰন্দৰ　　আদি দেৱ নিৰন্তৰ
যাত সদা পশয় শৰণে
আৰ আন নাহি ত্ৰিভুৱনে।
ভকতজনৰ বন্ধু　　তুমিসে করুণা-সিন্ধু
মোৰ গতি তোমাৰ চৰণে॥ ৬৮
মায়াৰ নিগ্ৰহে মঞি　　পৰম আতুৰ ভৈলো
প্ৰাণ যদুপতি জীৱন যদুপতি।
অনাথৰ নাথ হৰি　　তুমি কৃপাময় বিনে
মোৰ আৰ নাহি আন গতি॥ ৬৯
হে প্ৰভু ভগৱন্ত　　ইটো সংসাৰত যত
আছে পাপী তাৰ আমি সীমা।
চৰণে থাপিয়ো মোক　　পতিত-পাৱন নিজ
দেখা কোন নামৰ মহিমা॥ ৭০

'পা°　৬৬॥　সহজ বাসনা-ৰূপ—সহজে বাসনা-ৰূপ।

তোমাত বিমুখ হৰি হৈবাৰ দেখিয়া মায়া
মোৰ মতি কৰিলে মোহিত।
এৱে হৰি তযু পদে সেৱাতে যিমতে ৰহো
হেন কৃপা কৰিবে উচিত ॥ ৭১

নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াক নিৰ্য্যাণ।
আপুনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ ॥ ৭২

তোমাৰ মায়ায়ে হৰি কপট গুণক ধৰি
মুহিয়াছে আমাক সমূলি।
গুচায়োক মায়া স্বামী তোমাৰ চৰণে আমি
ভজিলোহো জয় জয় বুলি ॥ ৭৩

মঞি অনাথক দায়া কৰহু পৰমানন্দ
দাস বুলি ধৰিয়ো মনত
থৈয়ো নিজ ভৃত্যৰ সঙ্গত।
আঙ্গুলি মুখত কৰো দান্তে তৃণ তুলি ধৰো
কেশ ছিণ্ডি দেঞো চৰণত ॥ ৭৪

---

৭৩॥ জয় জয়াজিত জহ্যগজঙ্গমাকৃতিমজামুপনীতমৃষাগুণাম্।
ন হি ভৱন্তমৃতে প্ৰভৱন্ত্যমী নিগমগীতগুণাৰ্ণৱতা তৱ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.১৪

অপৰাধ-বিনাশন  তযু নাম নাৰায়ণ
জানি নামে পশিলো শৰণে
আন গতি নাহিকে মৰণে।
অপৰাধ ক্ষমা কৰি  তুমি দায়াশীল হৰি
মোক ৰক্ষা কৰিয়ো চৰণে ॥ ৭৫

হে কৃষ্ণ হে বাসুদেৱ  দৈৱকী-নন্দন হৰি
নমো নন্দ গোপৰ কুমাৰ।
কৃপাময় শ্ৰীগোৱিন্দ  তযু পদ-অৰৱিন্দ
কৰো মই লক্ষ নমস্কাৰ ॥ ৭৬

পদ্ম সম নাভি যাৰ  প্ৰণামোহো বাৰম্বাৰ
নমো দিব্য পদ্ম-মালা-ধাৰী।
নমো পদ্ম-সম-নেত্ৰ  পদ যাৰ শতপত্ৰ
নমো ভকতৰ ভয়-হাৰী ॥ ৭৭

---

৭৬ ॥ কৃষ্ণায় ৱাসুদেৱায় দেৱকীনন্দনায় চ।
নন্দগোপকুমাৰায় গোৱিন্দায় নমো নমঃ ॥
—ভাগৱত-পুৰাণ, ১.৮.২১

৭৭ ॥ নমঃ পঙ্কজনাভায় নমঃ পঙ্কজমালিনে।
নমঃ পঙ্কজনেত্ৰায় নমস্তে পঙ্কজাঙ্ঘ্ৰয়ে ॥
—ভাগৱত-পুৰাণ, ১.৮.২২

---

পা° ৭৬-৮২ ॥—( ১৩৯ ঘোষাৰ পিছত ৬০-৬৩ ঘোষা, তাৰ পিছতহে এই কেইটি ঘোষা। )

বসুদেৱ-সুত কৃষ্ণ তুমি ভকতৰ ইষ্ট
কংস-চাণূৰাদি-বিমৰ্দ্দন।
দৈৱকী-হৃদয়ানন্দ জগতৰ গুৰু কৃষ্ণ
তযু পাৱে কৰোহো বন্দন॥ ৭৮

মোৰ সম পাপী লোক নাহিকে ই তিনি লোক
তুমি সম নাহি পাপ-হাৰী।
ই জানি গোৱিন্দ মোক যেন যুৱাই কৰিয়োক
তুৱা পদে কৰোহো গোহাৰি॥ ৭৯

সহস্ৰ সহস্ৰ আতি অপৰাধ দিনে ৰাতি
কৰো মই মহামূঢ়জন।
আমি প্ৰভু তযু দাস আকে মানি জগবাস
ক্ষমিয়োক শ্ৰীমধুসূদন॥ ৮০

ধৰ্ম্মক জানোহো মঞি তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মতো নিবৃত্তি নোহয়।

---

৭৮॥ ৱসুদেৱসুতং কৃষ্ণং কংসচাণূৰমৰ্দনং
দেৱকীহৃদয়ানন্দং কৃষ্ণং ৱন্দে জগদ্‌গুৰুম্॥
—গীতা-মাহাত্ম্য (?)

৭৯॥ মৎসমঃ পাতকী নাস্তি ত্বৎসমো নাস্তি পাপহা।
ইতি ৱিজ্ঞায় গোৱিন্দ যথাযোগ্যং তথা কুৰু॥

৮০॥ অপৰাধসহস্ৰাণি ক্ৰিয়ন্তেঽহৰ্নিশং ময়া।
দাসোঽয়মিতি মাং মত্বা ক্ষমস্ব মধুসূদন॥

হৃদি-স্থিত হুয়া তুমি　　যেন কৰাবাহা স্বামী
হৃষীকেশ কৰিবো তেনয় ॥ ৮১

নজানোহো আৱাহন　　নজানোহো বিসৰ্জ্জন
পূজা মন্ত্ৰ নজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ　　দাস ভৈলো চৰণৰ
মোৰ গতি সাধিবে উচিত ॥ ৮২

## অনুনাথনা

তোম্মাৰেসে অবিদ্যায়ে　　আম্মাক মুহিলে হৰি
নজানোহো তোম্মাৰ তত্ত্বক।
তোম্মাৰ চৰণে হৰি　　শৰণ পশিয়া সাৰ
কৰিলোহো তোম্মাৰ নামক ॥ ৮৩

---

৮১ ॥ জানামি ধৰ্মং ন চ মে প্ৰৱৃত্তি-
জানাম্যধৰ্মং ন চ মে নিৱৃত্তিঃ।
ত্বয়া হৃষীকেশ হৃদিস্থিতেন
যথা নিযুক্তোঽস্মি তথা কৰোমি ॥
—পাণ্ডৱী-গীতা

৮২ ॥ আৱাহনং ন জানামি ন জানামি ৱিসৰ্জনং।
পূজামন্ত্ৰং ন জানামি ত্বং গতিঃ পৰমেশ্বৰ ॥

৮৩ ॥ ত্বদীক্ষণৱশক্ষোভমায়াবোধিতকৰ্মভিঃ।
জাতান্ সংসৰতঃ খিন্নান্ নৃহৰে পাহি নঃ পিতঃ ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.২৯

---

পা° ৮৩ ॥ অবিদ্যায়ে—মহিমায়ে।

হে কৃষ্ণ তুমি মাত্র চৈতন্য-স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰব যতেক ইটো তোমাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত ॥ ৮৪

তযু গুণ নাম হৰি কেৱলে নির্গুণ মাত্র
আৰব সমস্তে গুণময়।
এতেক জানিয়া হৰি তোমাৰ নামক মাত্র
কৰিলোহো সাৰ কৃপাময় ॥ ৮৫

## মহিমা

কৃষ্ণ-পাদ-পঙ্কজৰ সেৱাৰ মহিমা-কথা
শুনি বড় আনন্দ মিলয়।
যাৰ ভকতৰ সঙ্গে সৰ্ব্ব-পুৰুষার্থ-শিৰে
চড়ি আতি কৌতুক কৰয় ॥ ৮৬

যদি ভৱ-ভয়-ভঙ্গ মনে ইচ্ছা কৰ ভাই
সদা সাধু-সঙ্গ কৰা সাৰ।

---

৮৪ ॥ কৃষ্ণ ত্বমেৱ চিদ্রূপো নিত্যোঽখণ্ডিতবোধৱান্।
ত্বদন্যদখিলং বিশ্বং মায়াকল্পিতমেৱ হি ॥

---

পা° ৮৪ ॥ বিনোদ-বিনোদ। ৮৬ ॥ চড়ি—চণ্ডি।

এক ক্ষণমানে মাত্র কেৱল সাধুৰ সঙ্গে
হোৱে নাৱ ভৱ তৰিবাৰ ॥ ৮৭

হৰি-কীৰ্ত্তনৰ মহা- আনন্দ-সুখক আশে
কতো কতো সৱ মহাজনে।
মুকুতি-সুখকো তেজি মহন্তজনৰ সঙ্গ
খোজে আতি কৃষ্ণৰ চৰণে ॥ ৮৮

কিন্তু ইটো মহাধৰ্ম্ম মাধৱৰ জন্ম-কৰ্ম্ম
বেদে যাৰ নজানে মহিমা।
হৰি-নাম-কীৰ্ত্তনত মিলে মোক্ষ আদি যত
কীৰ্ত্তন-সুখৰ নাহি সীমা ॥ ৮৯

মধুৰৰো সুমধুৰ হৰিৰ কীৰ্ত্তন-ৰস
মঙ্গলৰো পৰম মঙ্গল।
এতেকেসে মুকুতিকো তেজি হৰি-গুণ গায়া
ফুৰে মহা মহন্তসকল ॥ ৯০

---

৮৭ ॥ ইচ্ছসি চেত্ত্বং ভৱভয়ভঙ্গং কুৰু সততং সৎসাধোঃ সঙ্গং।
ক্ষণমপি সজ্জনসঙ্গতিৰেকা ভৱতি ভৱাৰ্ণৱতৰণে নৌকা ॥
—মোহ-মুদ্গৰ (ভক্তি-ৰত্নাকৰ)

৮৮ ॥ ত্বৎকথামৃতপাথোধৌ ৱিহৰন্তো মহামুদঃ।
কুৰ্ৱন্তি কৃতিনঃ কেচিচ্চতুৰ্ৱৰ্গং তৃণোপমম্ ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.২০

---

পাঃ ৮৯ ॥ কিন্তু ইটো—কীৰ্ত্তনন্তো।

পৰম নিপুণসৱে বুজিয়া শাস্ত্ৰৰ তত্ত্ব
হৰি-পদ-পঙ্কজে ভজিয়া।
হৰি-কীৰ্ত্তনৰ মহা- নিৰ্ভৰ আনন্দে মজি
থাকে সুখে মুকুতি তেজিয়া॥ ৯১
গোৱিন্দৰ নাম-গুণ কীৰ্ত্তন কৰন্তে জানা
কিঞ্চিতেকো নাহিকে প্ৰয়াস।
নিজ-গুণ-লুব্ধ হৰি কীৰ্ত্তন কৰন্তে আসি
হৃদয়তে হোৱন্ত প্ৰকাশ॥ ৯২
যিসৱ চতুৰ নৰে মাধৱৰ নাম-গুণ
কীৰ্ত্তন কৰন্ত সাৱধানে।
দেৱৰো দেৱতা হৰি তাহাৰ হৃদয় এৰি
যাইবাক নপাৰা আন থানে॥ ৯৩
যিটো দেৱ ভগৱন্ত বেদে যাক নজানন্ত
তেন্তে নিজ কীৰ্ত্তনত বশ্য।
জানি মাধৱৰ নাম কীৰ্ত্তন কৰিয়ো সদা
ইটো সৱে শাস্ত্ৰৰ ৰহস্য॥ ৯৪

---

৯২॥ প্ৰগায়তঃ স্ববীৰ্য্যাণি তীৰ্থপাদপ্ৰিয়শ্ৰৱাঃ।
আহূত ইৱ মে শীঘ্ৰং দৰ্শনং যাতি চেতসি॥

৯৩॥ যে তু ত্বদীয়চৰণাম্বুজকোশগন্ধং
জিঘ্ৰন্তি কৰ্ণবিৱৰৈঃ শ্ৰুতিৱাতনীতং।
ভক্ত্যা গৃহীতচৰণপৰতয়া চ তেষাং
নাপৈষি নাথ, হৃদয়াম্বুৰুহাৎ স্বপুংসাম্॥

---

পা° ৯১॥ নিৰ্ভৰ—নিৰ্ভয়।
৯৩॥ তাহাৰ—তাহান। আন—একো।

হৰি-ভক্তি-সৰোবৰে সন্তোষ-অমৃত-জলে
কৃষ্ণ-পাদ-পদ্ম প্ৰকাশয়।
ৰাম-নাম ৰাজহংস ছানিয়া আবাৰ কৰে
শুনি আতি কৌতুক মিলয়॥ ৯৫

সমস্তে তীৰ্থত স্নান কৰিলেক সৰ্ব্ব যজ্ঞ
দীক্ষিত ভৈলেক সিটোজন।
সমস্তে দানৰ ফল সিসিজনে পাইলে আতি
যিটো কৰে হৰিৰ কীৰ্ত্তন॥ ৯৬

মাধৱে বোলন্ত মোক কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি
সদায় স্মৰৰে যিটোজনে।
জল হন্তে যেন পদ্ম নৰকৰপৰা তাঙ্ক
আপুনি উধাৰো ৰঙ্গ মনে॥ ৯৭

যদ্যপি দুৰ্জ্জন কলি হৰিৰ ভকতি-পথ
কৰিলেক বিৰল-প্ৰচাৰ।
একান্ত শৰণে যিটো শ্ৰৱণ-কীৰ্ত্তন কৰে
ওচৰো নচাপে কলি তাৰ॥ ৯৮

---

৯৬॥ স স্নাতঃ সৰ্ব্বতীৰ্থেষু সৰ্ব্বযজ্ঞেষু দীক্ষিতঃ।
সৰ্ব্বদানফলপ্ৰাপ্তো যস্তু সংকীৰ্তয়েদ্ধৰিম্॥

৯৭॥ কৃষ্ণ কৃষ্ণেতি কৃষ্ণেতি যো মাং স্মৰতি নিত্যশঃ।
জলং ভিত্ত্বা যথা পদ্মং নৰকাদুদ্ধৰাম্যহম্॥
—পাণ্ডৱী-গীতা ; নৰসিংহ-পুৰাণ ( ভক্তি-বিৱেক, ৩০৭ )

৯৮॥ অস্তি বিষ্ণু-ভক্তিৰ্নাম মহাপ্ৰভাৱা সিদ্ধযোগিনী। সা যদ্যপি কলিনা বিৰলপ্ৰচাৰিতা, তথাপি তদৱলোকিতান্ লোকানৱলোকয়িতুং ন প্ৰভৱামো ৱয়ম্।

পৰম-পুৰুষ দেৱ পৰম-কাৰণ প্ৰভু
পৰম-ঈশ্বৰ ভগৱন্ত।
সদানন্দ সদাশিৱ সত্য সনাতন হৰি
জয় জয় অচিন্ত্য অনন্ত॥ ৯৯

## আত্ম-উপদেশ

হে জিহ্বা সদা তোৰ মধুৰেসে মাত্ৰ প্ৰিয়
জান তঞিও ৰসৰ সাৰক।
আন তেজি নিৰন্তৰে কৰিয়োক মাত্ৰ পান
নাৰায়ণ-নাম-অমৃতক॥ ১০০

হে জিহ্বা তঞিও সদা আস্বাত নিৰ্দ্দয়া ভৈলি
কেনে নোবোলস ৰাম-বাণী।
সংসাৰ-সাগৰে ইটো হৰিসে সুদৃঢ় নাৱ
জানি হৰি বুলিয়ো কল্যাণী॥ ১০১

হে কৰ্ণ সদা তোৰ শব্দ মাত্ৰসে প্ৰিয়
তঞিও শব্দ মধুৰ জানস।
কোটি অমৃততোধিক পৰম মধুৰ শব্দ
শুন সদা কৃষ্ণ-নাম-যশ॥ ১০২

---

১০০॥ হে জিহ্বে ৰসসাৰজ্ঞে সৰ্ব্দা মধুৰপ্ৰিয়ে।
নাৰায়ণাখ্যমমৃতং পিৱ জিহ্বে নিৰন্তৰম্॥
—পাণ্ডৱী-গীতা

হে মন তোৰ কাম　　সঙ্কল্প-বিকল্প-ধৰ্ম্ম
তেজি মিছা ব্যাপাৰসকল।
সদায়ে সঙ্কল্প মাত্ৰ　　কৰিয়ো সুহৃদ মন
কৃষ্ণ-নাম পৰম মঙ্গল॥ ১০৩

শুনিয়ো হৃদয় হেৰ　　ব্ৰহ্মাণ্ড ভিতৰে যত
বস্তু আছে তোক নোজোড়য়।
তাক তেজি কৃষ্ণ-নাম　　অক্ষয় অমৃত পিয়া
সন্তোষক লভিয়ো হৃদয়॥ ১০৪

শুনিয়োক বুদ্ধি তোৰ　　কেৱলে নিশ্চয়-ধৰ্ম্ম
তেজি সৱে বিনাশী বিষয়।
সদা শুদ্ধ সুমঙ্গল　　অক্ষয় কৃষ্ণৰ নাম
তাকে মাত্ৰ কৰিয়ো নিশ্চয়॥ ১০৫

শুন হেৰ অহঙ্কাৰ　　নিচিন্ত আপুন মাৰ
মিছা অহম্মমক তেজিয়ো।
পৰম ঈশ্বৰ কৃষ্ণ　　হুয়োক তাহান দাস
সাধু-সঙ্গে কৃষ্ণক ভজিয়ো॥ ১০৬

শুনিয়োক চিত্ত হেৰ　　পৰম ৰহস্য বাণী
তুমি শুদ্ধ জ্ঞানৰ আলয়।
কৃষ্ণ নিত্য শুদ্ধ বুদ্ধ　　পৰম ঈশ্বৰ দেৱ
নাছাড়িবা তাহান আশ্ৰয়॥ ১০৭

---

পা° ১০৩॥ ব্যাপাৰসকল—কামনাসকল।

কৃষ্ণ নিষ্ট ইষ্টদেৱ আত্মা প্ৰিয়তম গুৰু
সুহৃদ সোদৰ বন্ধুজন।
কৃষ্ণে মোৰ মতি গতি কৃষ্ণত ভকতি-ৰতি
কৃষ্ণ-পাৱে নিমজোক মন॥ ১০৮

## আত্ম-নিন্দা

শান্ত চিদানন্দ শুদ্ধ অনন্ত-মহিমা নিত্য
নিৰ্ম্মল তৰঙ্গ-চয়-হীন।
হেনয় পৰমানন্দ অমৃত-সাগৰে মজি
আচান্ত নকৰি বুদ্ধি-ক্ষীণ॥ ১০৯

হে হৰি সাৰ-শূন্য মৃগতৃষ্ণাৰ্ণৱ-জলে
মহা শ্ৰান্ত হুয়া মোহ পাঞো।
স্নান পান আচমন কৰোহো ৰমণ তাতে
কতোহো উপঙ্গো তল যাঞো॥ ১১০

## বস্তু-প্ৰকাশ

পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেড়া
আতি গুপ্ত-স্বৰূপে আছিল।
লোকক কৃপায়ে হৰি শঙ্কৰ-স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিল॥ ১১১

---

১০৯॥ শান্তেঽনন্তমহিম্নি নিৰ্মলচিদানন্দে তৰঙ্গাৱলি-।
নিৰ্মুক্তেঽমৃতসাগৰাম্ভসি মনাগ্মগ্নোঽপি নাচামতি॥
১১০॥ নিঃসাৰে মৃগতৃষ্ণিকাৰ্ণৱজলে শ্ৰান্তো ৱিমূঢ়ঃ।
পিৱত্যাচমত্যৱগাহতেঽভিৰমতে মজ্জত্যথোন্মজ্জতি॥

---

পা° ১০৮॥ অনুধিতা—অনুধৃতা।

হৰি-নাম প্ৰেম-ৰস　　অমৃত-নিধিক বান্ধি
　　গুপ্ত কৰি থৈল দেৱগণে।
দায়ালু শঙ্কৰে পাই　　তুলি মুদ ভাঙ্গি দিলা
　　সুখে পান কৰে সৰ্ব্বজনে॥ ১১২

হৰি-নাম গুপ্ত ভৈল　　মনুষ্যত পূজা ৰৈল
　　বুলি ৰঙ্গ কৰে দেৱ সৰ্ব্ব।
হেন হৰি-নাম-ধৰ্ম্ম　　শঙ্কৰে বিদিত কৰি
　　চূৰ কৈলা দেৱতাৰ গৰ্ব্ব॥ ১১৩

## প্ৰশংসা

বেদৰ বিহিত যত　　আছে ধৰ্ম্ম সংসাৰত
　　সৱে হৰি-নামৰ কিঙ্কৰ।
হেন জানি যিটোজনে　　নামৰ কীৰ্ত্তন কৰে
　　সেহিসে পৰম সাধু নৰ॥ ১১৪

## অনুধিতা

হৰিৰ গৃহৰ দ্বাৰে　　বেত্ৰৰ প্ৰহাৰ-যোগ্য
　　ব্ৰহ্মা ইন্দ্ৰ আদি দেৱজাক।
হেনয় দ্বাৰত বেত্ৰ-　　প্ৰহাৰ পাইবাৰ যোগ্য
　　হঞো আমি কমন ৰৰাক॥ ১১৫

---

১১৫॥ যত্ৰ ৱেত্ৰপ্ৰহাৰাণাং পাত্ৰমিন্দ্ৰাদয়ঃ সুৰাঃ।
মুৰাৰের্ভৱনদ্বাৰি ৰৰাকাস্তত্ৰ কে ৱয়ম্॥

## নাম

অচ্যুত কেশৱ বিষ্ণু হৰি সত্য জনাৰ্দ্দন
হংস নাৰায়ণ অষ্ট নাম।
পৰম মঙ্গল-ৰূপ যিটো অহৰ্নিশে লৱে
তাৰ পূৰ্ণ হোৱে মনকাম ॥ ১১৬

## পৰমাৰ্থ-সাৰ

মাধৱ মাধৱ নাম বচনত সুমৰয়
মাধৱ মাধৱ হৃদয়ত।
নিৰন্তৰে সাধুসৱে মাধৱ মাধৱ নাম
উচ্চাৰয় সমস্তে কাৰ্য্যত ॥ ১১৭

পৰম মঙ্গল-ৰূপ মাধৱ মাধৱ নাম
যিটো মহাজনে উচ্চাৰয়।
তাৰ অমঙ্গল-ৰূপ গুচয় সংসাৰ-ভয়
মাধৱৰ নিকট পাৱয় ॥ ১১৮

---

১১৬॥ অচ্যুতং কেশৱং ৱিষ্ণুং হৰিং সত্যং জনাৰ্দনং।
হংসং নাৰায়ণঞ্চৈৱ ৱিষ্ণোর্নামাষ্টকং শুভম্॥

১১৭॥ মাধৱ মাধৱ ৱাচি মাধৱ মাধৱ হৃদি।
স্মৰন্তি সাধৱঃ সৰ্ৱে সৰ্ৱকাৰ্যেষু মাধৱম্॥

---

পা॰ ১১৬॥ অহৰ্নিশে—মহাজনে।
১১৭॥ পৰমাৰ্থসাৰ—পৰমাত্মাসাৰ।

দুঃস্বপ্ন-নাশন ইটো　　মাধৱ মাধৱ নাম
দুষ্ট-গ্ৰহ-ভয়-বিমোচন ।
পৰম সম্পদ-ৰূপ　　জানি মাধৱৰ নাম
সৰ্ব্বদায়ে কৰিয়ো কীৰ্ত্তন ॥ ১১৯

মাধৱেসে আত্মা নিজ　　মাধৱেসে ইষ্ট গুৰু
মাধৱেসে দেৱতা পৰম ।
পৰম ঈশ্বৰ স্বামী　　জানি মাধৱক ভজা
মনুষ্যৰ ইসি নিজ ধৰ্ম্ম ॥ ১২০

পৰম চতুৰ সিসি　　বুদ্ধিত কুশল আতি
যিটো মাধৱৰ গুণ গাৱে ।
মিছা কলেৱৰগোটে　　মুকুতি-বাণিজ কৰি
ভৱ তৰি মাধৱক পাৱে ॥ ১২১

যিজনে একান্ত চিত্তে　　মাধৱক ভজি নিতে
ফুৰে মাধৱৰ গুণ গাই ।
দুৰ্ল্লভ অমৃত যেন　　যিজনে কৰিলে পান
মধুৰ পিবাক আৰ নাই ॥ ১২২

---

পা° ১১৯ ॥ সম্পদ-ৰূপ—মঙ্গলৰূপ ।
১২২ ॥ দুৰ্ল্লভ···নাই ॥ —দুৰ্ল্লভ অমৃত তেজি : জ্ঞানে কৰিলন্ত পান
মধুৰ পিবাকে আশা নাই ॥

## সাৰ-নিৰ্ণয়

ভগৱন্ত ঈশ্বৰৰ গুণ-সমূহক যিটো
শুনিতে উদ্যম কৰে নৰ।
তেখণৰেপৰা সিটো জানিবা নিশ্চয় কৰি
ভৈল আতি শুদ্ধ নির্ম্মৎসৰ ॥ ১২৩

ঈশ্বৰ কৃষ্ণসে নিষ্ট পৰম আৰাধ্য দেৱ
মো'ৰ তান নামে নিজ গতি।
হেনয় নিশ্চয় যিটো কৰিলে কলিত আতি
সিসিজন পৰম সুকৃতি ॥ ১২৪

সংসাৰৰ ইন্দ্ৰ কৃষ্ণ তাহান নামক যিটো
অজ্ঞানতে চাণ্ডালে লৱয়।
হেনয় পৱিত্ৰ সিটো জানিবা যজ্ঞত আনি
পাত্ৰ পাতিবাৰ যোগ্য হয় ॥ ১২৫

ৰাম ৰাম ৰাম বাণী পৰম মঙ্গল-ৰূপ
যাৰ মুখে প্ৰকাশ কৰয়।

---

১২৩ ॥ ভগৱদ্গুণসন্দোহং শ্ৰোতুং যশ্চ সমুদ্যতঃ।
ভৱেন্নির্মৎসৰঃ শুদ্ধঃ স তং কিং ৱৰ্ণয়াম্যতঃ ॥

১২৪ ॥ ঈশ্বৰঃ পৰমো দেৱো মম তন্নাম তাৰকম্।
ইতি যো নিশ্চিতো নিত্যং কৃতিনং তং পৰং ৱিদুঃ ॥

১২৫ ॥ অপি চেৎ শ্বপচো নাম সংসাৰেন্দ্ৰস্য চাৰণাৎ।
যদি গৃহ্লাতি সোঽপ্যত্ৰ যজ্ঞায় পৰিকল্পতে ॥

---

পা° ১২৩ ॥ নৰ—মন। তেথণ—যেথন। নির্ম্মৎসৰ—হৱে মন।
১২৪ ॥ সুকৃতি—প্ৰকৃতি।

চিৰকালে মহাতীৰ্থ কৰিয়া পৱিত্ৰ হুয়া
তাকো কদাচিতো তুল্য নুই ॥ ১২৬
জগত-আশ্ৰয় কৃষ্ণ তাহান অব্যয় স্থান
তাক প্ৰতি যেৱে আছে মন।
ভগৱন্ত ঈশ্বৰৰ চৰণ-পঙ্কজে সদা
হুয়ো তেৱে একান্ত-শৰণ ॥ ১২৭
ভজ ভাই মাধৱক স্মৰ ভাই মাধৱক
গাৱ ভাই মাধৱৰ গুণ।
নিচিন্ত আপুন মাৰ সুখে আপুনাক তাৰ
হুয়ো ভাই পৰম নিপুণ ॥ ১২৮
পৰম নিৰ্ম্মল ধৰ্ম্ম হৰি-নাম-কীৰ্ত্তনত
সমস্তে প্ৰাণীৰ অধিকাৰ।
এতেকেসে হৰি-নাম সমস্তে ধৰ্ম্মৰ ৰাজা
এহি সাৰ শাস্ত্ৰৰ বিচাৰ ॥ ১২৯

## বৰ্ণাশ্ৰম

বৰ্ণাশ্ৰম-ধৰ্ম্ম যত যাৰ যেন বিহি আছে
তাৰেসে কেৱলে অধিকাৰ।
হৰি-নাম-কীৰ্ত্তনত নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম্ম মাঝে সাৰ ॥ ১৩০

---

১২৬। ৰাম ৰামেতি ৰামেতি যস্য ৱক্ত্ৰে ভৱত্যলং।
ন তস্য তুল্যতাং যাতি চিৰতীৰ্থাটনং মহৎ॥
১২৭। যদীচ্ছসি জগদ্ধামধামাৱ্যয়মত্যুত্তমং।
ভগৱত্যম্বুজাক্ষে চ সদৈকশৰণো ভৱ॥

**ছবিবাৰ**

অধমে কেৱলে দোষ লৱয় মধ্যমে গুণ-
দোষ লৱে কৰিয়া বিচাৰ ।
উত্তমে কেৱলে গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ ॥ ১৩১

দোষৰ সাগৰ কলি তাকো পৰীক্ষিত ৰাজা
গুণ দেখি কৰিলা ৰক্ষণ ।
মহাপাপী অন্ত্য জাতি তৰয় কলিত সুখে
মুখে কৰি হৰিৰ কীৰ্ত্তন ॥ ১৩২

অবিদ্যা-জনিত সুখ সত্য লোক আদি কৰি
আত নিৰপেক্ষ নিৰন্তৰ ।
কেৱলে চিদাঙ্গ-শুদ্ধি- কৰণেসে মাত্র জানা
পুৰুষাৰ্থ মুমুক্ষুজনৰ ॥ ১৩৩

বিদ্যা-অবিদ্যা-জন্য সুখে নিৰপেক্ষ হুয়া
কৰিলে আপুন মন থিৰ ।
সকলে জগত ইটো বাসুদেৱময় মাত্র
পুৰুষাৰ্থ জানিবা জ্ঞানীৰ ॥ ১৩৪

---

১৩১ ॥ দোষান্ পৰেষাং হি গুণেষ্বসাধৱো
গৃহ্ণন্তি কেচিন্ন ভৱাদৃশা দ্বিজ ।
গুণাংশ্চ ফল্গূন্ বহুলীকৰিষ্ণৱো
মহত্তমাস্তেষ্বৱিদদ্ভৱানঘম্ ॥

১৩২ ॥ কলেৰ্দোষনিধে ৰাজন্নস্তি হ্যেকো মহান্ গুণঃ ।
কীৰ্তনাদেৱ কৃষ্ণস্য মুক্তবন্ধঃ পৰং ৱ্ৰজেৎ ॥
—ভাগৱত-পুৰাণ, ১২.৩.৫১ (ৰত্নাকৰ ২১.১৭)

সমস্তে সুখকে তেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিল আশ্ৰয় ।
ভকতসৱৰ এহি পুৰুষার্থ মনোনীত
আনো সুখ অধিক পাৱয় ॥ ১৩৫
মুমুক্ষুজনৰ যেৱে অবিদ্যা-জনিত সুখে
বিৰকতি ভৈল আতিশয় ।
কেৱলে আত্মাত মাত্ৰ সদায়ে ৰমণ কৰে
তেৱে বিধি-কিঙ্কৰ গুচয় ॥ ১৩৬
জ্ঞান-নিষ্ঠজনে বিদ্যা- অবিদ্যা-জনিত দুয়ো
সুখে বিৰকতি ভৈল যেৱে ।
বাসুদেৱময় মাত্ৰ দেখয় জগত ইটো
বিধিৰ কিঙ্কৰ গুচে তেৱে ॥ ১৩৭
পুৰুষোত্তমৰ প্ৰেম ভকতি-সুখক মাত্ৰ
নিশ্চয় কৰিলা যিটোজন ।
শৰণ-কালৰেপৰা বিধিৰ কিঙ্কৰ গুচি
কৰে সদা শ্ৰৱণ-কীৰ্ত্তন ॥ ১৩৮
ভাৰত ৰত্নৰ দীপ মনুষ্য-শৰীৰ নৌকা
ৰাম-নাম মহাৰত্ন সাৰ ।
হেনয় বাণিজ পাই যিটো জীৱে নকৰিল
তাত পৰে দুখী নাহি আৰ ॥ ১৩৯

---

১৩৭ ॥ জ্ঞাননিষ্ঠো ৱিৰক্তো ৱা মদ্ভক্তো ৱানপেক্ষকঃ ।
সলিঙ্গানাশ্ৰমাংস্ত্যক্ত্বা চৰেদবিধিগোচৰঃ ॥
—ভাগৱত-পুৰাণ, ১১.১৮.২৮

## নামৰ অন্বয়

কৃষ্ হেন শব্দ ইটো পৃথিৱী-বাচক ভৈল
ণ আনন্দত প্ৰৱৰ্ত্তয়।
দুইৰো এক পদ ভৈলে পৰমব্ৰহ্ম-ৰূপ কৃষ্ণ
নাম-আনন্দক মাত্ৰ কয়॥ ১৪০
ঈশ্বৰৰ পদ-সেৱা কৰন্তে জীৱৰ যত
কৃশতা গুচয় নিৰন্তৰ।
এহি হেতুতেসে জানা ঈশ্বৰক বুলি কৃষ্ণ
প্ৰসিদ্ধ আনয় মনোহৰ॥ ১৪১
নিৰন্তৰে নিজানন্দ- সুখ-পৰিপূৰ্ণ-ৰূপ
অখণ্ড আনন্দ সুগুচয়।
এতেকেসে সদানন্দ নিত্যানন্দ নামে ইটো
ঈশ্বৰকে বুলিয় নিশ্চয়॥ ১৪২
ক ঈশ পদে বিষ্ণু মহেশ্বৰ হৰি
প্ৰতি প্ৰতি তিনিৰো অন্বয়।
ৱ পদে নাৰায়ণে তিনিকো আছয় চান্দি
এহি হেতু কেশৱ বোলয়॥ ১৪৩

---

১৪০॥ কৃষিৰ্ভূৱাচকঃ শব্দো ণশ্চ নিৱৃত্তিৱাচকঃ।
দ্বয়োৰৈক্যাৎ পৰব্ৰহ্ম কৃষ্ণ ইত্যভিধীয়তে॥
( শুকদেৱ, সিদ্ধান্তপ্ৰদীপটীকা, ১০.৮৭.৩৫ )

১৪৩॥ কো ব্ৰহ্মা ঈশঃ ৰুদ্ৰস্তে আত্মনি স্বৰূপে ৱসতি প্ৰলয়কালে উপাধি-ৰূপমূৰ্তিত্ৰয়ং মুক্ত্বা একমাত্ৰপৰমাত্ম স্বৰূপেণাৱতিষ্ঠতে।

---

পা° ১৪৩॥ অন্বয়—আশ্ৰয়। বিষ্ণু মহেশ্বৰ হৰি—ব্ৰহ্ম বিষ্ণু মহেশ্বৰ।

ঈশ্বৰ কৃষ্ণৰ পদ　　সেৱন্তে জীৱৰ চ্যুতি
গুচয় সংসাৰ অদভুত।
এহি হেতুতেসে জানা　　যতেক মহন্তসয়ে
ঈশ্বৰক বোলয় অচ্যুত॥ ১৪৪

ঈশ্বৰ কৃষ্ণৰ পদে　　ভজিয়া অধমসৱো
আতিশয় হোৱয় উত্তম।
এহি হেতুতেসে জানা　　লোকত প্ৰসিদ্ধ ভৈল
ঈশ্বৰৰ নাম নৰোত্তম॥ ১৪৫

ঈশ্বৰক জানি নৰে　　ভজিয়া মায়াক তৰি
সিংহ যেন ভ্ৰমন্ত নিৰ্ভয়।
এতেকেসে ঈশ্বৰৰ　　নাম নৰসিংহ ভৈল
মহাজনসকলে কহয়॥ ১৪৬

ঈশ্বৰৰ পাদ-পদ্ম　　ভজি শুদ্ধ-চিত্ত হুয়া
অধমো তেজয় বামানয়।
এহি হেতুতেসে থাকি　　নিৰন্তৰে মহাজনে
ঈশ্বৰক বামন বোলয়॥ ১৪৭

মোক্ষ আদি কৰি সুখ　　ঈশ্বৰ-সেৱাৰ জানা
অণু একো নুহি সমসৰ।
এহি হেতু মহাজনে　　জানিবা পৰমানন্দ
নাম ধৰি আছন্ত ঈশ্বৰ॥ ১৪৮

---

১৪৪। ন চ্যৱন্তে মহাভক্তা মহত্তাং প্ৰলয়াদপি।
অতোঽচ্যুতোঽখিলে লোকে ভগৱান্ পৰিকীৰ্ত্যতে॥ —কাশীখণ্ড

যিহেতু কৃষ্ণেসে আত্মা এতেকেসে জীৱ-ৰাশি
নিৰন্তৰে আনন্দ লভয়।
এহি হেতু সৰ্ব্বানন্দ নাম ধৰি আছা হৰি
মহাজনে জানিবা নিশ্চয় ॥ ১৪৯

যিকাৰণে নাৰায়ণে পঞ্চ-ভূতে পঞ্চ-বৰ্ণ
মালা পিন্ধি প্ৰকাশ কৰন্ত।
এহি হেতু নিৰন্তৰে জানিবাহা বনমালী
নাম ধৰি আছা ভগৱন্ত ॥ ১৫০

ঈশ্বৰ-সেৱাৰ সুখ লভিয়া ইন্দ্ৰিয়-জন্য
সুখ জীৱে অধঃকৃত কৰে।
এহি কাৰণত সৱে জানিবাহা অধোক্ষজ
নাম ধৰি আছা দামোদৰে ॥ ১৫১

চৈতন্যত কৰি পৰ মায়াত উপজি জড়
আছে তাক ৰমাৱন্ত হৰি।
এহিসে কাৰণে জানা পৰম ঈশ্বৰ প্ৰভু
পশুৰাম নাম আছা ধৰি ॥ ১৫২

চৈতন্য শক্তিৰ দ্বাৰে ইটো জড় জগতক
ৰমাৱন্ত কৰ্ম্ম-অনুৰূপে।
এতেকেসে ঈশ্বৰৰ পৰম প্ৰসিদ্ধ ৰাম
নাম আক জানিবা স্বৰূপে ॥ ১৫৩

পা° ১৫২ ॥ জড়—ৰত।

অনন্ত-চৈতন্য আত্মা　　　সদানন্দ ঈশ্বৰত
যোগীজনে সদায় ৰময়।
এহি হেতু ৰাম পদে　　　পৰমব্ৰহ্ম-স্বৰূপক
কহে ৰাম-নামৰ অন্বয় ॥ ১৫৪

তুলড়ি

স্মৰণ মাত্ৰকে　　　যিহেতু দুৰ্ঘোৰ
সংসাৰ-দুখ হৰন্ত।
এহি হেতুতেসে　　　ঈশ্বৰক হৰি
বোলয় যত মহন্ত ॥ ১৫৫
আত্মা-ৰূপে জানা　　　ইটো জগতত
আছন্ত হুয়া প্ৰৱেশ।
এহি হেতুতেসে　　　ঈশ্বৰক বিষ্ণু
বুলিয় নাম বিশেষ ॥ ১৫৬
ইন্দ্ৰিয়-বৰ্গত　　　যিহেতু ঈশ্বৰ
আছন্ত হুয়া প্ৰৱেশ।
এতেকে মহন্ত-　　　সকলে বোলয়
ঈশ্বৰক হৃষীকেশ ॥ ১৫৭

---

১৫৪ ॥ ৰমন্তে যোগিনোঽনন্তে নিত্যানন্দে চিদাত্মনি।
তেন ৰামপদেনাসৌ পৰব্ৰহ্মাভিধীয়তে ॥
১৫৫ ॥ সংসাৰঘোৰদুঃখৌঘং হৰতি স্মৃতিমাত্ৰতঃ
অতো ৱৈ সূৰিভিৰ্নিত্যং হৰীতি পৰিকীৰ্তিতঃ ॥
১৫৬ ॥ যস্মাদ্বিশ্বমিদং সৰ্ব্বং তস্য শক্ত্যা মহাত্মনঃ।
তস্মাদেৱোচ্যতে ৱিষ্ণুৰ্ৱিশধাতোঃ প্ৰৱেশনাৎ ॥

---

পা॰ ১৫৪ ॥ আত্মা—শক্তি।

অন্তর্য্যামী-ৰূপে যিহেতু জীৱক
সুখ-দুখ ভুঞ্জাৱন্ত।
এতেকেসে পৰ- মাত্মা নাম ধৰি
আছা প্ৰভু ভগৱন্ত॥ ১৫৮

পৰম ঈশ্বৰ- স্বৰূপে জীৱৰ
আছন্ত হুয়া আশ্ৰয়।
এতেকেসে তাঙ্ক বুলি নাৰায়ণ
নামৰ দিব্য অন্বয়॥ ১৫৯

অহঙ্কাৰ আদি একোৱে উপাধি
কৰিবে নপাৰে ছন্ন।
এহিসে কাৰণে মহন্তসকলে
বোলে তাঙ্ক নিৰঞ্জন॥ ১৬০

সত্ত্ব ৰজ তম তিনি গুণ-বৃত্তি
লুপ্ত তাঙ্ক নকৰয়।
সেহিসে কাৰণে বেদ-শাস্ত্ৰগণে
বোলে তাঙ্ক নিৰাময়॥ ১৬১

যতেক প্ৰাকৃত আকাৰ-বৰ্জ্জিত
ভৈলন্ত যিহেতু হৰি।
সেহি হেতুতেসে নিৰাকাৰ নাম
আছন্ত ঈশ্বৰে ধৰি॥ ১৬২

মা পদে লক্ষ্মী- দেৱীক বোলয়
তাহান স্বামী ঈশ্বৰ।

এতেকেসে তাঙ্ক বোলয় মাধৱ
মহাজন নিৰন্তৰ ॥ ১৬৩

জনা পদে মায়া দেৱাক বুলিয়
ভক্তৰ মায়া মৰ্দ্দন্ত।
এহি হেতুতেসে জনাৰ্দ্দন নাম
ধৰি আছা ভগৱন্ত ॥ ১৬৪

মধুৱতে মায়া উন্মত কৰায়া
আছা যত জীৱগণ।
ভক্তৰ মায়াক পীড়ন্ত নিমিত্তে
বুলিয় মধুসূদন ॥ ১৬৫

গো পদে বেদ ইন্দ্ৰিয়ক বুলি
কৰন্ত তাক পালন।
এতেকেসে তাঙ্ক বুলিয় গোপাল
জানিবাহা মহাজন ॥ ১৬৬

---

১৬৩ ॥ মা লক্ষ্মীস্তস্যা ধৱঃ মায়াৰ্বিস্থায়া ধৱ ইতি ৱা।
জনাং ভক্তস্য মায়ামৰ্দয়তীতি জনাৰ্দনঃ ॥

১৬৪ ॥ জনয়তীতি জনা মায়া ভক্তস্য তামৰ্দয়তীতি জনাৰ্দনঃ।
—ভক্তি-ৰত্নাকৰ ৩.২ টীকা

---

পা° ১৬৫ ॥ মধুৱতে—(পুথি) মধুঅতে। (ছপা) মধুমতী।

ইন্দ্ৰ আদি দেৱে গোৰ ইন্দ্ৰ পাতি
কৰিলন্ত অভিষেক।
পৰম প্ৰসিদ্ধ গোৱিন্দ নামক
ধৰিলা হৰি প্ৰত্যেক॥ ১৬৭

দেশে কালে তাঙ্ক একোৱে প্ৰকাৰে
কৰিতে নপাৰে অন্ত।
এহি হেতুতেসে ঈশ্বৰৰ নাম
প্ৰসিদ্ধ ভৈল অনন্ত॥ ১৬৮

যত বেদবাদী বেদক বিচাৰি
কৰিতে নপাৰে আদি।
এতেকেসে তান পৰম প্ৰখ্যাত
হুয়াছে নাম অনাদি॥ ১৬৯

অধম পুৰুষো হৱয় উত্তম
ভজিয়া যাৰ চৰণে।
পুৰুষোত্তম নামক ধৰিয়া
আছন্ত এহি কাৰণে॥ ১৭০

ক্ষৰ পদে ইটো দেহক বুলিয়
অক্ষৰ শবদে ব্ৰহ্ম।

---

১৬৭। ইন্দ্ৰঃ সুৰৰ্ষিভিঃ সাকং নোদিতো দেৱমাতৃভিঃ।
অভ্যষিঞ্চত দাশাৰ্হং গোৱিন্দ ইতি চাভ্যধাৎ॥
—ভাগৱত-পুৰাণ, ১০.২৭.২৩

দুইতো কৰি ইটো　　　　উত্তম নিমিত্তে
প্ৰখ্যাত পুৰুষোত্তম ॥ ১৭১
প্ৰকৃতি পুৰুষ　　　　দুইতো কৰি পৰ
দুইহানো নিজ কাৰণ।
পৰম ঈশ্বৰ　　　　নামক ধৰিয়া
আছা তাতে নাৰায়ণ ॥ ১৭২
কৰ্ম্ম অনুসাৰে　　　　ইটো জগতক
পালন্ত হৰি সাক্ষাত।
এহি হেতুতেসে　　　　জগন্নাথ নাম
আছন্ত হুয়া প্ৰখ্যাত ॥ ১৭৩
ঈশ্বৰৰ সেৱা　　　　কৰিলে জীৱৰ
গুচয় মায়াৰ ভ্ৰম।
ব্ৰহ্ম পদে শুধ　　　　জীৱক বুলিয়
ঈশ্বৰক পৰম্‌ব্ৰহ্ম ॥ ১৭৪
অন্তৰ্য্যামী ৰূপে　　　　জীৱ আদি কৰি
নিয়মন্ত সমস্তক।
এহি হেতুতেসে　　　　পৰমাত্মা পদে
বুলি জানা ঈশ্বৰক ॥ ১৭৫

---

১৭১ ॥ যস্মাৎ ক্ষৰমতীতোঽহমক্ষৰাদপি চোত্তমঃ।
অতোঽস্মি লোকে ৱেদে চ প্ৰথিতঃ পুৰুষোত্তমঃ॥
—ভগৱদ্গীতা, ১৫.১৮

১৭৫ ॥ অন্তঃকৰণযোগাদ্ধি জীৱ ইত্যুচ্যতে চ যঃ।
অৱিদ্যাকৰ্মৰহিতঃ পৰমাত্মেতি গীয়তে॥
। বৃহন্নাৰদীয়-পুৰাণ, ৩৬.২৮

ব্ৰহ্ম পৰমাত্মা কৰিয়া যিহেতু
ঐশ্বৰ্য্যৰ নাহি অন্ত।
এহি হেতু মহা- মহন্তসকলে
বোলে তাঙ্ক ভগৱন্ত ॥ ১৭৬

নিজ ভক্ত পদে গৰুড়ক ধ্বজ
কৰিলা হৰি যিহেতু।
সেহিসে কাৰণে মহন্তসকলে
বোলয় গৰুড়-কেতু ॥ ১৭৭

কাল মায়া আদি যাহাৰ নামক
কৰিতে নপাৰে কুণ্ঠ।
এহিসে কাৰণে ঈশ্বৰৰ নাম
প্ৰসিদ্ধ ভৈল বৈকুণ্ঠ ॥ ১৭৮

সদানন্দ আত্মা চৈতন্য অনন্তে
যিহেতু যোগী ৰময়।
এতেকেসে ৰাম পদে পৰম্ব্ৰহ্ম
ৰূপক বুলি নিশ্চয় ॥ ১৭৯

---

১৭৬ ॥ ৱদন্তি তৎ তত্ত্ববিদস্তত্ত্বং যজ্‌ জ্ঞানমদ্বয়ং।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দ্যতে ॥
—ভাগৱত-পুৰাণ ১.২.১১

---

পাঃ ১৭৮ ॥ মনক—নামক।

চৈতন্য স্বৰূপে　　যিহেতু সদায়ে
ৰমাৱন্ত জগতক।
এতেকেসে ৰাম　　সুমধুৰ পদে
বুলি জানা ঈশ্বৰক॥ ১৮০
জগততে কৰি　　আছন্ত নিৱাস
জগতো. তান্তে বসয়।
এতেকেসে তাঙ্ক　　বুলি বাসুদেৱ
নামৰ দিব্য অন্বয়॥ ১৮১

**শ্ৰৱণ**

হৰি-পদ-সেৱা　　নকৰে নিমিত্তে
মায়ায়ে বান্ধি ফুৰাৰে।
তাৱত মায়াক　　নতৰে হৰিত
শ্ৰৱণ নলৱে যাৱে॥ ১৮২
মঞি দুৰাচাৰ　　কেৱলে তোহ্মাৰ
অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি　　লৈয়ো দাস কৰি
পশিলো হেৰা শ্ৰৱণ॥ ১৮৩

---

১৮১॥ সৰ্ব্ৱত্ৰাসৌ সমস্তঞ্চ ৱসত্যত্ৰেতি ৱৈ জগৎ।
অতোঽসৌ ৱাসুদেৱেতি ৱিদ্বদ্ভিঃ পৰিকীৰ্ত্তিতঃ॥

---

পা° ১৮০॥ চৈতন্য স্বৰূপে—অন্তৰ্য্যামী ৰূপে।
১৮২॥ বান্ধি—বাধি।　　১৮২॥ বসয়—ষময়।

হে কৃষ্ণ স্বামী তযু পাৱে আমি
কেৱল শৰণ চাঞো।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেৱেসে প্ৰভু এৰাঞো ॥ ১৮৪

হে যদুপতি মঞি মূঢ়-মতি
নজানো সেৱা তোহ্মাৰ।
কেৱল তোহ্মাৰ চৰণ-পঙ্কজে
শৰণ কৰিলো সাৰ ॥ ১৮৫

পুৰুষ-উত্তম পৰম-পুৰুষ
পৰম-আনন্দ স্বামী।
তযু পাদ-পদ্ম- মকৰন্দ আশে
শৰণ পশিলো আমি ॥ ১৮৬

প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰপন্ন-জন-তাৰণ।
তুমি প্ৰিয়তম পৰম দেৱতা
জানিয়া লৈলো শৰণ ॥ ১৮৭

---

১৮৬-৮৭ ॥ ভজামি পুৰুষোত্তমং পৰমং পুৰুষং পৰমানন্দং স্বামিনং।
ভগৱন্তং নৰোত্তমমনন্তমীশ্বৰং পৰমদেৱতাং ৱন্দে ॥

---

পা° ১৮৪ ॥ শৰণ—ভকতি। তেৱেসে—তেৱে বা।

### ভজন

জয় জয় জয়　　কৃষ্ণ কৃপাময়
ভজিলো তোম্মাৰ পাৱে।
তোম্মাৰ চৰণ-　　পঙ্কজত মন
মজোক মোৰ স্বভাৱে॥ ১৮৮

জয় জয় ৰাম　　জগত-কাৰণ
জগত-জীৱন স্বামী।
পৰম দেৱতা　　জানিয়া তোম্মাৰ
চৰণে ভজিলো আমি॥ ১৮৯

অনাদি অনন্ত　　হে ভগৱন্ত
ভজো কৰি প্ৰণিপাত।
মুকুতি-ৰসকো　　তেজি মহাজনে
শৰণ লৱে তোম্মাত॥ ১৯০

### নমস্কাৰ

নমো কৃষ্ণদেৱ　　পাপী বুলি কেৱ
মোক মোৰ নোবোলয়।
পতিত-পাৱন　　জানিয়া তোম্মাত
আপুনি গৈলো বিক্ৰয়॥ ১৯১

---

পা° ১৯০॥ ৰসকো—সুখকো।

নমো হৰি-পদ- পঙ্কজ যুগল
বিমল সুখ-সাগৰ।
অনাদি অনন্ত সন্ত সদাশিৱ
ভগৱন্ত ভৱ-হৰ॥ ১৯২

মোহ মায়া ৰাগ মদ মল কাম
দম্ভ দ্বেষ আদি ভাৱ।
যি গুৰুজনত ইসৱ নথাকে
প্ৰণামো তাহানে পাৱ॥ ১৯৩

জয় যদুপতি গোপাল গোৱিন্দ
যাদৱ মাধৱ ৰাম।
ভকতৰ ধন জীৱৰ জীৱন
কৰোহো পাৱে প্ৰণাম॥ ১৯৪

নমো নিত্যানন্দ জগত-কাৰণ
বাসুদেৱ ভগৱন্ত।
নিত্য শুদ্ধ বুদ্ধ কাম অনিৰুদ্ধ
পুৰুষ প্ৰভু অনন্ত॥ ১৯৫

---

১৯৩॥ মোমাৰামমকাদম্বেহয়াগদলস্তথাঃ।
এতে যত্ৰ ন ৱিদ্যন্তে তং গুৰুং প্ৰণমাম্যহম্॥
১৯৫॥ নমো ভগৱতে ৱাসুদেৱায় ধীমহি।
প্ৰদ্যুম্নায়ানিৰুদ্ধায় নমঃ সঙ্কৰ্ষণায় চ॥

---

পাঃ ১৯২॥ ভৱ-হৰ—ভয়হৰ।

বাম নিবঞ্জন দানৱ-গঞ্জন
ভকত-বঞ্জন দেৱ।
তুমিসি পৰম গুৰু নাৰায়ণ
তুৱা পাৱে কৰো সেৱ॥ ১৯৬

## উপদেশ

ৰাম-কৃষ্ণ-নাম ধৰ্ম্ম অনুপাম
সদায় যিটো সুমৰে।
যত মহাপাপ নাম-অপৰাধ
সৱে মৰিমুৰ কৰে॥ ১৯৭
ঘোৰ সংসাৰৰ ঔষধ হৰিৰ
তেজিয়া নাম সম্প্ৰতি।
আৱৰ কমন উপায়ে পণ্ডিতে
লভিবে আপুন গতি॥ ১৯৮
মোৰ ভক্তি-যুক্ত যোগীৰো জানিবা
মোতেসে চিত্ত যাহাৰ।
জ্ঞান কৰ্ম্ম বিনে কেৱল ভক্তিত
পাৱয় সংসাৰ-পাৰ॥ ১৯৯

---

১৯৭॥ নামাপৰাধযুক্তানাং নামান্যেৱ হৰন্ত্যঘং।
অৱিশ্ৰান্তিপ্ৰযুক্তানি তান্যেৱাৰ্থকৰাণি যৎ॥
—পদ্ম-পুৰাণ, স্বৰ্গ-খণ্ড, ৩৮.৫৫

কেৱল ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৱে।
জ্ঞানে কৰ্ম্মে তাৱে তাৰিতে নপাৰে
ভকতি নপাৱে যাৱে ॥ ২০০

দুষ্ট কলি-সৰ্পে সব্বাকো দংশিলে
হৰাইল চেতন জ্ঞান।
ইহাৰ ঔষধ শুধা ৰাম-নাম
বিনে নাহি নাহি আন ॥ ২০১

সকলে পুণ্যৰ অবিনাশী ফল
হৰি-গুণ-নাম সাৰ।
হৰিক সন্তোষ কৰাইবাৰ হেতু
নাম বিনে নাহি আৰ ॥ ২০২

বেদে ৰামায়ণে পুৰাণে ভাৰতে
আদি মধ্য অৱসানে।

---

২০০ ॥ তস্মান্মদ্ভক্তিযুক্তস্য যোগিনো ৱৈ মদাত্মনঃ।
ন জ্ঞানং ন চ ৱৈৰাগ্যং প্ৰায়ঃ শ্ৰেয়ো ভৱেদিহ ॥

২০১ ॥ কলিনা দুষ্টসৰ্পেণ দষ্টানামিহ ভেষজম্।
নাস্তি নাস্ত্যেৱ নাস্ত্যেৱ ৰামনামামৃতং ৱিনা ॥
—কূৰ্ম-পুৰাণ (ভক্তি-ৰত্নাকৰ ২১.১৯)

২০২ ॥ তুংক ইদং হি পুংসস্তপসঃ শ্ৰুতস্য ৱা
স্বিষ্টস্য সূক্তস্য চ বুদ্ধিদত্তয়োঃ।
অৱিচ্যুতোঽৰ্থঃ কৱিভির্নিৰূপিতো
যদুত্তমশ্লোকগুণানুৱৰ্ণনম্ ॥
—ভাগৱত-পুৰাণ ১ ৫.২২

হৰিকেসে মাত্ৰ কহয়ে নিশ্চয়
জানা তথ্য এহিমানে ॥ ২০৩

সত্য অসত্যৰ জড় চৈতন্যৰ
মাজত যিটো প্ৰকাশে।
তাকে বুলি মন সেহি সিটো পাৱে
যিভনে যাক উপাসে ॥ ২০৪

মায়া আদি কৰি সমস্তে অসন্ত
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সন্ত চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয় ॥ ২০৫

বাসুদেৱ বাসু- দেৱ বাসুদেৱ
বুলিয়া যিটো সুমৰে।
সিটো পুৰুষৰ জানা যম ৰাজা
লিখন মাৰ্জ্জন কৰে ॥ ২০৬

---

২০৩ ॥ ৱেদে ৰামায়ণে চৈৱ পুৰাণে ভাৰতে তথা।
আদিমধ্যাৱসানেষু হৰিঃ সৰ্ব্বত্ৰ গীয়তে ॥

২০৪ ॥ যদ্ধি সদসতোৰ্ম্মধ্যং যন্মধ্যং চিতিজাড্যয়োঃ।
তন্মনঃ প্ৰোচ্যতে ৰাজন্ স্বয়ং দোলায়তে হৃদি ॥

২০৬ ॥ ৱাসুদেৱ ৱাসুদেৱ ৱাসুদেৱেতি যো ৱদেৎ।
তস্য ৱৈৱস্বতো ৰাজা কৰোতি লিপিমাৰ্জনম্ ॥

---

পাঃ ২০৪ ॥ সত্য অসত্যৰ—সত অসতৰ।
২০৫ ॥ অসন্ত—অসত্য। সন্ত—সত্য।

দিব্য সহস্ৰেক নাম তিনিবাৰ
পঢ়ি পাৱে যত ফল।
একবাৰ কৃষ্ণ- নাম উচ্চৰিলে
পাৱয় তাক সকল॥ ২০৭

যতেক অনর্থ আছে সংসাৰত
তাতে তিনি বিধ সাৰ।
কাম ক্রোধ লোভ আপুন-নাশন
জানি কৰা পৰিহাৰ॥ ২০৮

আত্মা-নাশ-হেতু কাম ক্রোধ লোভ
নৰকৰ তিনি দ্বাৰ।
জানি আক তেজি কেৱলে কৃষ্ণৰ
ভকতিৰ কৰা সাৰ॥ ২০৯

কাম ক্রোধ লোভ তেজি যিটো জনে
ভজয় কৃষ্ণৰ পাৱে।
কৃষ্ণৰ কৃপাত হোৱয় কৃতার্থ
সুখে মুকুতিক পাৱে॥ ২১০

---

২০৭॥ সহস্রনাম্নাং দিব্যানাং ত্রিবাবৃত্ত্যা তু যৎ ফলং।
একাবৃত্ত্যা তু কৃষ্ণস্য নামৈকং তন্নিযচ্ছতি॥

২০৮-২০৯॥ ত্রিবিধং নবকস্যেদং দ্বাবং নাশনমাত্মনঃ।
কামঃ ক্রোধস্তথা লোভস্তস্মাদেতত্রয়ং ত্যজেৎ॥
—ভগৱদ্গীতা ১৬.২১

২১০॥ এতৈর্বিমুক্তঃ কৌন্তেয় তমোদ্বাবৈস্ত্রিভির্নবঃ।
আচবত্যাত্মনঃ শ্রেয়স্ততো যাতি পবাং গতিম্॥
—ভগৱদ্গীতা ১৬.২২

কৃষ্ণকেসে মাত্র ভজে যিটোজনে
অব্যভিচাৰী ভকতি।
তিনি গুণ অতি- ক্ৰমি ব্ৰহ্ম-ৰূপ
পাৱে সিটো মহামতি ॥ ২১১

তিনি-গুণময় যত জ্ঞান কৰ্ম্ম
কেৱল বন্ধ-কাৰণ।
জানি তাক তেজি একান্ত ভকতি
ভজিয়ো কৃষ্ণ-চৰণ ॥ ২১২

ৰজোগুণ তমো- গুণ যত বৃত্তি
কেৱলে আসুৰী ভাৱ।
শুধ সত্ত্ব বৃত্তি দেৱৰ সম্পত্তি
লৈয়া ভজা কৃষ্ণ-পাৱ ॥ ২১৩

মহন্তৰ সঙ্গে হৰি-কথা-ৰসে
মনক জিনিয়ো ভাই।
মায়াক তৰিয়া হৰিক পাইবাৰ
উপায় আৱৰ নাই ॥ ২১৪

হৰি-গুণ-নাম- শ্ৰৱণ-কীৰ্ত্তনে
ভজিয়ো হৰি-চৰণ।
মনুষ্য হুইবাৰ এহিমানে মাত্ৰ
জানা নিজ প্ৰয়োজন ॥ ২১৫

---

২১১ ॥ মাঞ্চ যোহৱ্যভিচাৰেণ ভক্তিযোগেন সেৱতে।
স গুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে ॥
—ভগৱদ্গীতা ১৪.২৬

যাহাৰ জিহ্বাত থাকয় সততে
হৰিৰ নাম মঙ্গল।
সেহিসে মহন্ত তাহাৰেসে মাত্ৰ
সিজয় ধৰ্ম্ম সকল ॥ ২১৬

সমস্তে শাস্ত্ৰৰ তত্ত্বক জানিয়া
নেৰয় নাম মুখত।
সিটো মহাজনে অপ্ৰয়াসে তৰে
সংসাৰ-ঘোৰ-দুখত ॥ ২১৭

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই
তেজিয়া লাজ আলাস।
শাস্ত্ৰ আচাৰ্য্যক উপাসা কৰিয়া
বাসনা কৰা বিনাশ ॥ ২১৮

হৰিৰ কীৰ্ত্তন যিজনে নকৰে
তাত পৰে নাহি দুখী।
হৰি-গুণ-নাম সন্তোষ-অমৃত
পিয়ে যিটো মহা সুখী ॥ ২১৯

হৰিসে চৈতন্য আত্মা জ্ঞানময়
আৰুৰ সমস্তে জড়।
বেদ বেদান্তৰ সমস্তে শাস্ত্ৰৰ
এহিসে বিচাৰ বৰ ॥ ২২০

পা॰ ২১৬ ॥ ধৰ্ম্ম—কৰ্ম্ম।

দেৱৰো দুৰ্ল্লভ		ঈশ্বৰ কৃষ্ণক
ভকতিসি কৰে বশ্য।
আগম নিগম		গীতা ভাগৱত
শাস্ত্ৰৰ এহি ৰহস্য॥ ২২১
যম কাল মায়া		মৃত্যুৱে বেঢ়িয়া
আছে বাঘজালি কৰি।
হেনয় জীৱক		কোনে তাৰিবেক
বিনে কৃপাময় হৰি॥ ২২২
পাপ-সাগৰত		তল নিয়াইলেক
বলে কলি দুৰাচাৰ।
ৰাম-নাম বিনে		পাপ এৰাইবাৰ
উপায় নাহিকে আৰ॥ ২২৩
হৰিত শৰণ		লৈয়া যিটোজনে
সদা ৰাম-নাম গাৱে।
হোক বা সকাম		নিষ্কাম তথাপি
কলিৰ দোষে নপাৱে॥ ২২৪
হৰি-গুণ-নাম-		আনন্দ-সাগৰে
মজায়ো মন নিপুণ।
সুখে সংসাৰৰ		তাপ এৰাইবাহা
নছাৰিবা হৰি-গুণ॥ ২২৫

---

পা° ২২২॥ বাঘজালি—বাঘজনি।
২২৩॥ নিয়াইলেক—নিয়ালোক।

সদায়ে ভাবিয়ো ৰাম নাৰায়ণ
আলাস কেনে কৰস।
মুখ মাঝে হৰি- নামৰ নিৱাস
ভুলিয়া কেনে মৰস॥ ২২৬

গোপাল গোপাল গোপাল গোপাল
গোপাল গোৱিন্দ হৰি।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ
বুলিয়ো আনন্দ কৰি॥ ২২৭

শীঘিৰ কৰিয়া বোলা ৰাম হৰি
বিলম্ব নকৰ ভাই।
কোননো নায়ক যমৰ দায়ক
হৰিক সুহৃদ পাই॥ ২২৮

নমো নিৰঞ্জন দানৱ-গঞ্জন
ভকত-ৰঞ্জন ৰাম।
গোপাল গোৱিন্দ মুকুন্দ মুৰাৰি
বোলা ভাই অবিশ্ৰাম॥ ২২৯

হৰি-পদে ধৰ অন্যায় নকৰ
দুৰ্জ্জন মন পামৰ।
সাক্ষী হুয়া হৰি হিয়াৰ ভিতৰে
আছা দেৱ দণ্ডধৰ॥ ২৩০

সদা ৰাম কৃষ্ণ  হৰি বোল ভাই
তেজিয়া মনে কপট।
হৰিৰ তলপ  লৈয়া যম-দূতে
চাপিয়া আছে নিকট ॥ ২৩১

ৰাম কৃষ্ণ ৰাম  হৰি বোল ভাই
নামে নকৰিয়ো হেলা।
হৰিৰ নামৰ  মাজত সমস্তে
ভকতি-সুখৰ মেলা ॥ ২৩২

ৰাম কৃষ্ণ হৰি  ৰাম কৃষ্ণ হৰি
ভাবিয়ো ভাৱক ভাই।
ৰাম কৃষ্ণ হৰি  গোপাল বুলিয়া
বঞ্চিয়ো যমৰ দায় ॥ ২৩৩

ৰাম কৃষ্ণ হৰি  ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি  বুলিয়া তেজিয়ো
ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥ ২৩৪

অজ্ঞান-আন্ধাৰে  পৰিয়া জীৱৰ
জ্ঞান-পথ ভৈল নাশ।
নাম-অঞ্জনীয়া  বিনে আনমতে
নপাৱে হৰিৰ পাশ ॥ ২৩৫

ৰাম-কৃষ্ণ-নাম অমৃত-সাগৰে
যিটো জনে কৰে কেলি।
তৃণ সম কৰি সিটো মহাজনে
মুকুতিকো থৱে ঠেলি॥ ২৩৬

হৰি-পদ মহা- থালী ৰাম-নাম
অমৃতে আছে ভৰিয়া।
কপট ঢাকন ভাঙ্গি আৰে ভাই
সন্তোষ হুয়োক পিয়া॥ ২৩৭

মহন্তসৱৰ সঙ্গে ৰাম-নাম
লৈয়ো অঞ্জনীয়া কৰি।
কপট দুৱাৰ চুৰিয়া হৃদয়
ভাণ্ডাৰে দেখিয়ো হৰি॥ ২৩৮

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ
ৰাম কৃষ্ণ ৰাম হৰি।
আলাস তেজিয়া ভজিয়ো হৰিক
জানি এক মন কৰি॥ ২৩৯

মহন্তৰ সঙ্গে সদায় মুখত
নছাৰিবা ৰাম-বাণী।

---

২৩৬। ত্বৎকথামৃতপাথোধৌ বিহৰন্তো মহামুদঃ।
কুর্ব্বন্তি কৃতিনঃ কেচিচ্চাতুর্ব্বর্গং তৃণোপমম্॥
—ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.২১

---

পাঃ ২৩৭। ঢাকন—দুৱাৰ।
২৩৯। জানি এক মন—মন একাজানি।

তেৱেঁসে চঞ্চল  দুৰাচাৰ মন
হৈবে আসি একাজানি ॥ ২৪০
বোল ৰাম হৰি  গোপাল গোৱিন্দ
মুকুন্দ যদু মুৰাৰি।
নিত্য নিৰঞ্জন  যাৰ এক নামে
ভৱ তৰিবাক পাৰি ॥ ২৪১
ৰাম কৃষ্ণ হৰি  বোল শুন ভাই
অন্যায় নকৰ মনে।
চৈধ্য সাক্ষী সমে  যমেৰ দেৱান
দেখিয়োক সৰ্ব্বক্ষণে ॥ ২৪২
ভজিয়ো হৰিৰ  চৰণ-পঙ্কজে
তেজিয়ো অন্যত্ৰ কাম।
সমস্তে ধৰ্ম্মৰ  ফল-ৰূপ জানি
নেৰিবা হৰিৰ নাম ॥ ২৪৩
পিয়ু পিয়ু ভাই  ভাৱকসকল
হৰি-নাম ৰস-সাৰ।
যাক পায়া মহা-  মহন্তে কৰয়
মুকুতিকো পৰিহাৰ ॥ ২৪৪

---

২৪২ ॥ চৈধ্য সাক্ষী—
আদিত্যশ্চন্দ্ৰানিলোঽনলশ্চ
দ্যৌৰ্ভূমিৰাপো হৃদয়ং যমশ্চ।
অহশ্চ ৰাত্ৰিশ্চ উভে চ সন্ধ্যে
ধৰ্মশ্চ জানাতি নৰস্য বৃত্তম্ ॥

---

পা° ২৪০ ॥ একাজানি—একজানি।

শুনিয়ো সজ্জন ভজা নাৰায়ণ
এৰিয়া বিষয়-ৰাগ।
হৰি স্নুস্মৰে আনসে আচৰে
সেহিসে যমেৰ ভাগ ॥ ২৪৫
গোপাল গোৱিন্দ মুকুন্দ শ্ৰীৰাম
জয় সনাতন হৰি।
নিগম-নিগূঢ় হৰিৰ নামক
লৈয়োক যতন কৰি ॥ ২৪৬
কৰ কোন কাম বোল ৰাম ৰাম
তেজিয়ো মুখে আলাস।
ভকতৰ সঙ্গে হৰি-গুণ গাই
বৈকুণ্ঠে কৰিয়ো বাস ॥ ২৪৭
আন যত ধৰ্ম্ম হৰিৰ নামৰ
ৰেণুকো নোহে সমান।
হেন হৰি-নাম অমৃত-সাগৰে
সন্তোষে কৰিয়ো পান ॥ ২৪৮
হৰিক আশ্ৰয় জানিবা নিশ্চয়
সুখৰ মূল কাৰণ।
হৰিত বিমুখ দুখৰ কাৰণ
জানিবা নিষ্ট বচন ॥ ২৪৯
বিধিৰ কিঙ্কৰ যতেক সাধন
তাক পাশ কৰি থৈয়ো।

বিধিৰ ঈশ্বৰ　　　　হৰি-নাম-গুণ
তাহাতে শৰণ লৈয়ো ॥ ২৫০
মুকুতসকলো　　　　গাৱে ৰাম-নাম
ৰসত অধিক জানি।
মৃত্যুৰ মুখত　　　　পৰি ৰাম নাম
নলৈবেক কোন প্ৰাণী ॥ ২৫১
ৰাম-নাম বিনে　　　　মৃত্যু এড়াইবাৰ
আৰৰ উপায় নাই।
মৃত্যু তৰিবাৰ　　　　ইছা আছে যাৰ
ফুৰা হৰিগুণ গাই ॥ ২৫২
শাস্ত্ৰ-গুৰু-উপ-　　　　দেশে শিষ্যসৱে
ঈশ্বৰক নেদেখয়।
বুদ্ধিক সত্ত্বস্থ　　　　কৰিয়া আপুন
আত্মাক দেখে নিশ্চয় ॥ ২৫৩
শাস্ত্ৰ-গুৰু-উপ-　　　　দেশ-ক্ৰম ৰাম
ব্যৱস্থা-মাত্ৰ-পালন।
কেৱলে শিষ্যৰ　　　　শুধ বুদ্ধি মাত্ৰ
জ্ঞানৰ হোৱে কাৰণ ॥ ২৫৪

২৫৩ ॥ ন শাস্ত্ৰেণাপি গুৰুণা দৃশ্যতে পৰমেশ্বৰঃ।
দৃশ্যতে চাত্মনৈৱাত্মা স্বয়া সত্ত্বস্থয়া ধিয়া ॥
২৫৪ ॥ উপদেশক্ৰমো ৰাম ৱ্যৱস্থামাত্ৰপালনং
জ্ঞানস্য কাৰণং শুদ্ধা শিষ্যপ্ৰজ্ঞৈৱ কেৱলম্ ॥

পাঠ ২৫২ ॥ হৰি-গুণ—ৰাম-নাম

গুরু-উপদেশ- লব্ধ শিষ্যসৱে
উপদেশ সাৰ ধৰা।
যেৱে ঈশ্বৰক পাইবা যত্ন কৰি
বুদ্ধিক সত্ত্বস্থ কৰা॥ ২৫৫

শাস্ত্র-গুৰুসৱে শিষ্যক কৃপায়ে
শুধ উপদেশ দিব।
শিষ্যসৱে শুধ- ভাৱে নধৰিলে
তাৰাসৱে কি কৰিব॥ ২৫৬

যেৱে শিষ্যসৱে মহা শুধভাৱে
উপদেশ আচৰয়।
শাস্ত্র গুৰু আপু- নাকো সিটো শিষ্যে
তিনিকো ৰক্ষা কৰয়॥ ২৫৭

হৃদয়-তম্ভত কৃষ্ণ-চৰণক
প্রেম-জৰী দিয়া ছান্দা।
পৰম সুদৃঢ় ৰাম-কৃষ্ণ-নাম
কৱচ গলত বান্ধা॥ ২৫৮

ৰাম-কৃষ্ণ-নাম অভেদ কৱচ
সদায়ে যিটো পিন্ধয়।
তিনি গুণ-বৃত্তি অস্ত্রৰ প্রহাৰে
তাক আৰ নিবিন্ধয়॥ ২৫৯

পা° ২৫৯॥ যিটো পিন্ধয়—গলে বান্ধয়।

হিৰণ্যকশিপু প্ৰহ্লাদ পুত্ৰক
নানান দুৰ্গতি দিল।
হৰি-নাম-মহা- কৱচ-প্ৰভাৱে
তান লোম নলৰিল॥ ২৬০

একান্ত শৰণে যিটো নাম লৱে
ফুৰা হৰি তাঙ্ক ৰাখি।
ইহাত যদ্যপি সঞ্জাত নযাৱা
লৈয়ো প্ৰহ্লাদত সাক্ষী॥ ২৬১

জ্ঞানে বা অজ্ঞানে মাধৱৰ নাম
যিজনে ফুৰে সুমৰি।
তাক মোৰ বুলি হাতে অস্ত্ৰ তুলি
ৰাখিয়া ফুৰন্ত হৰি॥ ২৬২

গ্ৰাহ-গ্ৰস্ত হুয়া গজেন্দ্ৰে শৰণ
লৈলা ত্ৰাহি হৰি বুলি।
তাহাঙ্ক তেখনে ৰাখিলন্ত আসি
হাতে হৰি চক্ৰ তুলি॥ ২৬৩

---

২৬৩॥ তু°ক° তং বীক্ষ্য পীড়িতমজঃ সহসাৱতীৰ্য
সগ্ৰাহমাশু সৰসঃ কৃপয়োজ্জহাৰ।
গ্ৰাহাদ্বিপাটিতমুখাদৰিণা গজেন্দ্ৰং
সংপশ্যতাং হৰিৰমুমুচ দুস্ক্ৰিয়ানাম্॥
—ভাগৱত-পুৰাণ ৮.৩.৩৩

---

পা° ২৬৩॥ চক্ৰ—অস্ত্ৰ।

কাল-গ্ৰাহে ধৰি আত্মাকো গিলয়
চেতন নাহিকে মনে।
ত্ৰাহি হৰি বুলি পশিলো শৰণে
অভয় হৰি-চৰণে ॥ ২৬৪

ভৃত্য-ভয়-হাৰী অপৰ দেৱতা
নাহি হৰি-সমসৰ।
প্ৰপন্নজনৰ জানিবাহা হৰি
বজ্ৰৰ যেন পঞ্জৰ ॥ ২৬৫

হৰিৰ সেৱাত প্ৰয়াস নাহিকে
জানিবা নিশ্চয় কৰি।
নাম মাত্ৰ লৈলে হোৱন্ত প্ৰসন্ন
কিনো কৃপাময় হৰি ॥ ২৬৬

শুনিয়ো চতুৰ মহন্তসকল
কুৰা হৰি-গুণ গাই।
দুৰ্ঘোৰ কলিত হৰি-নাম বিনে
গতি আনমতে নাই ॥ ২৬৭

ঘোৰ কলি-যুগে যত ধৰ্ম্ম-কৰ্ম্ম
সব্বে কৰিলেক দূৰ।

---

২৬৪ ॥ তুং ক° সংসাৰকূপে পতিতং বিষয়ৈর্মুষিতেক্ষণং।
গ্ৰস্তং কালাহিনাত্মানং কোঽন্যস্ত্ৰাতুমধীশ্বৰঃ ॥
—ভাগৱত-পুৰাণ, ১১ ৮.৪১

---

পা° ২৬৪ ॥ আত্মাকো—সন্নাকে।

যিজনে কেৱলে হৰি-নাম লৱে
পুৰুষ সিসি চতুৰ ॥ ২৬৮

বিষয়-সম্বন্ধ ইন্দ্ৰিয়ৰ সুখ
সমস্ত যোনিতে পাই।
পৰম দুৰ্ল্লভ হৰিৰ ভকতি
মনুষ্যত পৰে নাই ॥ ২৬৯

মনুষ্য-জনম লভিবাৰ ফল
হৰিৰ কীৰ্ত্তন মাত্ৰ।
হৰিৰ কীৰ্ত্তন কৰি মহাসুখে
হোৱে ভকতিৰ পাত্ৰ ॥ ২৭০

হৰি-গুণ-নাম- শ্ৰৱণ-কীৰ্ত্তনে
কৰয় চিত্ত নিৰ্ম্মল।
হৰিৰ চৰণে কেৱলে ভকতি
লভিবাহা সুমঙ্গল ॥ ২৭১

## খেদ

কাল-গ্ৰস্ত হুয়া ভৈলো অচেতন
বয়স গোৱাইলো হেলে।
বান্ধৱ কৃষ্ণৰ নামক নলৈলো
হৰি-ভকতৰ মেলে ॥ ২৭২

পা° ২৭২ ॥ বয়স—বৰষ। গোৱাইলো—গমাইলো।

তুমি নিত্য নিৰ- ঞ্জন নাৰায়ণ
আমিও অংশ তোমাৰ।
তথু সেৱা-চোৰ পায়া মহামায়া
মুহিলে মন আমাৰ ॥ ২৭৩

কিনো অপৰাধ কৰি আছো আমি
মাধৱ বান্ধৱ প্ৰাণ।
নাম ধৰি ডাকো হিয়াত থাকিয়া
কেনে নেদা সমিধান ॥ ২৭৪

## নিন্দা

মহন্তসৱৰ কেৱলে জীৱন
হৰিৰ নাম মঙ্গল।
হেন হৰি-নাম নলৈয়া কলিত
কৰিলে জন্ম বিফল ॥ ২৭৫

হৰিৰ পৰম প্ৰিয়তম নাই
নিজ ভকতত পৰে।
হেন ভকতক যিজনে নিন্দয়
হৰিকেসে নিন্দা কৰে ॥ ২৭৬

---

২৭৩ ॥ ত্বদংশস্য মমেশান ত্বন্মায়াকৃতবন্ধনম্ ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.২০

---

পা° ২৭৩ ॥ মন—চিত্ত।
২৭৫ ॥ কলিত—কেমনে।

হৰি-ভকতৰ দায় নধৰয়
যম কাল আৰ কলি।
ইসব কথাক যিটো নমানয়
তিনিতো কৰিয়া বলী ॥ ২৭৭

হৰি-ভকতৰ ছিদ্রক নধৰে
দুষ্ট-শিৰোমণি কলি।
হেন ভকতৰ কিঞ্চিতো ছিদ্রক
সজ্জনে থাকে আকলি ॥ ২৭৮

হৰিৰ চৰণ সদা আৰাধন্ত
ব্রহ্মা হৰ পুৰন্দৰ।
হেন হৰি-পদে শৰণ নলৱে
কোন বুদ্ধি-হীন নৰ ॥ ২৭৯

মৃত্যুৰ মুখত সদায়ে পড়িয়া
আছয় যিসব নৰে।
সিটো নিদাৰুণে হৰি-গুণ-নাম
কীৰ্ত্তন কেনে নকৰে ॥ ২৮০

ভাৰত ভূমিত জনম লভিয়া
নভজে হৰি-চৰণে।
সিটো জ্ঞান-শূন্য পশুতো অধম
জনম লভিল কেনে ॥ ২৮১

মুকুতি-সুখকো তেজি মহাজনে
সদা ৰাম-নাম ধৰে।
হেন হৰি-নাম সুখক তেজিয়া
কুমতি মনুষ্য মৰে ॥ ২৮২
মুকুতি-সুখক তেজি মহাজনে
ৰাম-নামে কৰে আশা।
হেন হৰি-নাম নলৈয়া কেমনে
মৰে মলমতি নাশা ॥ ২৮৩
মুখ ভৰি ভৰি বোলা ৰাম হৰি
অক্ষয় পুণ্যক সাঞ্চা।
ৰাম নাভাবিয়া আন আচৰিয়া
কেনে আপুনাক বঞ্চা ॥ ২৮৪
হৰি-কীৰ্ত্তনৰ সময়ে যিজনে
থাকে আন কথা পাতি।
অন্তকালে নিয়া যম-দূতে ধৰি
কৰে তাক উগ্ৰ শাস্তি ॥ ২৮৫
বেদৰ ৰহস্য হৰিৰ কীৰ্ত্তন
সুশুনিলে সাৱধানে।
যমৰ কিঙ্কৰে তপত শলাক
বাহাৱে তাহাৰ কাণে ॥ ২৮৬

---

পা° ২৮২ ॥ সুখক···মৰে ॥—নলৈয়া কেমনে : মলমত্তি নৰ মৰে ॥
২৮৬ ॥ বাহাৱে—বাহিৰে।

আনন্দ-সমুদ্র হৰিৰ-কীৰ্ত্তনে
যিটোজনে নেদে চিত্ত।
সিটো মূঢ়মতি হৰিৰ দুৰ্ল্লভ
প্ৰসাদে ভৈল বঞ্চিত ॥ ২৮৭

মুকুতসকলো হৰিৰ কীৰ্ত্তনে
কৰন্ত সদায় ৰতি।
হেন কীৰ্ত্তনত যিটো চিত্ত নেদে
যাইবে সিটো অধোগতি ॥ ২৮৮

কলিত জনম লভিয়া হৰিৰ
নামত নকৰে ৰতি।
সিটো মূঢ়মতি আন কেনমতে
সাধিবে আপুন গতি ॥ ২৮৯

শবদ-ব্ৰহ্মাৰ পাৰ ভৈল যিটো
কৃষ্ণত ভকতি নাই।
তাৰ শাস্ত্ৰ-শ্ৰম শ্ৰমে মাত্ৰ ফল
যেন ৰাখে বাঞ্জী গাই ॥ ২৯০

ৰাজা-প্ৰজা জানি- লেক ভক্তি-পন্থ
শঙ্কৰৰ মত শুদ্ধ।
সিটো মত লাড়ি আন আচৰয়
পৰম সিটো মুগুধ ॥ ২৯১

---

২৯০॥ শব্দব্ৰহ্মণি নিষ্ণাতো ন নিষ্ণাতোঽপৰে যদি।
শ্ৰমস্তস্য শ্ৰমফলং হ্যধেনুমিব ৰক্ষতঃ॥

---

২৯০॥ শাস্ত্ৰ-শ্ৰম—মাত্ৰ শ্ৰম।

আপুনি পণ্ডিত সুহি মহন্তক
সুপাসিলে কদাচিত।
তথাপিতো গুৰু বোলায়ে কৃষ্ণৰ
মায়ায়ে হুয়া মোহিত॥ ২৯২
নজানে শাস্ত্ৰক শিষ্যৰ সংশয়
নপাৰে দূৰ কৰিত।
তাৰ উপদেশে আন নতৰয়
আপুনো ভৈল বঞ্চিত॥ ২৯৩
শাস্ত্ৰ-মত এৰি যি কথা কহয়
কেৱলে পাষণ্ড-নয়।
আছোক কৃষ্ণক পাইবে কদাচিত
সুগুচে সংসাৰ-ভয়॥ ২৯৪
অন্ন যোনি কিছো নকৰে বিচাৰ
জাতি-কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদ-পন্থ কৰি নষ্ট॥ ২৯৫
হৰি হৰি হৰি কিনো ভৈলা আতি
কৃষ্ণৰ মায়াৰ বল।
হৰি-ভকতিৰ পন্থত কপট
পাতিলেক অমঙ্গল॥ ২৯৬

---

পাঠ ২৯২॥ তথাপিতো···মোহিত॥—( ওপৰঞ্চি )
পৰমাৰ্থতত্ত্ব বিচাৰি কহয়ে
কমনে সিটো পণ্ডিত॥

শাস্ত্রৰ বিচাৰে নজানে ভকতি
পৰমাৰ্থ মতি-মূঢ়।
হৰি-কথা-ছলে কৰ্ণত কুমন্ত্ৰ
কহয়ে কৰিয়া গূঢ় ॥ ২৯৭

চাৰিও জাতিৰ নিজ পিতৃ কৃষ্ণ
জানিয়া যিটো নভজে।
এহি পাপে নিজ- ধৰ্ম্ম-ভ্ৰষ্ট হুয়া
ঘোৰ নৰকত মজে ॥ ২৯৮

হৰিৰ চৰণ নভজি নকৰে
আপুন দুখ খণ্ডিত।
পৰমাৰ্থ-তত্ত্ব বিচাৰি কহিয়ো
কেমনে সিটো পণ্ডিত ॥ ২৯৯

আপুন জনম ভাৰত ভূমিত
লভিলেক যিটো নৰ।
হৰিক নভজি কৰিলে বিফল
সিটো শোচ্য সমস্তৰ ॥ ৩০০

---

২৯৮ ॥ য এনং পুৰুষং সাক্ষাদাত্মপ্ৰভৱমীশ্বৰং।
ন ভজন্ত্যৱজানন্তি স্থানাদ্ভ্ৰষ্টাঃ পতন্ত্যধঃ ॥

---

পা° ২৯৭ ॥ কুমন্ত্ৰ—কুকথা।
৩০০ ॥ শোচ্য সমস্তৰ—সৌন্থ সমসৰ।
আপুন জনম—আপুনাৰ জন্ম ( অপুনৰ্জ্জন্ম ? )

হৰিৰ চৰণ নভজি কেৱলে
পোষে পুত্ৰ ভাৰ্য্যা মাত্ৰ।
যম ৰাজা বুলি- লন্ত সেহিজন
যম-যাতনাৰ পাত্ৰ ॥ ৩০১

হৰিৰ চৰণ নিচিন্তি চিন্তয়
বিষয়ক দিনে ৰাতি।
শাস্ত্ৰৰ সম্মতে জানা সেহিজন
ভৈল নিজ আত্মাঘাতী ॥ ৩০২

## প্ৰাৰ্থনা

তুমি সৰ্ব্বসাখী আত্মা হৃষীকেশ
জানাহা মোৰ চিত্তক।
শৰণাগতক মঞি আতুৰক
উপেক্ষা কৰা কিসক ॥ ৩০৩

হে কৃষ্ণদেৱ মঞি আতুৰক
চৰণে কৰা উদ্ধাৰ।
তিনি তাপময় সংসাৰ-নিকাৰ
সহিতে নপাৰো আৰ ॥ ৩০৪

---

৩০১ ॥ তানানয়ধ্বমসতো ৱিমুখান্মুকুন্দপাদাৰৱিন্দমকৰন্দৰসাদজস্ৰম্ ।
নিষ্কিঞ্চনৈঃ পৰমহংসকুলৈ ৰসজ্ঞৈৰ্জুষ্টাদ্গৃহে নিৰয়ৱৰ্ত্মনি বদ্ধতৃষ্ণান্ ॥
—ভাগৱত-পুৰাণ ৬.৩.২৮

বাহিৰে ভিতৰে　　তুমি হৰি গুৰু
　আছাহা চৈতন্য-ৰূপে।
দিয়োক সুমতি　　তুমি বিনে গতি
　নাহিকে কৈলো স্বৰূপে ॥ ৩০৫

হৰি ও হৰি　　করুণা-সাগৰ
　কৰিও কৃপা আহ্মাক।
প্রিয়তম আত্মা　　সখা ইষ্ট দেৱ
　মানিয়া আছো তোহ্মাক ॥ ৩০৬

হে হৰি মোক　　দুৰাচাৰ বুলি
　নকৰিবা পৰিহাৰ।
তুমি বিনে মহা-　　পতিত-পাৱন
　কোন দেৱ আছে আৰ ॥ ৩০৭

নমো নমো ৰাম　　কৃষ্ণ প্রভু দেৱ
　তুমি মোৰ নিজ গতি।
হুয়োক সদয়　　যিমতে ৰহয়
　তোহ্মাত নির্ম্মল ৰতি ॥ ৩০৮

---

৩০৫ ॥ ত্বং কং নৈৱোপযাস্ত্যপচিতিং কৱয়স্তৱেশ
　ব্রহ্মায়ুষাপি কৃতমৃদ্ধমুদশ্চৰন্তি।
যোঽন্তর্ব্বহিস্তনুভৃতা শুভং ৱিধুন্বন্
　আচার্য্যচৈত্ত্যৱপুষা স্বগতিং ৱ্যনক্তি ॥

---

পা° ৩০৬ ॥ দেৱ—গুৰু।
　৩০৮ ॥ নির্ম্মল—তোমাৰ চৰণে।

নমো নমো কৃষ্ণ তোমাৰ ভকতি
মুকুতিতো কৰি বলে।
মোৰ তাকে মন দিয়োক শৰণ
অৰুণ-চৰণ-তলে ॥ ৩০৯

চৰণত ধৰো কাতৰ কৰোহো
ইবাৰ নেৰিয়ো হৰি।
পতিত-পাৱন দেৱ নাৰায়ণ
নাহিকে তোহ্মাৰ সৰি ॥ ৩১০

এ ভৱ-সাগৰে মজি নাৰায়ণ
আতুৰ ভৈলো আপাৰ।
দীন অনাথক তুমি কৃপাময়
চৰণে কৰা উদ্ধাৰ ॥ ৩১১

হে হৰি তযু মায়ায়ে আমাক
ভাণ্ডিছে কৰি কপট।
দূৰ কৰা মায়া চাপোহো তোহ্মাৰ
চৰণ-ছত্ৰ-নিকট ॥ ৩১২

পতিত-পাৱন ৰাম নাৰায়ণ
চৰণে মোক উদ্ধাৰা।
আমি পতিতৰ পতিত-পাৱন
নামৰ পৰীক্ষা কৰা ॥ ৩১৩

পতিত-পাৱন নাম নাৰায়ণ
প্ৰসিদ্ধ সমস্ত জনে।

আমি মহাপাপী　　শৰণে পশিলো
ৰাখিয়ো নিজ চৰণে ॥ ৩১৪

হে হৰি মঞি　　অনাথক দায়া
কৰা হৰি একবাৰ।
কৃপা-ৰসে তিতি　　অৰুণ-বৰণ
চৰণ ভৈল তোক্ষাৰ ॥ ৩১৫

কৃপাৰ সাগৰ　　দেৱকী-নন্দন
পূৰিয়ো মনৰ কাম।
ভকতৰ সঙ্গ　　সদা সুগুচোক
মুখে তুৱা গুণ নাম ॥ ৩১৬

কোটি কোটি ঘোৰ　　অপৰাধ নিতে
কৰো আমি দুৰাশয়।
হে হৰি মোক　　দাস হেন মানি
ক্ষমিয়োক কৃপাময় ॥ ৩১৭

---

৩১৭ ॥ অপৰাধসহস্ৰাণি ক্ৰিয়ন্তেঽহৰ্নিশম্ময়া।
দাসোঽহমিতি মাং মত্বা ক্ষমস্ব পৰমেশ্বৰ ॥

---

পা° ৩১৫ ॥ বৰণ…তোমাৰ—চৰণে শৰণ লৈলো তোমাৰ ॥
৩১৭-৩১৮ৰ মাজত ॥ অনাদি অনন্ত　　হে ভগৱন্ত
ভজো কৰি প্ৰণিপাত।
মুকুতি-সুখকো　　তেজি মহাজনে
শৰণ লয়ে তোমাত ॥

অনাদি অনন্ত অচিন্ত্য ঈশ্বৰ
তুমিসে নিত্য নির্ম্মল।
গুচায়ো কুমতি ভজোহো কেৱলে
তোম্হাৰ পদ-কমল ॥ ৩১৮

হে ভগৱন্ত ভজোহো তোম্হাৰ
অভয় পদ-কমলে।
মঞি-অনাথক ৰাখিয়ো ঈশ্বৰ
অৰুণ-চৰণ-তলে ॥ ৩১৯

হে কৃষ্ণ কৃপা- ময় প্ৰভু মোক
কৰা কৃপা এহিমান।
তোম্হাৰ চৰণে ৰহোক আম্হাৰ
সদায় নির্ম্মল জ্ঞান ॥ ৩২০

জয় জগবন্ধু জগত-কাৰণ
নাৰায়ণ নিৰাকাৰ।
কেৱলে তোম্হাৰ চৰণ-পঙ্কজে
ৰহোক ৰতি আম্হাৰ ॥ ৩২১

দীন দায়াশীল দেৱ দামোদৰ
দীনক নেৰিয়ো মোক।
হেন কৃপা কৰা তযু পাৱে মোৰ
সহজে ৰতি মিলোক ॥ ৩২২

পাং ৩২০ ॥ কৃপাময় প্ৰভু মোক—কৃষ্ণ মঞি অনাথক।

তোমাৰ চৰণ-　　সেৱাৰ গোবিন্দ
　　নজানো একো উপায়।
যিমতে সেৱাত　　ৰহিবো করুণা
　　কৰিতে হৰি যুৱাই ॥ ৩২৩

হে প্ৰাণ-হৰি　　দান্তে তৃণ ধৰি
　　মাগোহো তোমাৰ পাৱে।
মোৰ মন মজি　　তোমাৰ পাৱত
　　ৰহোক হৰি স্বভাৱে ॥ ৩২৪

জ্বৰ তাপ পীড়া　　মৰণ সময়ে
　　কৰা হৰি কৃপা মোক।
তযু গুণ-নাম-　　শ্ৰৱণ স্মৰণ
　　বচন-গোচৰ হোক ॥ ৩২৫

গোপিনীৰ ধন　　ব্ৰজৰ জীৱন
　　মোহন ৰাম গোৱিন্দ।
পৰম সাদৰে　　শিৰে তুলি ধৰো
　　তযু পদ-অৰৱিন্দ ॥ ৩২৬

---

৩২৫ ॥ অথ কথঞ্চিৎস্খলনক্ষুৎপতনজৃম্ভনদুৰৱস্থানাদিষু ৱিৱশানাং নঃ স্মৰণায় জ্বৰমৰণদশায়ামপি সকলকশ্মলনিৰসনানি তৱ গুণকৃতনামধেয়ানি ৱচনগোচৰাণি ভৱন্তু।

—ভাগৱত-পুৰাণ, ৫.৩.১২

---

পা° ৩২৬ ॥—( নাই। )

## নাম-মহিমা

কৃষ্ণৰ পৰম নিৰ্ম্মল চৰিত্ৰ
কথাৰ যৈত প্ৰকাশ।
গঙ্গা আদি কৰি যত তীৰ্থ আছে
তৈতেসে কৰে নিৱাস ॥ ৩২৭

শ্ৰীৰাম-নাম ভকতজনৰ
মহাধন হীৰা বিত্ত।
সংসাৰ-সাগৰে তাৰ দুৰ্গ পাৰ
শ্ৰীৰাম-নামে নিশ্চিত ॥ ৩২৮

শ্ৰীৰাম-নাম মল-অৰণ্যৰ
বাড়ৱ অগনি সম।
শ্ৰীৰাম-নাম মনৰ উৎসৱ
ভদ্ৰতো ভদ্ৰ উত্তম ॥ ৩২৯

নাৰায়ণ-নাম নৰ সমস্তৰ
প্ৰসিদ্ধ চৌৰ বিশেষ।

---

৩২৭ ॥ তত্ৰৈৱ গঙ্গা যমুনা চ ৱেণী
গোদাৱৰী সিন্ধু সৰস্বতী চ।
সৰ্ব্বাণি তীৰ্থানি ৱসন্তি তত্ৰ
যত্ৰাচ্যুতোদাৰকথাপ্ৰসঙ্গঃ ॥
—পাণ্ডৱী-গীতা

৩২৮ ॥ শ্ৰীৰামনাম ভৱসাগৰদুৰ্গপাৰং।
শ্ৰীৰামনাম ভগৱজ্জনহীৰৱিত্তম্ ॥

৩২৯ ॥ শ্ৰীৰামনাম মলকাননচিত্ৰভানুঃ।
শ্ৰীৰামনাম মনস উৎসৱভদ্ৰভদ্ৰম্ ॥

অনেক জন্মৰ　　সঞ্চিত পাতেক
শ্ৰৱণে হৰে নিঃশেষ ॥ ৩৩০

ৰাম শবদৰ　　ৰা পদ ভৈল
প্ৰচণ্ড বহ্নি-নিশ্চয় ।
ম বায়ু সমে　　অধৰ্ম্ম অৰণ্য
দহিয়া ভস্ম কৰয় ॥ ৩৩১

কুকথা পাষণ্ড　　সংবাদ বিবাদ
পৰ্ব্বত আতি নিঠুৰ ।
ৰাম-কৃষ্ণ-নাম-　　বজ্ৰক প্ৰহাৰি
কৰা তাক মষিমুৰ ॥ ৩৩২

অপাৰ আনন্দ-　　ৰস ৰাম-নাম
মুখত থাকয় যাঁৰ ।
মুকুতি-সুখকো　　থৰে পাশ কৰি
আন সুখ কোন ছাৰ ॥ ৩৩৩

---

৩৩০ ॥　নাৰায়ণো নাম স মানৱানাং প্ৰসিদ্ধঃ চৌৰঃ কথিতঃ পৃথিব্যাম্ ।
অনেকজন্মাৰ্জিতপাপসঞ্চং হৰত্যশেষং স্মৰতাং সদৈৱ ॥
—পাণ্ডৱী-গীতা

৩৩১ ॥　আদি ৰামস্য ৰামস্য হুতভুক্ হুতভুক্সখঃ ।
পৰমঃ পৰমো ধৰ্ম্মোঽধৰ্ম্মাৰণ্যং দহেদলম্ ॥

---

পা° ৩৩৩ ॥　থৰে পাশ কৰি—কৰিল অধীন ।
ৰস ৰাম-নাম—ৰাম-কৃষ্ণ-নাম ।

যিটো মহাজনে ঈশ্বৰ কৃষ্ণৰ
ভজয় পদ-কমল।
কুল উদ্ধাৰিল আপুন তৰিল
তাৰেসে জন্ম সাফল॥ ৩৩৪
সুদৃঢ় বিশ্বাস কৰি যিটোজনে
সদা ৰাম-নাম গাৱে।
তাক বাপ-দায় দিয়া দুষ্ট কলি
দূৰতো দূৰ পলাৱে॥ ৩৩৫
অলপ অক্ষৰ ৰাম-কৃষ্ণ-নাম
কোমলৰো সুকোমল।
ৰাম-কৃষ্ণ-নাম সৰাৰো সুহৃদ
মঙ্গলৰো সুমঙ্গল॥ ৩৩৬
মুকুতসৱৰো মনক টানিয়া
আনয় হৰিৰ গুণে।
এক-প্ৰাণ হুয়া মহন্তসকলে
গাৱয় কহয় শুনে॥ ৩৩৭
হৰিৰ নামৰ অনন্ত মহিমা
জানি মহাজনে গান্ত।
আপুন নামৰ মহিমাক হৰি
আপুনি অন্ত নপান্ত॥ ৩৩৮
হৰিৰ নামৰ অনন্ত প্ৰভাৱ
কোনে কহি পাৰে সীমা।

সংসাৰ বিনাশে　　হৰিকো প্ৰকাশে
　　নামৰ মহামহিমা ॥ ৩৩৯

হৰিৰ নামত　　একোৱে বিঘিনি
　　নাহিকে জানা নিশ্চয়।
আন যত ধৰ্ম্ম　　তাহাৰো বিঘিনি
　　নামেসে দূৰ কৰয় ॥ ৩৪০

ৰাম-নাম মহা-　　প্ৰমত্ত সিংহৰ
　　ধ্বনি শুনি ঋণি ঋণি।
পাপময় মত্ত　　মাতঙ্গ পলায়
　　মিলিল হেৰা বিঘিনি ॥ ৩৪১

ৰাম-কৃষ্ণ-নাম　　কীৰ্ত্তন বাড়ৱ-
　　অগনিৰ শিখা লাগি।
অসুৰ ৰাক্ষস　　পাষণ্ড পিশাচ
　　পলায় দশো দিশে ভাগি ॥ ৩৪২

জয় জগজ্জীৱ　　জগত-কাৰণ
　　জয়তি জগনিৱাস।
তোম্হাৰ ভকতি-　　ৰসে মুকুতিকো
　　কৰে বহু পৰিহাস ॥ ৩৪৩

---

৩৪১-৪২ ॥ তু°ক° ত্বন্নামসংকীৰ্তনতো নিশাচৰা দ্ৰৱন্তি ভূতান্যপযান্তি চাৰয়ঃ।
নাশং তথা সম্প্ৰতি যান্তি ৱিঘ্নোধৰ্মাদি সত্যং ভৱতীহ মোক্ষম্ ॥
—ব্ৰহ্ম-পুৰাণ

---

পা° ৩৪৩ ॥ পৰিহাস—উপহাস।

কৃষ্ণ-নাম ইটো পৰম মঙ্গল
যাহাৰ থাকে বাক্যত।
সিটো পুৰুষৰ ভস্ম হুয়া যায়
মহাপাপ কোটি শত ॥ ৩৪৪

পৰম উজ্জ্বল হৰি-নাম-ৰত্ন
কণ্ঠত যিটো পিন্ধয়।
তাহাৰ পুৰুষ যতেক আছয়
সবাকো শোভা কৰয় ॥ ৩৪৫

পৰম প্ৰশান্ত নাৰায়ণ-পৰ
মুক্তৰো মাজে বিৰল।
এহিমানে মাত্ৰ পুৰুষাৰ্থ-সাৰ
হৰিৰ সেৱাৰ বল ॥ ৩৪৬

ধৰ্ম্মে পৃথিৱীৰ আগত কহিলা
মহাভাগৱত-ধৰ্ম্ম।
মুকুতি-সুখৰ কেৱলে আশ্ৰয়
জানা মাধৱৰ কৰ্ম্ম ॥ ৩৪৭

---

৩৪৪ ॥ কৃষ্ণেতি মঙ্গলং নাম যস্য ৱাচি প্ৰৱৰ্ত্ততে।
ভস্মীভৱন্তি ৰাজেন্দ্ৰ, মহাপাতককোটয়ঃ ॥

৩৪৬ ॥ মুক্তানামপি সিদ্ধানাং নাৰায়ণপৰায়ণঃ।
সুদুৰ্লভঃ প্ৰশান্তাত্মা কোটিষপি মহামুনে ! ॥

---

পা° ৩৪৫ ॥ ৰত্ন—ধৰ্ম্ম।
৩৪৭ ॥ মহাভাগৱত—ভাগৱত-তত্ত্ব।

কৃষ্ণ-গুণ-নাম-　　　ধৰ্ম্মেসে পৰম
মঙ্গলৰো সুমঙ্গল ॥
কৃষ্ণৰ কীৰ্ত্তন-　　　ৰসেসে কেৱলে
মুকুতি-সুখৰ ফল ॥ ৩৪৮

যিহেতু কৃষ্ণৰ　　　কীৰ্ত্তন-ধৰ্ম্মত
নাহিকে পাত্ৰ নিয়ম।
কেৱলে কৃষ্ণৰ　　　কীৰ্ত্তনে কৰয়
সমস্তকে নৰোত্তম ॥ ৩৪৯

অন্যত্ৰ সাধনে　　　কোনো বিচক্ষণ-
জনক মোক্ষ দিৱয়।
কৃষ্ণৰ জন্মৰ　　　কৰ্ম্মৰ কীৰ্ত্তনে
মুকুতিকো বিড়ম্বয় ॥ ৩৫০

ৰাম হেনো ইটো　　　দুগুটি অক্ষৰ
বলৰ নাহিকে সীমা।
মুকুতি-সুখকো　　　কৰিলে অধীন
আছোক আন মহিমা ॥ ৩৫১

যিটো ৰুদ্ৰদেৱে　　　পৰম লীলায়ে
জগতকে সংহৰন্ত।
ৰামৰ নামৰ　　　তেহো হুয়া বশ্য
দিনে-ৰাত্ৰি সুমৰন্ত ॥ ৩৫২

---

৩৫২ ॥ ঈশোঽহং সৰ্ব্বজগতাং নাম্নাং বিষ্ণোৰ্হি জাপকঃ ॥

নাৰদ সনত- কুমাৰ অনন্ত
শুক মুনি আদি কৰি।
মুকুতি-সুখক ঠেলি ৰাম-নাম
সদায় ফুৰে সুমৰি॥ ৩৫৩

ইটো ৰাম-নামে আপুনাৰ গুণে
ঈশ্বৰকো কৰে বশ্য।
এতেকে জানিবা ৰাম-নাম বিনে
শাস্ত্ৰৰো নাহি ৰহস্য॥ ৩৫৪

চৈতন্য-ঈশ্বৰ- আদিত্য যাহাৰ
হিয়াত ভৈলা প্ৰকাশ।
কাল-মেঘ-প্ৰায় অবিদ্যা-আন্ধাৰ
তাহাৰো হোৱে বিনাশ॥ ৩৫৫

ভালুক বানৰ ৰাক্ষস তৰিল
ৰামত কৰিয়া সেৱ।
হেনয় পৰম কৃপালু দেৱতা
ৰাম বিনে নাহি কেৱ॥ ৩৫৬

নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে।

---

৩৫৬॥ সুৰোঽসুৰো ৱাপ্যথ ৱানৰো নৰঃ সৰ্বাত্মনা যঃ সুকৃতজ্ঞমুত্তমং।
ভজেত ৰামং মনুজাকৃতিং হৰিং য উত্তৰাননয়ৎ কোশলান্ দিৱং॥

---

পা° ৩৫৫॥ প্ৰকাশ—প্ৰৱেশ।

শ্ৰৱণ কীৰ্ত্তন কৰি মহামুখে
পাপীও সংসাৰ তৰে ॥ ৩৫৭
পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ
গুণৰ নাহিকে অন্ত ।
ইহাৰ তত্ত্বক জানিবা কেৱলে
শঙ্কৰে মাত্ৰ জানন্ত ॥ ৩৫৮

## নাম

ৰাম কৃষ্ণ হৰি গোপাল গোৱিন্দ
মুকুন্দ যদু মুৰাৰি ।
ভকতৰ ধন হৃদয়-ৰঞ্জন
ব্ৰজ-জন-অধিকাৰী ॥ ৩৫৯
ৰাম অনন্ত প্ৰভু ভগৱন্ত
ভকত-ভয়-ভঞ্জন ।
নিত্য নিৰঞ্জন দানৱ-গঞ্জন
সজ্জন-জন-ৰঞ্জন ॥ ৩৬০
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰঘুপতি
ৰাঘৱ ৰঘু-নন্দন ।
অনাদি অনন্ত শিৱ সনাতন
অচ্যুত জগ-বন্দন ॥ ৩৬১

পা° ৩৫৯ ॥ হৃদয়-ৰঞ্জন—জীৱৰ জীৱন ।

দৈৱকী-নন্দন ৰাম নাৰায়ণ
জগত-কাৰণ ৰাম।
সৰ্ব্ব-দেৱ-শিৰো- মণি নাৰায়ণ
সমস্তে সুখৰে ধাম॥ ৩৬২

নিৰাকাৰ নিৰা- ময় নৰোত্তম
নাৰায়ণ নিৰঞ্জন।
মুকুন্দ মুৰাৰি ভৱ-ভয়হাৰী
ভকত-জন-ৰঞ্জন॥ ৩৬৩

মাধৱৰ নাম বৎস-প্ৰায় ভৈল
ভক্তে তাঙ্ক লৈয়া যান্ত।
বেদৰ ঈশ্বৰ হৰি ধেনু যেন
তাৰ পাছে পাছে ধান্ত॥ ৩৬৪

## প্ৰশংসা

তাৰাসৱে পূজ্য তাৰাসৱে ধন্য
তাৰাসে সুহৃদ জন।
কলি-যুগে হৰি আনকো বোলাৱে
আপুনো কৰে কীৰ্ত্তন॥ ৩৬৫

---

৩৬৪॥ ৱাসুদেৱ ৱাসুদেৱ ৱাসুদেৱেতি যো ৱদেৎ।
ৱৎসং গৌৰিৱ ধাৱন্তমনুধাৱন্তি পৃষ্ঠতঃ॥

৩৬৫॥ তেঽপি পূজ্যাস্তেঽপি ধন্যাস্ত এৱ সুহৃদো জনাঃ।
স্মৰন্তঃ স্মাৰয়ন্তো যে হৰের্নাম কলৌ যুগে॥
—মৎস্য-পুৰাণ ( ভক্তি-ৰত্নাকৰ ২১.২২ )

---

পা° ৩৬২॥ সুখৰে—গুণৰ।

হৰিক বান্ধৱ　　বুলিয়া যিজনে
　কৰয় হৰি-কীৰ্ত্তন।
সমস্তে শাস্ত্ৰৰ　　তত্ত্বক জানিলে
　জানা সিসি মহাজন॥ ৩৬৬

যেৱে হৰি-পদে　　শৰণ পশিয়া
　হৰি-নাম লৱে মুখে।
হৰিৰ প্ৰসাদ　　পাৱয় সিজনে
　মায়াকো তৰয় সুখে॥ ৩৬৭

ধন্য কলি-যুগ　　ধন্য ৰাম-নাম
　ধন্য ধন্য নৰ-কায়া।
ভাগ্যহীনজনো　　জপি ৰাম-নাম
　তৰয় দুস্তৰ মায়া॥ ৩৬৮

কলিৰ লোকৰ　　ভাগ্যৰ মহিমা
　কোনে কহি পাৰে পাৰ।
হৰি গুণ-নাম　　কলিৰ স্বধৰ্ম্ম
　সমস্তে শাস্ত্ৰৰে সাৰ॥ ৩৬৯

হৰি-কথা-ৰস　　নিৰ্ম্মল অমৃত
　যিটোজনে পান কৰে।
সংসাৰ-মধ্যত　　সিসি জনে মাত্ৰ
　সাফল জীৱন ধৰে॥ ৩৭০

**বস্তু-প্ৰকাশ**

বৈকুণ্ঠ প্ৰকাশে হৰি-নাম-ৰসে
প্ৰেম-অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥ ৩৭১

গোৱিন্দৰ প্ৰেম অমৃতৰ নদী
বহে বৈকুণ্ঠৰপৰা।
চাৰি পুৰুষাৰ্থ তাহাৰ নিঝৰা
হৰিনামে মূল ধাৰা ॥ ৩৭২

হৰি ভক্তি দান দিয়া জগতকে
তাৰিলা সংসাৰ-সিন্ধু।
হেনয় কৃপালু শঙ্কৰ বিনাই
নাহি নাহি আন বন্ধু ॥ ৩৭৩

হৰি-ভকতিৰ পাতিলন্ত হাট
শঙ্কৰে জগত জুৰি।
ৰাম-নাম-ৰত্ন বেহায়া জগতে
চলয় বৈকুণ্ঠ পুৰী ॥ ৩৭৪

শ্ৰীমন্ত শঙ্কৰ হৰি-ভকতৰ
জানা যেন কল্পতৰু।

---

৩৭২ ॥ শ্ৰীভাগৱতং মূলধাৰা মোক্ষাদয়স্তস্য নিৰ্ঝৰাঃ।
ভগৱদ্ভক্তিৰ্নদী তস্যা ৱহতীহ ৱৈকুণ্ঠাম্বধুৰা ॥

তাহান্ত বিনায়　　নাহি নাহি নাহি
আমাৰ পৰম গুৰু ॥ ৩৭৫

## নিবেদন

কতনো অমোঘ　　অপৰাধ হৰি
কৰিয়া আছো প্ৰচুৰ।
বুদ্ধিত থাকিয়া　　নেদাহা সুবুদ্ধি
কৃপাৰ হুয়া ঠাকুৰ ॥ ৩৭৬
যিহেতু তোম্মাৰ　　চৰণ-পঙ্কজে
নভজিলো নাৰায়ণ।
সিহেতু অনাদি　　অবিদ্যা আম্মাৰ
কৰিলে জ্ঞান উছন্ন ॥ ৩৭৭
তুমি নিজ পিতৃ　　গুৰু ইষ্টদেৱ
নভজো তোম্মাৰ পাৱে।
এহি দোষে মোক　　যম-দূতে ধৰি
যাতনা দুখ ভুঞ্জাৱে ॥ ৩৭৮
তুমি প্ৰিয় আত্মা　　পৰম দেৱতা
তোমাত ভৈলো বিমুখ।
এতেকে তোম্মাৰ　　মায়ায়ে আম্মাত
দিলেক সংসাৰ-দুখ ॥ ৩৭৯

---

পা° ৩৭৮ ॥ ইষ্টদেৱ—ইষ্ট মোৰ।
৩৭৯ ॥—( নাই )।

## কলি-ধৰ্ম্ম-নিৰ্ণয়

সত্যাদিৰ লোকে কলিত জনম
বাঞ্ছা কৰে নিৰন্তৰ।
হৰি-গুণ গায়া নিশ্চয়ে কলিত
হৈব নাৰায়ণ-পৰ ॥ ৩৮০

ঘোৰ কলি-যুগে পাইলে সৰ্ব্ব ধৰ্ম্ম
বৰ্জ্জিত ভৈল নিশ্চয়।
নাৰায়ণ-পৰ ভৈলে কৃতকৃত্য
হোৱয় নাহি সংশয় ॥ ৩৮১

হৰি-গুণ-নাম- কীৰ্ত্তনে কলিৰ
কল্মষ কৰে বিনাশ।
অনায়াসে ঘোৰ সংসাৰ তৰিয়া
পাৱয় কৃষ্ণৰ পাশ ॥ ৩৮২

---

৩৮০ ॥ কৃতাদিষু প্ৰজা ৰাজন্ কলাৱিচ্ছন্তি সম্ভৱং।
কলৌ খলু ভৱিষ্যন্তি নাৰায়ণপৰায়ণাঃ ॥
—ভাগৱত-পুৰাণ ১১.৫.২৫ ( ভক্তি-ৰত্নাকৰ ২১.৭ )

৩৮১ ॥ ঘোৰে কলিযুগে প্ৰাপ্তে সৰ্ৱধৰ্মৱিৱৰ্জিতাঃ।
নাৰায়ণপৰা মৰ্ত্ত্যাস্তে কৃতাৰ্থা ন সংশয়ঃ ॥
—তুং কং বৃহন্নাৰদীয় পুৰাণ, ৩৮.১.২৯

৩৮২ ॥ নাম্নাং হৰেঃ কীৰ্ত্তনতঃ প্ৰযাতি সংসাৰপাৰং দুৰিতৌঘযুক্তঃ।
নৰঃ স সত্যং কলিদোষজন্মপাপং নিহন্ত্যাশু কিমত্ৰ চিত্ৰম্ ॥
ঘোৰে কলিযুগে প্ৰাপ্তে হৰিনামপৰায়ণাঃ।
সমস্ত পাপনিৰ্মুক্তা যাস্যন্তি পৰমাং গতিম্ ॥
—বৃহন্নাৰদীয়-পুৰাণ, ৩৮.১২৯

সমস্তে শাস্ত্ৰৰ　　পৰম নিৰ্ণীত
হৰি-গুণ-নাম মাত্ৰ।
কলিৰ পৰম　　মলিন মনুষ্যে
সি ধৰ্ম্মৰো ভৈল পাত্ৰ॥ ৩৮৩

কলিৰ লোকক　　পৰম কৃপালু
কৃষ্ণে কৰিলন্ত দায়া।
মোৰ নাম-গুণ　　গায়া মহাসুখে
তৰোক দুৰ্ঘোৰ মায়া॥ ৩৮৪

কলিৰ মনুষ্য　　ভৈল ধৰ্ম্ম-হীন
পাপ-সাগৰত মজি।
হেন পাপীসবো　　কৃষ্ণ-গুণ গায়া
তৰয় কৃষ্ণক ভজি॥ ৩৮৫

কলিৰ লোকৰ　　যি ভাগ্য মিলিল
কহিয়া অন্ত নপায়।
নিৰন্তৰে লোক　　নাৰায়ণ-পৰ
হৈবে হৰি-গুণ গাই॥ ৩৮৬

মুকুত কোটিৰ　　মাজত দুৰ্ল্লভ
জানা নাৰায়ণপৰ।
কলি-যুগে হেন　　নাৰায়ণ-পৰ
হৈবে লোক নিৰন্তৰ॥ ৩৮৭

---

৩৮৪॥ আচিন্ত্য কীৰ্ত্তিং সুশ্লোকাং বিতত্য হ্যঞ্জসা নু (?) কৌ।
তমো নবাগুবিষ্কৃৰ্তীত্যগাৎ স্বপদমীশ্বৰঃ॥

কলিত হৰিৰ কীৰ্ত্তনতে সুখে
সৰ্ব্ব পুৰুষাৰ্থ পাই।
হৰিৰ কীৰ্ত্তন বিনায়ে কলিত
আন মহালাভ নাই॥ ৩৮৮

কলিৰ মলত মজিলো গোবিন্দ
গতি মোৰ নাহি আন।
তোক্ষাৰ নামক কৰিলো আশ্ৰয়
জানিয়া ধৰ্ম্ম প্ৰধান॥ ৩৮৯

**ছুৰবাৰ**

চৈতন্য-আদিত্য হৃদয়-আকাশে
সৰ্ব্বদায়ে প্ৰকাশয়।
উদয়াস্ত নাহি সন্ধ্যা উপাসনা
কৰিবো কোন সময়॥ ৩৯০

যিহেতু গোবিন্দ নিজ-যশ-প্ৰিয়
ভকত-বৎসল হৰি।
সিহেতু সদায় নাম-গুণ শুনি
থাকন্ত আনন্দ কৰি॥ ৩৯১

---

৩৮৮॥ যত্ৰ সংকীৰ্তনেনৈৱ সৰ্বঃ স্বাৰ্থোঽভিলভ্যতে।
নহ্যতঃ পৰমো লাভো দেহিনাং ভ্ৰাম্যতামিহ॥
—ভাগৱত-পুৰাণ, ১১.৫.৩৬-৩৭

৩৯০॥ চিদাদিত্যো হৃদাকাশে সদা ভাতি নিৰন্তৰম্।
উদয়াস্তমনৌ ন স্তঃ কথং সন্ধ্যামুপাস্মহে॥

পৰম নিৰ্ম্মল　　ধৰ্ম্ম হৰি-যশ
জগত-পাৱনকাৰী।
তাতেসে আপুন　　যশত সন্তোষ
ঈশ্বৰ প্ৰভু মুৰাৰি॥ ৩৯২

## কৃষ্ণৰ পুৰুষ-লক্ষণ

ঈশ্বৰ কৃষ্ণৰ　　শুনিয়োক মহা-
পুৰুষ-লক্ষণ সাৰ।
ত্ৰিগম্ভীৰ সপ্ত　　ৰক্ত পঞ্চ দীৰ্ঘ
উন্নত ছয় প্ৰকাৰ॥ ৩৯৩
গমন গম্ভীৰ　　বচন গম্ভীৰ
গম্ভীৰ নাভি-কমল।
এহি ত্ৰিগম্ভীৰ-　　স্মৰণে কৃষ্ণৰ
মিলয় মহামঙ্গল॥ ৩৯৪
অৰুণ নয়ন　　অধৰ দশন
অৰুণ কৰ চৰণ।
নখ-ৰেখাচয়　　অৰুণ কৃষ্ণৰ
স্মৰণে দুখ-তৰণ॥ ৩৯৫

---

৩৯৩—॥ ভুংকং ত্ৰিগম্ভীৰং সপ্তৰক্তং পঞ্চদীৰ্ঘং ষড়ুন্নতং।
যঃ স্মৰেদ্দেৱদেৱস্য তস্য সৰ্ব্বত্ৰ মঙ্গলম্॥

---

পাং ৩৯৫॥ অৰুণ—সুদীৰ্ঘ।

সুদীৰ্ঘ নয়ন গ্ৰীৱা বাহু পদ
আৰৰ অঙ্গুলচয়।
এহি পঞ্চ-দীৰ্ঘ- স্মৰণে কৃষ্ণৰ
মিলে মহামহোদয়॥ ৩৯৬

কন্ধ উন্নত ভ্ৰূৰ নাসা পদ
উন্নত নখ হৃদয়।
এহি ছয় থান উন্নত কৃষ্ণৰ
স্মৰণে মোক্ষ মিলয়॥ ৩৯৭

## যুগ-ধৰ্ম্ম-নিৰ্ণয়

মিনতি বচন বোলো সৰ্ব্বজনে
শুনিয়ো শাস্ত্ৰৰ মৰ্ম্ম।
আপুন কুশল চাৱা যেৱে তেৱে
নেৰিবাহা যুগ-ধৰ্ম্ম॥ ৩৯৮

সত্য-যুগে ধ্যান ত্ৰেতা-যুগে যজ্ঞ
দ্বাপৰ-যুগত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আৰৰ নাহিকে দুজা॥ ৩৯৯

৩৯৯॥ কৃতে যদ্ধ্যায়তো ৱিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ॥
—ভাগৱত-পুৰাণ ১২.৩.৫২ ; তু°ক° গৰুড়-পুৰাণ, পূ°খ° ২৩২.১৯, ২২৮.৩৭ ; বৃহন্নাৰদীয়-পুৰাণ, ৩৮.৯৫, ৩৮.৯৭

কলিত হৰিৰ　　　　কীৰ্ত্তন এৰিয়া
　　অন্যত্ৰ ধৰ্ম্ম আচৰে।
মিছাত কেৱল　　　　শ্ৰম মাত্ৰ পাৱে
　　একোৰে ফল নধৰে॥ ৪০০
কলিত হৰিৰ　　　　কীৰ্ত্তন এৰিয়া
　　আনমতে চাহে গতি।
যেন কুল-বধূ　　　　নিজ স্বামী তেজি
　　ভজে গৈয়া উপপতি॥ ৪০১
সংসাৰ তৰিতে　　　　ইছা আছে যাৰ
　　কৰিয়ো হৰি কীৰ্ত্তন।
পৰম নিৰ্ম্মল　　　　গতি পাইবা সুখে
　　ছিণ্ডিয়া কৰ্ম্ম-বন্ধন॥ ৪০২
সকল নিগম　　　　কল্পতৰু তাৰ
　　ফল মহাভাগৱত।
সেহি ফলৰস　　　　হৰিগুণ যশ
　　পিয়োক সাধু-সঙ্গত॥ ৪০৩

---

৪০০॥ হৰেঃ কীৰ্তনমুৎসৃজ্য ধৰ্মমন্যঞ্চৰেৎ কলৌ।
　　ন কিঞ্চিৎ ফলমাপ্নোতি শ্ৰম এৱ হি কেৱলম্॥
৪০১॥ ৱিহায় কীৰ্তনং ৱিষ্ণোৰন্যথা গতিমিচ্ছতি।
　　কুলস্ত্ৰীঃ স্বপতিং ত্যক্ত্বা জাৰং ভজতি ৱৈ যথা॥
৪০৩॥ শ্ৰীমদ্ভাগৱতং শাস্ত্ৰং ৱেদকল্পতৰোৰ্ফলং।
　　তদ্ৰসং ভগৱল্লীলাং পিৱত সাধুসঙ্গতৌ॥
　　　　—তুংক° ভাগৱত-পুৰাণ ১.১.৩

---

পা° ৪০০॥ এৰিয়া—বিনাই।　　ধৰ্ম্ম—কৰ্ম্ম।

পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰে
লোকক কৰিয়া দায়া।
হৰিৰ নিৰ্ম্মল ভকতি প্ৰকাশে
কৰিলা শাস্ত্ৰক চায়া॥ ৪০৪

পদ॥ ঘোষা॥

**ঈশ্বৰ-নিৰ্ণয়**

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥ ৪০৫

**শ্ৰৱণ**

হে কৃষ্ণ তযু পাৱে পশিলো শৰণ।
মই অনাথৰ নাথ তুমি নাৰায়ণ॥ ৪০৬

**ভজন**

নাৰায়ণ হৰি ৰাম গোপাল গোৱিন্দ।
ভজোঁহো তোম্ভাৰ দুই পদ-অৰবিন্দ॥ ৪০৭

---

৪০৫॥ কৃষ্ণ এৱ পৰো দেৱঃ প্ৰধানপুৰুষেশ্বৰঃ।
আত্মা সমস্তভূতানাং সত্তাং পৰমবান্ধৱঃ॥

---

পা° ৪০৩—৪০৪॥ —(নাই)।
৪০৭॥ ভজন—(নাই)।

## নমস্কাৰ

নমো হৰি নাৰায়ণ ৰাম ৰাম ৰাম।
সৰ্ব্ব-ধৰ্ম্ম-শিৰোমণি তুৱা গুণ-নাম॥ ৪০৮
বন্দোহো গোৱিন্দ ৰাম মুকুন্দ মাধৱ।
যাক সুমৰণে তৰি পাপ-পৰাভৱ॥ ৪০৯
নমো কি নমো ৰাম নমো নাৰায়ণ।
অনাদি অনন্ত সন্ত শিৱ সনাতন॥ ৪১০
জয় নমো নাৰায়ণ দৈৱকী-নন্দন।
পৰমপুৰুষ সদাশিৱ সনাতন॥ ৪১১

## উপদেশ

হৰি বোল হৰি বোল কৰি মন থিৰ।
তেৱেসে সাফল হোৱে মনুষ্য-শৰীৰ॥ ৪১২
হৰি-গুণ গাৱ ভাই কৰিয়া উৎসৱ।
গুণতেসে তুষ্ট গুণ-সুবুধ মাধৱ॥ ৪১৩
আনন্দ কৰিয়া হৰি-গুণ গাৱা যেৱে।
ভৱ-সিন্ধু তৰিয়া হৰিক পাইবা তেৱে॥ ৪১৪
হৰি-গুণ গাৱ ভাই আনন্দ কৰি মনে।
চিন্তামণি-তনু ভাই বিফল কৰ কেনে॥ ৪১৫
আন পৰিহৰিয়া হৰিক মনে ধৰা।
হৰি-গুণ গায়া ভাই জন্ম সফল কৰা॥ ৪১৬

---

৪১০॥ সন্ত—সদা।

লৈয়ো হৰি-নাম সাতে-পাঞ্চে হুয়া সাজু।
আপুন-হুৰে পলাইবেক কাল-মায়া বাঝু ॥ ৪১৭
চেতন লভিয়া ভাই ভজিয়ো হৰিক।
আন পৰিহৰি হুয়ো ভকতি-ৰসিক ॥ ৪১৮
লৈয়ো হৰি-নাম-গুণ বিঘিনি-বিহীন।
আনন্দে ভাবিয়ো ৰাম কিবা ৰাত্রি দিন ॥ ৪১৯
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই মুখে।
ৰাম কৃষ্ণ সুমৰি বসিয়া থাক সুখে ॥ ৪২০
ৰাম কৃষ্ণ হৰি বোল তেজি ভয় লাজ।
হৈবন্ত বেকত হৰি হৃদয়ৰ মাজ ॥ ৪২১
যিটো ৰাম কৃষ্ণ হৰি বোলয় সৰ্ব্বথা।
তাৰ সঙ্গ তেজি হৰি যাইব আৰ কথা ॥ ৪২২
ৰাম কৃষ্ণ বোল ভাই ৰাম কৃষ্ণ বোল।
কোটি কোটি ব্ৰহ্মাণ্ডে নামৰ নোহে মোল ॥ ৪২৩
ৰাম কৃষ্ণ ভাবিতে ছুটয় কাল-পাশ।
সদা ৰাম কৃষ্ণ বোল তেজিয়া আলাস ॥ ৪২৪
হৰি-গুণ-পদ-সেৱা-খাণ্ডা ডাটি ধৰা।
মন-বৈৰী কাটি সুখে ভৱ-নদী তৰা ॥ ৪২৫
ৰাম কৃষ্ণ নিৰঞ্জন নিৰঞ্জন হৰি।
সদা ৰাম কৃষ্ণ বুলি যায়ো ভৱ তৰি ॥ ৪২৬

---

৪২৫ ॥ ভ্ৰাতৃব্যমেনং তদভ্ৰবীৰ্যমুপেক্ষয়াধ্যেধিতমপ্ৰমত্তঃ।
গুৰোৰ্হৰেশ্চৰণোপাসনাস্ত্ৰো জহি ব্যলীকং স্বয়মাত্মমোষম্ ॥
—ভাগৱত-পুৰাণ, ৫.১১.১৭

ভজিয়ো হৰিক যাত চেতন আছয়।
তেৱেসে এড়াইবা সুখে সংসাৰৰ ভয় ॥ ৪২৭

ৰাম কৃষ্ণ ভাবিয়ো মিলোক মহাভাগ।
ৰাম কৃষ্ণ ভাবিতে কৃষ্ণক পাইবা লাগ ॥ ৪২৮

হৰিৰ নামত ভাই নেৰিয়ো ভাৰসা।
সকল ভকতি হৰি-নাম মাজে বাসা ॥ ৪২৯

সন্ত-উপদেশে হৰি-চৰণে ভজিয়ো।
হৰি-নাম নিৰমল আনন্দে মজিয়ো ॥ ৪৩০

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰামকৃষ্ণ ৰাম।
জনম সাফল হৌক জপা অবিশ্ৰাম ॥ ৪৩১

মাধৱৰ ৰাঙ্গা দুই চৰণে ধৰিয়া।
ৰাম-নাম-ৰস পিয়ো আঞ্জলি ভৰিয়া ॥ ৪৩২

গুণময় সাধ্য-সাধনক পৰিহৰি।
কৃষ্ণ-কথা-ৰস পিয়ো কৰ্ণাঞ্জলি ভৰি ॥ ৪৩৩

যত জীৱ-ৰাশি ফুৰে কুশলক চাই।
হৰি-নাম বিনে তাৰ মহালাভ নাই ॥ ৪৩৪

---

৫৩৪ ॥ নহ্যতঃ পৰমো লাভো দেহিনাং ভ্ৰাম্যতামিহ।
যতো ৱিন্দেত পৰমাং শান্তিং নশ্যতি সংসৃতিঃ ॥
—ভাগৱত-পুৰাণ, ১১.৫.৩৭

---

পা° ৪২৭ ॥ ভজিয়ো—ভাবিয়ো।
৪২৯ ॥ ভকতি—ধৰ্ম্মৰ।
৪৩৪ ॥ মহালাভ—আন লাভ।

হৰি-গুণ গাৱন্তে কিঞ্চিতো নাহি দুখ।
গুচে ভয় মিলয় পৰমানন্দ-সুখ ॥ ৪৩৫

হৰি-কীৰ্ত্তনত যাৰ মিলিল সন্তোষ।
সৰ্ব্ব-সুখ-ভাগী হোৱে হৰে কলি-দোষ ॥ ৪৩৬

লৈয়ো হৰি-নাম ভাই তেজিয়া আলাস।
মিলিবে মঙ্গল গুচিবেক ভৱ-পাশ ॥ ৪৩৭

যিটোজনে ফুৰে সদা হৰি-গুণ গায়া।
হৰিৰ কৃপাত সিটো সুখে তৰে মায়া ॥ ৪৩৮

ৰাম-নাম লৈয়ো ভাই আলাস নকৰ।
নিকট চাপিয়া আছে যমেৰ কিঙ্কৰ ॥ ৪৩৯

কৃষ্ণ-কথা গাৱে শুনে যিটো শ্ৰদ্ধা কৰি।
অল্পকালে হিয়াত প্ৰৱেশ হোন্ত হৰি ॥ ৪৪০

অপাৰ আনন্দ-ৰস ৰাম-কৃষ্ণ বাণী।
ৰাম-কৃষ্ণ-নাম নছাৰিবা মুখে জানি ॥ ৪৪১

জপ ৰাম-নাম ভাই ভাৱকসকল।
ৰাম-নাম বিনে নাই পৰমমঙ্গল ॥ ৪৪২

ভাবিয়ো ভাৱক ভাই ৰাম-নাম সাৰ।
নিগমে নকহে ৰাম-নাম বিনে আৰ ॥ ৪৪৩

---

৪৪০ ॥ শৃণ্বতঃ শ্ৰদ্ধয়া নিত্যং গৃণতশ্চ স্বচেষ্টিতম্।
কালেনানতিদীৰ্ঘেন ভগৱান্ বিশতে হৃদি ॥

---

পা° ৪৩৫ ॥ গুণ—নাম।

কৃষ্ণ-পদ-সেৱা-সুখ পৰম দুৰ্লভ।
হৰি-সেৱা ভৈলে আন সকলে সুলভ॥ ৪৪৪
কৃষ্ণ-পাদ-পদ্ম ভৈল যাহাৰ আশ্ৰয়।
তাহাৰেসে গুচয় নিঃশেষ দুখ-ভয়॥ ৪৪৫
হৰি-কীৰ্ত্তনত ভাই নকৰিয়ো হেলা।
এহিসে ৰাখিবে ঘোৰ সঙ্কটৰ বেলা॥ ৪৪৬
হৰি পদ-পঙ্কজত পশিয়ো শৰণে।
দিয়োক একান্ত চিত্ত হৰিৰ চৰণে॥ ৪৪৭
দুৰ্লভতো দুৰ্লভ হৰিৰ গুণ-নাম।
জানিয়া কীৰ্ত্তন কৰা তেজি আন কাম॥ ৪৪৮
হৰি-গুণ-কীৰ্ত্তন কলিৰ নিজ ধৰ্ম্ম।
জানিবাহা সমস্তে শাস্ত্ৰৰ তত্ত্ব-মৰ্ম্ম॥ ৪৪৯
ৰাম-নাম লৈয়া পাপীজন তৰে সুখে।
হেন ৰাম-নামৰ ভণ্ডাৰ ভৈল মুখে॥ ৪৫০
যি মুখে বুলিবে ৰাম সি মুখে ভণ্ডাৰ।
সদায়ে ভাবিয়ো ৰাম ক্ষয় নাহি আৰ॥ ৪৫১
ভাবিতে ভাবিতে ৰাম ৰস চড়ে আতি।
আলাস তেজিয়া ৰাম বোলা দিনে ৰাতি॥ ৪৫২
অনন্ত ৰসেৰ নিধি ৰাম-কৃষ্ণ-নাম।
মুখ ভৰি ভৰিয়া সদায়ে বোলা ৰাম॥ ৪৫৩

---

পা° ৪৪৭। চৰণে—কীৰ্ত্তনে।
৪৫০। ৰাম-নামৰ—হৰি-নামৰ।

সদায়ে ভাবিতে ৰাম যাৰ ৰস বাঢ়ে।
ৰাম-কৃষ্ণ-নামে আৰো তাহাকো নছাড়ে ॥ ৪৫৪
হৰি-সেৱা বিনে আৰ সকলে অসাৰ।
এহিমানে মাত্র সৰ্ব্ব শাস্ত্রৰ বিচাৰ ॥ ৪৫৫
নামৰ ভণ্ডাৰ মুখে ভৈল কত ভাগে।
আনন্দে ভাবিয়ো ৰাম যাক যত লাগে ॥ ৪৫৬
মনে মুখে এক কৰি সদা বোলা ৰাম।
লভিবা পৰমানন্দ দূৰ হৈবে কাম ॥ ৪৫৭
ৰাম-কৃষ্ণ-নাম যাৰ মুখে ভৈল গীত।
নামৰ প্রসাদে সিটো ভৈল কৃতকৃত্য ॥ ৪৫৮
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই ঝাণ্টে।
নচলিবা তেৱেসে ভুৰ্ঘোৰ যম-বাটে ॥ ৪৫৯
ৰাম-কৃষ্ণ-নাম-ৰসে চিত্তক ভিজায়।
বোল ৰাম কৃষ্ণ হৰি তেজি আন ভায় ॥ ৪৬০
ৰাম-কৃষ্ণ-নামেসে স্বধৰ্ম্ম ভৈল যাৰ।
যম-কাল-মায়াৰ গুচিল অধিকাৰ ॥ ৪৬১
ৰাম-কৃষ্ণ-নাম যাৰ থাকয় মুখত।
যম যম-দূতক নেদেখে সোপনত ॥ ৪৬২
ৰাম-কৃষ্ণ-নাম সদা লয়ে যিটো নৰে।
যম ৰাজা তাহাৰ লিখন দূৰ কৰে ॥ ৪৬৩
ৰাম-কৃষ্ণ নাম সদা ফুৰে যিটো গাই।
তাহাৰেসে সমস্তে বিঘিনি ভৈল ছাই ॥ ৪৬৪

## মহিমাযুক্ত উপদেশ

ৰাম-কৃষ্ণ নাম যাৰ মুখত থাকয় ।
তাহাৰেসে জানিবা মিলিল মহোদয় ॥ ৪৬৫
ৰাম-কৃষ্ণ-কীৰ্ত্তন স্বভাৱ ভৈলা যাৰ ।
সিও ভৈলা হৰিৰ হৰিও ভৈলা তাৰ ॥ ৪৬৬
ৰাম-কৃষ্ণ-নামক সততে যিটো গাৱে ।
তাক হৰি ৰাখিয়া ফুৰন্ত সৰ্ব্বভাৱে ॥ ৪৬৭
ৰাম-কৃষ্ণ-নাম যিটো সততে স্মৰে ।
হৰিৰ পৰম প্ৰিয় ভৈলা সিটো নৰে ॥ ৪৬৮

## আত্ম-উপদেশ

হৰি-নাম এৰি মন কি কাম কৰস ।
মায়া-মোহ-জালে পৰি মিছাতে মৰস ॥ ৪৬৯
হৰি-নাম ধৰ মন হৰি-নাম ধৰ ।
আশা নামে নদী মাজে মিছাত নমৰ ॥ ৪৭০
ৰাম-নাম লৈয়ো মন ৰাম-নাম লৈয়ো ।
মিছা আশা লাজ-কাজ পাশ কৰি থৈয়ো ॥ ৪৭১
ৰাম কৃষ্ণ বোল মন ৰাম কৃষ্ণ বোল ।
অসাৰ সংসাৰ-সুখে তাৰ আশা ভোল ॥ ৪৭২

---

পা° ৪৬৫ ॥ মিলিল মহোদয়—ভৈল ভাগ্যোদয় ।
৪৭০ ॥ হৰি···ধৰ ।—ৰাম-নাম ধৰ মন আলাস নকৰ ।
৪৭২ ॥ আৰ—তাৰ । ভোল—তোল ।

হৰি-পদে ভজ মন হৰি-পদে ভজ।
ঘোৰ আশা-নদী মাজে মিছাতে নমজ ॥ ৪৭৩
ৰাম-নাম লৈয়ো মন তেজা আশা আন।
ভকতৰ সঙ্গে পাতা নামৰ দেৱান ॥ ৪৭৪
ভজ মন কপট তেজিয়া হৰি-পাৱে।
সৰ্ব্বসাক্ষী হৰিত কপট নুযুৱাৱে ॥ ৪৭৫
গোপাল গোৱিন্দ ৰাম বোল পাপী মন।
অন্যায় নকৰ লগে সাক্ষী চৈধ্য জন ॥ ৪৬৭
ৰাম কৃষ্ণ হৰি ৰাম বুলিয়ো যতনে।
ব্ৰহ্মাৰো দুৰ্ল্লভ নাম তাৰে হেলা কেনে ॥ ৪৭৭
বোল ৰাম কৃষ্ণ হৰি পৰম আনন্দে।
মুকুতি তেজিয়া জপে সনক সনন্দে ॥ ৪৭৮

## নিন্দা

ৰাম বুলি তৰে মহা মহা অন্ত্য জাতি।
যিটো নাম নলবে হীনতো হীন আতি ॥ ৪৭৯
ৰাম কৃষ্ণ বুলিয়া সংসাৰ সুখে তৰে।
ৰাম কৃষ্ণ নুবুলি জনম ঝুটা কৰে ॥ ৪৮০

---

পা° ৪৭৪ ॥ দেৱান—দোকান।
৪৭৮ ॥ আনন্দে—যতনে।
৪৮৯ ॥ নিন্দা—উপদেশ।

ৰাম কৃষ্ণ মুৰুলি তৰিবা কিসে সমে ।
ৰাম-নাম নলৈলে ধৰিয়া নিবে যমে ॥ ৪৮১
গাৰো ভোট যৱনে হৰিৰ নাম লয় ।
হেনয় নামক কেনে সজ্জনে নিন্দয় ॥ ৪৮২
হৰি-নামে কৰে অন্ত্য জাতিকো মুকুত ।
সজ্জনে নামক নিন্দে কিনো অদভুত ॥ ৪৮৩
মহাপাপী তৰে হৰি-নামৰ কীৰ্ত্তনে ।
হেন নাম নলৈয়া সজ্জন ভৈল কেনে ॥ ৪৮৪
দুখময় ক্ষুদ্ৰ বিষয়ক আশা কৰি ।
একান্তে নভজে পূৰ্ণানন্দ মহা হৰি ॥ ৪৮৫
আপুনি নলয়ে নাম আনকো নিন্দয় ।
কোটি জনমকো লাগি দুৰ্ঘোৰ সঞ্চয় ॥ ৪৮৬
হৰি-নামে কৰে সংসাৰৰ বন্ধ ছেদ ।
হেন নামে নাহি ইছা কিনো ভৈল খেদ ॥ ৪৮৭
ৰাম-কৃষ্ণ-হৰি-নাম নিগম-নিগূঢ় ।
সদা মুসুমৰে কেনে পাপমতি মূঢ় ॥ ৪৮৮
হৰি-পদ-সেৱা-সুখ ভকতে জানয় ।
আনজনে আৰ গন্ধমাত্ৰো নপাৱয় ॥ ৪৮৯

---

পা° ৪৮১ ॥ ( এই ঘোষাৰ পিছত )
হৰিকো প্ৰকাশ কৰে ৰাম-কৃষ্ণ-নাম ।
হেন নাম নলৈয়া মৰয় কোন কাম ॥

৪৮৪ ॥ নলৈয়া—নলয়ে ।

হৰি-পাৱে শুদ্ধভাৱে যিজনে ভজয় ।
হৰি-নাম লৈয়া সুখে দুৰ্গতি তৰয় ॥ ৪৯০
মানৱী জনম পাই হৰি নভজিলা ।
অৱশ্যে হৈবাহা ভাই তৃণ তৰু শিলা ॥ ৪৯১
হৰি-কীৰ্ত্তনক যিটোজনে হেলা কৰে ।
আপুনাকে আপুনি বঞ্চিলে সিটো নৰে ॥ ৪৯২
মনুষ্য-শৰীৰ পাই কৃষ্ণক নভজে ।
এহিমানে দোষে ঘোৰ সংসাৰত মজে ॥ ৪৯৩
মৃত্যুৰ মুখত পৰি নভজে হৰিক ।
সিটো অধমৰ জীৱনত ধিক ধিক ॥ ৪৯৪
হৰি-পদে নভজে শাস্ত্ৰৰ সাৰ বুজি ।
বেঙ্কামুৱা যম-দূতে তাক ফুৰে খুজি ॥ ৪৯৫
নৰ-তনু পায়া হৰি নভজে যি নৰে ।
সংসাৰৰ অনন্ত যোনিত ভ্ৰমি মৰে ॥ ৪৯৬
মনুষ্য শৰীৰ পাই হৰি নভজিল ।
দুৰ্ঘোৰ সংসাৰে সিটো চিত নিমজিল ॥ ৪৯৭
কলি-যুগে হৰি-নাম নকৰে কীৰ্ত্তন ।
আপুনাক আপুনি বঞ্চিলে সিটোজন ॥ ৪৯৮

---

৪৯৭-৯৮ ॥ দেৱদত্তমিমং লব্ধ্বা নৃলোকমজিতেন্দ্ৰিয়ঃ ।
যো নাদ্ৰিয়েত ত্বৎপাদৌ স শোচ্যঃ হ্যাত্মৱঞ্চকঃ ॥

---

পা° ৪৯৩ ॥ কৃষ্ণক—বিষ্ণুক ।
সংসাৰত—নৰকত ।
৪৯৭ ॥ মনুষ্য—দুৰ্লভ ।

হৰি ভজি হৰি-নাম নলয়ে সাক্ষাত ।
আপুনাক আপুনি কৰিল আত্মঘাত ॥ ৪৯৯
ব্ৰহ্মাৰ প্ৰাৰ্থনী ইটো নৰ-তনু পায়া ।
নভজিলে হৰিক বঞ্চিলে বিষ্ণু-মায়া ॥ ৫০০
একান্ত শৰণে যিটো নভজিলে হৰি ।
দুৰ্ঘোৰ যাতনা ভুঞ্জিবেক মৰি মৰি ॥ ৫০১
হৰি-পদ-সেৱা সৰ্ব্ব শাস্ত্ৰৰ নিৰ্ণয় ।
মূঢ়মতি মনুষ্যে ইহাক নজানয় ॥ ৫০২
হৰিকো প্ৰকাশ কৰে ৰাম-কৃষ্ণ-নামে ।
তেন নাম নলৈয়া মৰস কোন কামে ॥ ৫০৩

## মহিমা

ৰাম-কৃষ্ণ-হৰি-নাম মুখে থাকে যাৰ ।
সেহিসে হৰিৰ প্ৰিয় হৰি ভৈলা তাৰ ॥ ৫০৪
ৰাম কৃষ্ণ হৰি যিটো সততে বোলয় ।
সিটো মহাজনে মুকুতিকো নগণয় ॥ ৫০৫
ৰাম-কৃষ্ণ-নাম ভকতৰ মহাধন ।
সদা নাম লয়য় আনন্দ কৰি মন ॥ ৫০৬
অনন্ত নাৰদ শুক সনতকুমাৰ ।
তাৰা পাৱে হৰি-যশ জানি যোগ-সাৰ ॥ ৫০৭

---

৫০০ ॥ যেঽভ্যৰ্থিতামপি চ নো নৃগতিং প্ৰপন্না জ্ঞানঞ্চ তত্ত্বৱিষয়ং সহধৰ্ম যত্ৰ ।
নাৰাধনং ভগৱতো ৱিতৰন্ত্যমুষ্য সম্মোহিতা ৱিততয়া বত মায়য়া তে ॥
—ভাগৱত-পুৰাণ, ৩.১৫.২৪

হৰি-নাম-কীৰ্ত্তনৰ শবদ তুমুল ।
আনন্দৰ ভৰে হোৱে ভকত আকুল ॥ ৫০৮
ৰাম-কৃষ্ণ-নামৰ দেখিয়ো কেন বল ।
অধমকো কৰে নামে পৰম নিৰ্ম্মল ॥ ৫০৯
হৰি-নামে নাহিকে নিয়ম অধিকাৰী ।
ৰাম বুলি তৰে মিৰি আসম কছাৰী ॥ ৫১০
ৰাম-কৃষ্ণ-নাম-সম নাহিকে বান্ধৱ ।
ৰাম-কৃষ্ণ-নামে মিলে পৰম উৎসৱ ॥ ৫১১
ভকতজনৰ হৰি-নামেসে সৰ্ব্বস ।
মুকুতিকো ঠেলি আগ হোৱে হৰি-যশ ॥ ৫১২
ৰাম-কৃষ্ণ-নামেসে ছিণ্ডয় ভৱ-বন্ধ ।
মিলয় মনত সুখ পৰম আনন্দ ॥ ৫১৩
ৰাম কৃষ্ণ ভাবিতে তেজয় কাল-সাপে ।
হৰি-ভকতক দুখ দিবে কাৰ বাপে ॥ ৫১৪
হৰিৰ কীৰ্ত্তন শুনি হুয়া মহাভয় ।
কাল মৃত্যু দুয়ো তৰতৰিয়া কাম্পয় ॥ ৫১৫
কমনে জানিবা হৰি-নামৰ মহিমা ।
ব্ৰহ্মা হৰ অনন্তে নপাৰে যাৰ সীমা । ৫১৬
হৰি-গুণ-নাম-যশ ভকতি-উত্তম ।
যাৰ ধ্বনি শুনি কাম্পে কলি কাল যম ॥ ৫১৭

---

পা° ৫১০ ॥ আসম—অসম ।
৫১২ ॥ যসেব—সুথৰ ।

হৰি-নামে যত পাপ সংহৰিতে পাৰে।
ততেক পাতকী পাপ কৰিতে নপাৰে॥ ৫১৮
ৰাম-কৃষ্ণ গোপাল গোৱিন্দ যদুমণি।
ৰাম-কৃষ্ণ-নাম মহা পাপৰ অগনি॥ ৫১৯
ৰাম-কৃষ্ণ-নামৰ মহিমা অদভুত।
নিকট চাপিয়া কি কৰিবে যম-দূত॥ ৫২০
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ।
ৰাম কৃষ্ণ বিনে ঝুটা আৱৰ বিচাৰ॥ ৫২১
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ।
ভাবিতে পৰম সুখ ভয় নাহি আৰ॥ ৫২২
ৰাম-কৃষ্ণ-নাম সৰ্ব্ব-ৰসেৰ নিৱাস।
ৰাম কৃষ্ণ ভাবিতে কৃষ্ণৰ পাৱে পাশ॥ ৫২৩
আপুন নামৰ সঙ্গ নছাড়ন্ত হৰি।
যেই নাম সেই হৰি জানা নিষ্ঠ কৰি॥ ৫২৪
ৰাম-নাম-সম ধৰ্ম্ম নাহিকে নিগমে।
যিটো সদা বোলে ৰাম কি কৰিব যমে॥ ৫২৫
হৰি-চৰণত প্ৰেম মিলিল যাহাৰ।
আন কোন সম্পত্তি হৰিও ভৈল তাৰ॥ ৫২৬

---

৫১৮॥ নাম্নোঽস্য যাৱতী শক্তিঃ পাপনিৰ্হৰণে হৰেঃ।
তাৱৎ কৰ্তুং ন শক্নোতি পাতকং পাতকী নৰঃ॥
—বৃহদ্বিষ্ণু-পুৰাণ

---

পা° ৫২১॥—( নাই )।

কৰ্ণাঞ্জলি পিয়া হৰি-চৰিত্ৰ-অমৃত।
হৰিৰ নিকট পাৱে হোৱে কৃতকৃত্য॥ ৫২৭
মাধৱৰ নাম-গুণ কীৰ্ত্তন কৰিয়া।
হৰিক পাৱয় সুখে মায়াক তৰিয়া॥ ৫২৮
হৰি-গুণ-কীৰ্ত্তনত নাহি একো হানি।
শুনন্তে অমৃত স্ৰৱে ৰাম-কৃষ্ণ-বাণী॥ ৫২৯
যাৰ মুখে ৰাম-বাণী আসে সৰসৰি।
জানিবা নিশ্চয় তাত বশ্য ভৈল হৰি॥ ৫৩০
হৰি যাৰ বশ্য ভৈল তাৰ কিবা বৈল।
হৰিৰ কৃপাৰ পাত্ৰ সিসিজন ভৈল॥ ৫৩১
ৰাম কৃষ্ণ-নামৰ কল্লোল-ৰোল শুনি।
বেঙ্কামুৱা যম-দূত পলাৱে আপুনি॥ ৫৩২

## প্ৰাৰ্থনা

হে প্ৰাণ-বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অণু এক কৰা দায়া মায়া হৌক দূৰ॥ ৫৩৩
জয় জয় কৃপাময় দেৱ যদুপতি।
তোমাৰ চৰণে মাগো অমূল্য ভকতি॥ ৫৩৪

---

৫২৭॥ পিৱন্তি যে ভগৱত আত্মনঃ সতাং কথামৃতং শ্ৰৱণপুটেষু সম্ভৃতং।
পুনন্তি তে ৱিষয়ৱিদূষিতাশয়ং ব্ৰজন্তি তচ্চৰণসৰোৰুহান্তিকম্॥
৫২৯॥ যে পতন্তাৱনৌ গীত্বা হৰেৰ্নামানি গদ্গদাঃ।
ভাৱেন তেষাং গোৱিন্দঃ ক্ৰীতো নাৰদ নান্যথা॥

---

পা° ৫২৭॥ মায়াক—মৃত্যুক।
৫৩৪॥ অমূল্য—সপ্ৰেম।

হে হে পৰমানন্দ প্ৰভু কৃপা-সিন্ধু।
ভকতি-আনন্দ-ৰস মাগো এক বিন্দু॥ ৫৩৫
পতিত পড়িয়া ৰৈলো এ ভৱ-সাগৰে।
পতিত-পাৱন নাম ভৈল কিবা তবে॥ ৫৩৬
অৰুণ চৰণে মই পাপীক তাৰিয়ো।
পতিত-পাৱন নাম সাফল কৰিয়ো॥ ৫৩৭
আতুৰ ভৈলোহো হৰি বিষয়-বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণ-কমলে॥ ৫৩৮
হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ।
তন্তু-নাৱ বুৰি আসে নাহিকে গিয়ান॥ ৫৩৯
নাম-ধন দিয়া মোকে কিনা বনমালী।
দাস পাইয়া নলৱা কমন ঠাকুৰালি॥ ৫৪০
নিজ দাস কৰি হৰি মোকে কিনা কিনা।
আন ধন নলাগয় নাম-ধন বিনা॥ ৫৪১
জয় জয় ৰাম কৃষ্ণ শৰণ তোম্মাৰ।
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ॥ ৫৪২
দিয়ো দৰিশন পাৱে পশিলো শৰণ।
ভকতজনৰ ধন তুমি নাৰায়ণ॥ ৫৪৩

## নিৱেদন

যাদৱ যাদৱ যাদৱ যাদৱ দেৱ।
তুমি বিনে সুহৃদ বান্ধৱ নাহি কেৱ॥ ৫৪৪

কমনে ভজিবো হৰি চৰণ তোম্মাৰ।
দুৰ্ঘোৰ মায়ায়ে মন. মুহিলে আম্মাৰ॥ ৫৪৫
ৰাম বুলি তৰিবো দঢ়াই আছো মন।
তুমি হৰি দীন-বন্ধু পতিত-পাৱন॥ ৫৪৬
পতিত-পাৱন ৰাম-কৃষ্ণ কৃপা-সিন্ধু।
আমি পতিতক নছাড়িবা দীন-বন্ধু॥ ৫৪৭
হে হৰি মোৰে প্ৰাণ জীৱন মুৰাৰি।
অনাথৰ নাথ ভকতৰ ভয়হাৰী॥ ৫৪৮

## প্ৰশংসা

শ্ৰীৰাম-নামত ৰতি মিলিল যাহাৰ।
সিসি ভাগ্যৱন্তে পাৱে সংসাৰৰ পাৰ॥ ৫৪৯
হৰি-গুণ ভকতৰ কৰ্ণৰ ভূষণ।
যিটো সদা বোলে ৰাম সিসি মহাজন॥ ৫৫০
নিত্যানন্দময় ৰাম ভকতৰ ধন।
হৰি বিনে আন ধন সৱে অকাৰণ॥ ৫৫১
সংসাৰত নাহি ধৰ্ম্ম হৰি-নাম-সম।
যিটো সদা বোলে ৰাম সিসি নৰোত্তম॥ ৫৫২
আন ধৰ্ম্ম নাহি হৰি-নামক উপাম।
হৰিৰ বল্লভ যিটো সদা বোলে ৰাম॥ ৫৫৩

---

পা° ৫৪৮॥ হে—হা।

ৰাম-কৃষ্ণ-নামক আনন্দে যিটো ধৰে ।
বংশে সমে তৰয় হৰিকো বশ্য কৰে ॥ ৫৫৪
হৰি-গুণ গাৱে যিটো কৰিয়া নিশ্চয় ।
হৰিক সুহৃদ পাৱে মৃত্যু কোন হয় ॥ ৫৫৫
যাৰা সৱে ৰাম-নাম গাৱয় হৰিষে ।
তাপ দূৰ হোৱে মনে অমৃত বৰিষে ॥ ৫৫৬
ৰাম-কৃষ্ণ-হৰি-নাম পৰম অমৃত ।
যিটো মহাজনে লৱে হোৱে কৃতকৃত্য ॥ ৫৫৭
হৰি-গুণ কীৰ্ত্তন স্বভাৱ ভৈলা যাৰ ।
সংসাৰত দুৰ্ল্লভ থাকিল কিবা তাৰ ॥ ৫৫৮
কিনো ভাগ্য কিনো ভাগ্য কলিৰ প্ৰজাৰ ।
হৰি-গুণ-কীৰ্ত্তনে স্বধৰ্ম্ম ভৈল যাৰ ॥ ৫৫৯
হৰি-গুণ-নামক কীৰ্ত্তন যিটো কৰে ।
কলিৰ দোষক বঞ্চিলেক সিটো নৰে ॥ ৫৬০
ৰাম-নাম লৈয়া পাপীজনো তৰে সুখে ।
হেন ৰাম-নামৰ ভণ্ডাৰ ভৈলা মুখে ॥ ৫৬১
যিসৱ চতুৰ নৰে বিষ্ণুক ভজয় ।
পৰম কৃতাৰ্থ ভৈলা সিটো মহাশয় ॥ ৫৬২

---

পা° ৫৫৫ ॥ হয়—ভয় ।
৫৫৮ ॥ স্বধৰ্ম্ম—স্বভাৱ ।

## কলি-ধৰ্ম্ম

ৰাম-কৃষ্ণ-নাম ভকতৰ নৱ নিধি ।
কলি-যুগে বেকত কৰিলে কোন বিধি ॥ ৫৬৩
ধন্য ধন্য কলিৰ লোকৰ মহাভাগ ।
সৰ্ব্ব ধৰ্ম্ম ঠেলি ৰাম-নাম ভৈলা আগ ॥ ৫৬৪
কলিত কীৰ্ত্তন যিটো কৰে হৰি-নাম ।
তাৰ আৰ আচৰিবে নথাকিল কাম ॥ ৫৬৫
নাহিকে কলিত ধৰ্ম্ম কীৰ্ত্তনত সম ।
যিটো গাৱে হৰি-গুণ সিসি নৰোত্তম ॥ ৫৬৬
কলিত কীৰ্ত্তনে মিলিবেক মহাভাগ ।
সংসাৰক তৰি মাধৱক পাইবা লাগ ॥ ৫৬৭

## নাম

কেশৱ কমলাকান্ত অনন্ত অনাদি ।
নিত্য নিৰঞ্জন শুদ্ধ বুদ্ধ বেদ-বাদী ॥ ৫৬৮
জয় জয় জগত-জনক জগজীৱ ।
অনন্ত অচ্যুত সনাতন সদাশিৱ ॥ ৫৬৯
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥ ৫৭০

পা° ৫৬৪ ॥ মহাভাগ—কিনো ভাগ্য ।

গোপাল গোৱিন্দ ৰাম কৃষ্ণ নাৰায়ণ।
কমল-লোচন হৰি পতিত-পাৱন ॥ ৫৭১
ৰাম নাৰায়ণ হৰি ৰাম নাৰায়ণ।
ৰাম কৃষ্ণ নিৰঞ্জন শিৱ সনাতন ॥ ৫৭২
গোপাল গোপীনাথ গোৱিন্দ মাধৱ।
জীৱৰ জীৱন যদু-নন্দন যাদৱ ॥ ৫৭৩

## তাৎপৰ্য্য

বৈকুণ্ঠৰ কল্পতৰু ভাগৱত-শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰি-নাম মাত্ৰ ॥ ৫৭৪
হৰি-নামে হৰি-নামে হৰি-নামে গতি।
হৰি-নামে ভকতৰ কেৱলে ভকতি ॥ ৫৭৫
কৃষ্ণ-পাদ-পদ্ম দুই মোৰ নিজ গতি।
হৰি-নাম বিনে আন নজানো ভকতি ॥ ৫৭৬
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ।
ৰাম কৃষ্ণ বিনে ঝুণ্টা আৱৰ বিচাৰ ॥ ৫৭৭
শ্ৰীৰাম-নাম ভকতৰ বিত্ত সাৰ।
সংসাৰ-সাগৰে ৰাম-নামে দুৰ্গ পাৰ ॥ ৫৭৮
হৰি-নাম-কীৰ্ত্তনেসে পৰম মঙ্গল।
পাৱয় পৰমানন্দ গুচে কৰ্ম্ম-মল ॥ ৫৭৯
ব্ৰহ্মা হৰো ভজন্ত হৰিৰ দুই পাৱে।
মুকুতসকলো সদা হৰি-গুণ গাৱে ॥ ৫৮০

## বিৰকতি

বিষয়ৰ আশা-ভঙ্গে ভক্তৰ হৰিষ।
দেখয় বিষয়-সুখ বিষ্ঠাৰ সদৃশ॥ ৫৮১
বিষয়ৰ সুখ যত সকলো অসাৰ।
জানিয়া ভকতে তাক কৰে পৰিহাৰ॥ ৫৮২

## স্তুতি

মুৰাৰি মাধৱ মধু-ৰিপু ৰাম
তুমি ভকতৰ ধৰ্ম্ম অৰ্থ মোক্ষ কাম॥ ৫৮৩
মুৰাৰি মনোহৰ ভগৱন্ত দেৱ।
তুমি বিনে পতিতৰ গতি নাহি কেৱ ৫৮৪॥
কিনো কৃপাময় দেৱ প্ৰভু যদুৰায়।
মুখ মাজে থৈলা নাম সৰ্ব্বক্ষণে পায়॥ ৫৮৫

লেছাৰি

## ঈশ্বৰ-নিৰ্ণয়

কৃষ্ণ এক দেৱ দুখ-হাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি-স্থিতি-অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ॥ ৫৮৬

পা° ৫৮২॥—(নাই)।
৫৮৫॥ (ইয়াৰ আগতে)—
কৃপাৰ সাগৰ কৃপাময় কৃপানিধি।
তুৱা গুণ-নামে ভকতৰ সৰ্ব্বসিদ্ধি॥

নমো নমো নিত্য নিৰঞ্জন　　নাৰায়ণ শিৱ সনাতন
　　অনাদি অনন্ত নিৰ্গুণ গুণ-নিয়ন্তা।
পৰম পুৰুষ ভগৱন্ত　　নাহি পূৰ্ব্বাপৰ আদি অন্ত
　　তুমিসে চৈতন্য সমস্তে ভৱ-ভাৱন্তা॥ ৫৮৭

ব্ৰহ্মা মহাদেৱ লক্ষ্মী দেৱী　　কায়-বাক্য-মনে থিৰ কৰি
　　পৰম আনন্দে চৰণ সেৱন্ত যাৰ।
সদা জন্ম-জৰা-মৃত্যু-হীন　　শ্ৰীমন্ত সুন্দৰ গুণনিধি
　　বিষ্ণুত বিনাই কোন দেৱ আছে আৰ॥ ৫৮৮

যাৰ পাদোদকে দেৱী গঙ্গা　যাৰ বাক্যে হুয়া আছে বেদ
　　পৰম পতিতো তৰয় যাহাৰ নামে।
সৃষ্টি স্থিতি প্ৰলয়ৰ যিটো　　পৰম কাৰণ নাৰায়ণ
　　হেন ঈশ্বৰক নভজয় কোন কামে॥ ৫৮৯

অপাৰ সংসাৰ সিন্ধু আৰ　　বিষ্ণুসে পৰম পাৰ যত
　　পাৰ আছে তাতে পৰম্পৰমাত্মা ৰূপে।
তেন্তে তুমি জানা ব্ৰহ্ম-পাৰ　　পৰ-পাৰ-ভূত যত পাৰ
　　তাসম্বাৰ পাৰ বিষ্ণুসে পাৰ স্বৰূপে॥ ৫৯০

---

৫৮৬॥　একঃ স দেৱো ভয়দুঃখহন্তা পৰঃ পৰেষাং ন ততোঽস্তি চান্যঃ।
　　স্রষ্টা স পাতা স তু চান্তকৰ্তা ৱিষ্ণুঃ সমস্তাখিলসাৰভূতঃ॥

৫৮৯॥　তুংকং যদ্বিশ্ৰুতিঃ শ্ৰুতিপুটে শমলং পুনাতি পাদাৱনেজনজলঞ্চ ৱচশ্চ শাস্ত্ৰং।
　　ভূকালভৰ্জ্জিতভগাপি যদঙ্ঘ্ৰি পদ্মস্পৰ্শোত্থশক্তিৰভৱৰ্ষতি নোঽখিলাৰ্থান্॥

৫৯০॥　পাৰঃ পৰো ৱিষ্ণুৰপাৰপাৰঃ পাৰঃ পৰঃ পৰমাত্মৰূপী।
　　স ব্ৰহ্মপাৰঃ পৰপাৰভূতঃ পাৰঃ পাৰাণামপি পৰপাৰঃ।

**শৰণ**

শোক-মোহ-মহাপঙ্ক মাজে অৰ্জ্জুন মগন ভৈলা দেখি
পৰম ঈশ্বৰ দেৱকী-নন্দ-নন্দন।
কৃপায়ে ঈশ্বৰ-তত্ত্ব কহি উদ্ধাৰিবা নিজ ভকতক
হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ॥ ৫৯১

**নমস্কাৰ**

হে কৃষ্ণ ধনঞ্জয়-সখা বৃষ্ণি-কুল-শ্ৰেষ্ঠ দুষ্ট ৰাজা
বংশৰ দহন অনন্ত-বীৰ্য্য গোৱিন্দ।
গো-বিপ্ৰ-দেৱ-দুখ-হাৰী যোগেশ্বৰ সমস্তৰ গুৰু
নমো ভগৱন্ত তযু পদ-অৰৱিন্দ॥ ৫৯২

**উপদেশ**

সুবাসনা দুৰ্ব্বাসনা দুই বন্ধৰ মোক্ষৰ মূল হেতু
শুনা যেনমতে উপজয় পুৰুষত।
সন্তৰ কৃপাত সুবাসনা সুখে পুৰুষক পাৱে জানা
হোৱে দুৰ্ব্বাসনা সন্তৰ মন-কোপত॥ ৫৯৩

---

৫৯১॥ শোকপঙ্কনিমগ্নং যঃ সাংখ্যযোগোপদেশতঃ।
উজ্জহাৰাৰ্জুনং ভক্তং স কৃষ্ণঃ শৰণং মম॥
—শ্ৰীধৰস্বামী, (গীতা) সুবোধিনী-টীকা, ২.৭২

৫৯২॥ শ্ৰীকৃষ্ণ কৃষ্ণসখ বৃষ্ণ্যৰ্ষভাৱনিধ্ৰুগ্ৰাজন্যবংশদহনানপৱৰ্গৱীৰ্য।
গোৱিন্দ গোদ্বিজসুৰাৰ্তিহৰাৱতাৰ যোগেশ্বৰাখিলগুৰো ভগৱন্নমস্তে॥

৫৯৩॥ অশুভা চ শুভা চেতি দ্বিধা সা হেতুভেদতঃ।
অশুভা মহতাং কোপাৎ শুভা মহদনুগ্ৰহাৎ॥

---

পা° ৫৯১॥ দেৱকী—দেৱতা। ঈশ্বৰ—ঈশ্বৰে। উদ্ধাৰিবা—উদ্ধাৰিলা।
৫৯২॥ হে—হেন।

মহন্তৰ বাক্য যিটো কৰে　　তাক সুবাসনা অনুসৰে
সন্তৰ কৃপাত ভজে গোৱিন্দৰ পাৱে।
যিটো মহন্তক নিন্দা কৰে　　তাক দুৰ্ব্বাসনা বেঢ়ি ধৰে
কৃষ্ণক ভজিবে নপাৰয় মূঢ়ভাৱে॥ ৫৯৪

কৃষ্ণ-পদ-মাত্ৰ সেৱা কৰে　　সমস্তে কামনা পৰিহৰে
বেদ-ব্যৱহাৰ কদাচিতো নলঙ্ঘয়।
কৃষ্ণ-পদ-সেৱা-সুখ-মনে　　কৰে অনুভৱ সৰ্ব্বক্ষণে
ইহাক মহন্ত বুলিয় জানা নিশ্চয়॥ ৫৯৫

শুনিয়ো সজ্জন শাস্ত্ৰ-সাৰ　　সকলে সম্পত্তি জানা তাৰ
হৰি-ভক্তি-ৰসে সন্তোষ মন যাহাৰ।
চৰ্ম্মৰ নিৰ্ম্মিত পানৈজুড়ি　　চৰণ ঢাকিলে যিটোজনে
যেন সৱে ভূমি চৰ্ম্মাবৃত ভৈল তাৰ॥ ৫৯৬

অন্তৰত এক ঈশ্বৰক　　দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড়-প্ৰায়।
বুদ্ধিত সমস্তে তেজিয়োক　　বাহিৰতে সঙ্গ দেখায়োক
এহিভাৱে ৰাম লোকত ফুৰা বেঢ়াই॥ ৫৯৭

---

৫৯৬॥ সৰ্ব্বাঃ সম্পত্তয়স্তস্য সন্তুষ্টং যস্য মানসম্।
উপানদ্গূঢ়পাদস্য ন নু চৰ্ম্মাবৃতেৱ ভূঃ॥
৫৯৭॥ অন্তৰেকো বহিৰ্নানা হৃন্তৰ্বোধো বহিৰ্জড়ঃ।
অন্তস্ত্যাগী বহিঃ সঙ্গী লোকে বিচৰ ৰাঘৱ।

---

পা° ৫৯৭॥ ভৈল তাৰ—ভৈল যাৰ।　　বেঢ়াই—সদায়।

## ছবি

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাক দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নির্ণয়॥ ৫৯৮

## লেছাৰি

তাৱত কৃষ্ণৰ ভক্ত নৱে ভক্তি-অবিৰোধী কর্ম্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৱে সুপুজয়।
যেৱে ভৈল কৃষ্ণ-কথা-ৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সৱে তেজয়॥ ৫৯৯

সমস্তে তপকে আচৰোক পৰোক পর্ব্বতে উঠি যত
তীর্থত ভ্রমোক পঢ়োক বেদ-নিচয়।
যজোক সমস্তে যজ্ঞচয় যোগক জানোক সমস্তয়
হৰি বিনে কদাচিতো মৃত্যু নতৰয়॥ ৬০০

---

৫৯৯॥ তাৱৎ কর্মাণি কুৰ্ৱীত ন নিৰ্ৱিদ্যেত যাৱতা।
মৎকথাশ্ৰৱণাদৌ ৱা শ্রদ্ধা যাৱন্ন জায়তে॥
—ভাগৱত-পুৰাণ, ১১.২০.৯

৬০০॥ তপন্তু তাপৈঃ প্রপতন্তু পৰ্ৱতাদটন্তু তীর্থানি পঠন্তু চাগমান্।
যজন্তু যাগৈৰ্ৱিৱদন্তু ৱাদৈৰ্হৰিং ৱিনা নৈৱ মৃতিং তৰন্তি॥
—শ্রীধৰস্বামী, ভাগৱত-ভাৱার্থ-দীপিকা ১০.৮৭.২৭

মহন্তসৱৰ সঙ্গ লৈয়া    হৰিত একান্তে চিত্ত দিয়া
পৰম আনন্দে গাৱে হৰি-গুণ-নাম।
সহজে দায়ালু দেৱ হৰি    লৈবা আপুনাৰ দাস কৰি
হৰি-দাস ভৈলে হৈবা ভাই পূৰ্ণকাম॥ ৬০১

## মহিমা-যুক্ত উপদেশ

ব্যাস নিগদতি লুব্ধমতি    শুনিয়ো আনন্দে কৰ্ণ পাতি
দেওঁ উপদেশ ঊৰ্দ্ধ বাহু উচ কৰি।
এহিমানে মাত্ৰ মহামন্ত্ৰ    সংসাৰ-দুৰ্ঘোৰ-বিষহাৰী
নমো নাৰায়ণ বুলিয়োক মুখ ভৰি॥ ৬০২

সকলে নিগমে কল্পতৰু    তাৰ ফল মহাভাগৱত
শুক-মুখে আসি ভূমিত ভৈলা বিদিত।
ৰসত চতুৰ যিটো জন    কৃষ্ণৰ চৰণে দিয়া মন
পৰম সন্তোষে পিয়োক ফল-অমৃত॥ ৬০৩

---

৬০২॥ নাৰায়ণায় নম ইত্যয়মেৱ সত্যঃ
সংসাৰঘোৰৱিষসংহৰণায় মন্ত্ৰঃ।
শৃণ্বন্তু লুব্ধমতয়ো মুদিতাঃ সৰাগম্
উচ্চৈস্তৰামুপদিশাম্যহমূৰ্ধ্ব বাহুঃ॥

৬০৩॥ নিগমকল্পতৰোৰ্গলিতং ফলং শুকমুখাদমৃতদ্ৰৱসংযুতম্।
পিৱত ভাগৱতং ৰসমালয়ং মুহুৰহো ৰসিকা ভুৱি ভাৱুকাঃ॥
—ভাগৱত-পুৰাণ ১.১.৩

---

পা° ৬০১॥ (নাই)।
৬০২॥ বুলিয়োক মুখ ভৰি॥—গুৰু লৈয়ো দাস কৰি॥

হৰিক সততে স্মৰা প্ৰজা সমস্তে পুণ্যৰ ইসে ৰাজা
হৰিক স্মৰণে সিজয় পুণ্য কিঙ্কৰ।
নৃপাসৰিবাহা কদাচিত শুনা কথা ইটো বিপৰীত
হৰি পাসৰিলে সিজে পাপ নিৰন্তৰ॥ ৬০৪

শুনিয়ো পাৰ্ব্বতী তুমি এৰে ৰাম ৰাম ৰাম বোলা যেৱে
তোমাৰ বদন হৈবেক শ্ৰেষ্ঠ অমূল্য।
ৰাম ৰাম ৰাম ৰাম বুলি ৰামতে ৰমোহো সৰ্ব্বক্ষণে
জানা ৰাম-নাম সহস্ৰ নামৰ তুল্য॥ ৬০৫

বেদাগম আদি কৰি যত বিস্তৰ শাস্ত্ৰত নাহি কাজ
বিস্তৰ তীৰ্থত নাহি কিছু প্ৰয়োজন।
সংসাৰ তৰিতে খোজা যেৱে আপুন মোক্ষৰ হেতু তেৱে
গোবিন্দ গোবিন্দ বেকতে বোলা বচন॥ ৬০৬

---

৬০৪॥ স্মৰ্তব্যঃ সততং বিষ্ণুৰ্বিস্মৰ্তব্যো ন জাতুচিৎ।
সৰ্ব্বে বিধিনিষেধাঃ স্যুৰেতয়োৰেৱ কিঙ্কৰাঃ॥
—পদ্ম-পুৰাণ, উত্তৰখণ্ড, ৭১ অ° ? ( ভক্তি-ৰত্নাকৰ ৭.২৮),
তু°ক° অজামিলোপাখ্যান ৩৪

৬০৫॥ ৰাম ৰামেতি ৰামেতি ৰমে ৰামে মনোৰমে।
সহস্ৰনাম তত্তুল্য ৰামনামেত্যুক্তং তদপি॥
—পদ্ম-পুৰাণ, উত্তৰখণ্ড, ৭১ অ° ?

৬০৬॥ কিং তাত বেদাগমশাস্ত্ৰবিস্তৰৈস্তীৰ্থৈৰনেকৈৰপি কিং প্ৰয়োজনম্॥
যত্তাত্মনো বাঞ্ছসি মোক্ষকাৰণং গোবিন্দ গোবিন্দ ইতি স্ফুটং ৰট॥
তু°ক° অজামিলোপাখ্যান ৩৬

---

পা° ৬০৪॥ পুণ্য—ধৰ্ম্ম।

মাধৱে বোলন্ত ধনঞ্জয়　　মহা দুৰাচাৰো আতিশয়
আন দেৱ তেজি মোকেসে মাত্র ভজয়।
তাকেসে পৰম সাধু বুলি　　মানিবা মনত সৰ্ব্বক্ষণে
যিহেতু সম্যকে কৰিলে মোক নিছয়॥ ৬০৭

ভক্তিৰ মহিমা বিপৰীত　　অধৰ্ম্ম তেজিয়া ধৰ্ম্ম-চিত
হোৱে শীঘ্রে মোক ভজি জানা কুন্তী-সুত।
আৰু যি কুতৰ্কী নমানয়　　তথা গৈয়া বায়ো বাদ্যচয়
বাহু মেলি কৰা অঙ্গীকাৰ অদভুত॥ ৬০৮

মোহোৰ পৰম ঈশ্বৰৰ　　দুৰাচাৰ ভক্তো নুহি নষ্ট
কিন্তু সিটো ভক্ত কৃতাৰ্থ আতি হোৱয়।
তোম্মাৰ প্রগল্‌ভ প্রৌঢ়ি শুনি　　সমস্তে কুতৰ্ক পৰিহৰি
গুৰুত্বে তোম্মাক কৰিবে সৱে আশ্রয়॥ ৬০৯

---

৬০৭॥ অপি চেৎ সুদুৰাচাৰো ভজতে মামনন্যভাক্।
সাধুৰেৱ স মন্তব্যঃ সম্যগ্ব্যৱসিতো হি সঃ॥
—ভগৱদ্গীতা ৯.৩০

৬০৮-৯॥ ক্ষিপ্রং ভৱতি ধৰ্মাত্মা শশ্বচ্ছান্তিং নিগচ্ছতি।
কৌন্তেয় প্রতিজানীহি ন মে ভক্তঃ প্রণশ্যতি॥
—ভগৱদ্গীতা ৯.৩১

...কুতৰ্ককৰ্কশৱাদিনো নৈতন্মন্যেৰন্নিতি শঙ্কাকুলমৰ্জুনং প্রোৎসাহয়তি—হে কৌন্তেয়, পটহকাহলাদিমহাঘোষপূৰ্ব্বকং ৱিৱদমানানাং সভাং গত্বা বাহুমুৎক্ষিপ্য নিঃশঙ্কং প্রতিজানীহি।......ন প্রণশ্যতি অপি তু কৃতাৰ্থ এৱ ভৱতীতি, ততশ্চ তে তৎপ্রৌঢ়িৱিজৃম্ভাৎ ৱিধ্বংসিতকুতৰ্কাঃ সন্তো নিঃসংশয়ং ত্বামেৱ গুৰুত্বেনাশ্রয়েৰন্।
—শ্রীধৰস্বামী, (গীতা) সুবোধিনী টীকা ৯.৩১

---

পা° ৬০৭॥ নিছয়—আশ্রয়।
৬০৮॥ বায়ো—বাওঁ, বায়া।

আহ্মাৰ নিৰ্ম্মল ভকতিত দুৰাচাৰো তৰে কোন চিত্ৰ
আহ্মাক ভজিয়া চণ্ডালো তৰে সংসাৰ।
স্ত্ৰী শূদ্ৰ বৈশ্য আদি যত বিষয়ত মাত্ৰ সদা ৰত
মোক ভজি সুখে ইসৱো হোৱে উদ্ধাৰ ॥ ৬১০
ব্ৰাহ্মণ ক্ষত্ৰিয় পুণ্য-তনু মোক ভজে তৰিবেক পুনু
আত অদভুত নাহিকে কোনো সংশয়।
ৰাজ-ঋষি-তনু আছা পায়া অনিত্য অসুখ লোক জানি
আতি শীঘ্ৰে মোক ভজা সখি ধনঞ্জয় ॥ ৬১১
মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হৈয়া সৰ্ব্বক্ষণ
মোকে পূজা মোকে মাত্ৰ কৰা নমস্কাৰ।
কহিলো তোমাত সত্য বাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আহ্মাৰ ॥ ৬১

---

৬১০ ॥ মাং হি পাৰ্থ ব্যপাশ্ৰিত্য যেঽপি স্যুঃ পাপযোনয়ঃ।
স্ত্ৰিয়ো বৈশ্যাস্তথা শূদ্ৰাস্তেঽপি যান্তি পৰাং গতিম্ ॥
—ভগৱদ্গীতা ৯ ৩২
স্বাচাৰভ্ৰষ্টং মদ্ভক্তিঃ পবিত্ৰীকৰোতীতি কিমত্ৰ চিত্ৰং...।
—সুবোধিনী-টীকা
৬১১ ॥ কিং পুনৰ্ব্ৰাহ্মণাঃ পুণ্যা ভক্তা ৰাজৰ্ষয়স্তথা।
অনিত্যমসুখং লোকমিমং প্ৰাপ্য ভজস্ব মাম্ ॥
—ভগৱদ্গীতা ৯ ৩৩
অতস্তমিমং ৰাজৰ্ষিৰূপং প্ৰাপ্য লব্ধ্বা মাং ভজস্ব...।
—সুবোধিনী-টীকা
৬১২ ॥ মন্মনা ভৱ মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু।
মামেৱৈষ্যসি যুক্ত্বৈৱমাত্মানং মৎপৰায়ণঃ ॥
— ভগৱদ্গীতা ৯ ৩৪

---

পাঠ ৬১১ ॥ কোনো—কোন, কৈলো।
৬১২ ॥ সত্য—তত্ত্ব।

ভগৱন্ত দেৱ নিগদতি　　শুনিয়ো অর্জ্জুন মহামতি
তোমাত কহওঁ পৰম ইটো ৰহস্য।
ঐশ্বর্য্য বিভূতি বলে সমে　　জানে যিটো মোক নৰোত্তমে
সিও ভৈল মোৰ তাৰ ভৈলো মঞি বশ্য ॥ ৬১৩

অসম্মূঢ়ভাৱে যিটোজনে　　উত্তম পুৰুষ মোক মানে
তাকে সর্ব্ববেত্তা বুলিয় সখি অর্জ্জুন।
সিটো সমস্তকে পৰিহৰি　　কায় বাক্য মনে যত্ন কৰি
ভজয় আমাক পুৰুষ সিটো নিপুণ ॥ ৬১৪

মোতে হন্তে হোৱে চৰাচৰ　　মোতেসে প্ৰৱৰ্ত্তে নিৰন্তৰ
ইহাক অর্জ্জুন জানে যিটো মহাজন।
পৰম বিৱেকী সিটোজন　　মোৰ ভাৱে হুয়া যুক্ত-মন
মোকে মাত্ৰ ভজে শ্ৰৱণ কৰি কীর্ত্তন ॥ ৬১৫

---

৬১৩ ॥ ময্যাসক্তমনাঃ পার্থ যোগং যুঞ্জন্মদাশ্রয়ঃ।
অসংশয়ং সমগ্রং মাং যথা জ্ঞাস্যসি তচ্ছৃণু।
—ভগৱদ্গীতা ৭.১
সমগ্রং ৱিভূতিবলৈশ্বর্য্যাদিসহিতম্।　—সুবোধিনী-টীকা

৬১৪ ॥ যো মামেৱমসম্মূঢ়ো জানাতি পুরুষোত্তমং।
স সর্ৱৱিদ্ভজতি মাং সর্ৱভাৱেন ভাৰত ॥
—ভগৱদ্গীতা ১৫.১৯

৬১৫ ॥ অহং সর্ৱস্য প্ৰভৱো মত্তঃ সর্ৱং প্ৰৱৰ্ত্ততে।
ইতি মত্বা ভজন্তে মাং বুধা ভাৱসমন্বিতাঃ ॥
—ভগৱদ্গীতা ১০৮

---

৬১৪ ॥ মানে—জানে।

মোতেসে কেৱলে দিয়া চিত্ত মোতে মাত্র প্রাণ অর্পি নিত
অন্যোঅন্যে মিলি মোকেসে বোধ কৰাৱে।
মোকে মাত্র কহে সৰ্ব্বক্ষণে পৰম সন্তোষ লভি মনে
আনন্দ-সাগৰে মজ্জি ৰহে প্রেমভাৱে॥ ৬১৬

ৰহস্যক জানে যিটো লোক সততে কীৰ্ত্তন কৰে মোক
ধৰি দৃঢ় ব্রত কৰি যত্ন বিপৰীত।
মোৰ সৰ্ব্বোত্তম দুই পাৱে কৰে নমস্কাৰ ভক্তিভাৱে
তাৰ মোৰ এড়া-এড়ি নাহি কদাচিত॥ ৬১৭

মাধৱে কহন্ত অৰ্জ্জুনত শুনা ইটো পৰমাৰ্থ-তত্ত্ব
ভকতেসে মোৰ মহিমা জানে নিঃশেষ।
তত্ত্ব-ৰূপে সখি জানি মোক তৰিবা দুৰ্ঘোৰ দুখ-শোক
অন্ত-কালে গৈয়া আমাত হোৱে প্রৱেশ॥ ৬১৮

কৃষ্ণ নিগদন্তি সব্যসাচী পৰমাৰ্থ-তত্ত্ব লৱা বাছি
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।

---

৬১৬॥ মচ্চিত্তা মদ্গতপ্রাণা বোধয়ন্তঃ পৰস্পৰম্।
কথয়ন্তশ্চ মাং নিত্যং তুষ্যন্তি চ ৰমন্তি চ॥
—ভগৱদ্গীতা ১০.৯

৬১৭॥ সততং কীৰ্তয়ন্তো মাং যতন্তশ্চ দৃঢ়ব্রতাঃ।
নমস্যন্তশ্চ মাং ভক্ত্যা নিত্যযুক্তা উপাসতে॥
—ভগৱদ্গীতা ৯.১৪

৬১৮॥ ভক্ত্যা মামভিজানাতি যাৱান্ যশ্চাস্মি তত্ত্বতঃ।
ততো মাং তত্ত্বতো জ্ঞাত্বা ৱিশতে তদনন্তৰম্॥
—ভগৱদ্গীতা ১৮.৫৫

মোতে মাত্র সদা দিয়া চিত　　গায়ো মোৰ গুণ-নাম-গীত
সকলে শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাত ॥ ৬১৯

## ছবি

ভগৱন্ত-ভক্তি-যুক্ত　　পুৰুষৰ আত্ম-বোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত জানা　　গুচয় সংসাৰ-বন্ধ
এহিমানে গীতাৰ নির্ণয় ॥ ৬২০

## লেছাৰি

জানা শ্ৰীৰাম নামে নিজ　　সমস্তে শাস্ত্ৰৰে মূল বীজ
সঞ্জীৱনী-প্ৰায় যাৰ মনে প্ৰৱেশয়।
যদি হলাহল পান কৰে　　প্ৰলয়-বহ্নিত যদি পৰে
মৃত্যুৰ মুখত প্ৰৱেশিলে নাহি ভয় ॥ ৬২১

৬১৯ ॥ তু°ক° ভগৱদ্গীতা ১৮।৬২, ৬৪—৬৬।
৬২০ ॥ ভগৱদ্ভক্তিযুক্তস্য তৎপ্ৰসাদাত্মবোধতঃ।
সুখং বন্ধৱিমুক্তিঃ স্যাদিতি গীতাৰ্থসংগ্ৰহঃ ॥
( শ্ৰীধৰস্বামী, [ গীতা ] সুবোধিনী-টীকা ১৮.৭৮ )
৬২১ ॥ শ্ৰীৰামনামাখিলমন্ত্ৰবীজং
সঞ্জীৱনী চেন্মনসি প্ৰৱিষ্টম্।
হালাহলং ৱা প্ৰলয়ানলং ৱা
মৃত্যোৰ্মুখং ৱা ৱিশতাং কুতোভয়ম্ ॥
( ভক্তি-বিৱেক, ৩১৬ )

---

পা° ৬২০ ॥ জানা—সুখে, পাছে। গুচয়—তৰয়। বন্ধ—ভয়।

পূৰ্ণ শশী পূৰ্ণ দুগ্ধ-সিন্ধু সিমত প্ৰকাশ নকৰয়
কমনীয় লক্ষ্মী বদনো সিমত নয়।
ঈশ্বৰ কৃষ্ণৰ পাদ-পদ্ম ভক্তি স্পৃহাহীন ভৈলা সিটো
সিটো মনগোটে যিমতে শোভা কৰয়॥ ৬২২

শ্ৰীমুকুন্দৰ নাম-গুণ কীৰ্ত্তন প্ৰকাশে যি দিশত
সি দিশক প্ৰতি নমস্কাৰ যিটো কৰে।
চিদানন্দ-ঘন স্বৰূপত ঈশ্বৰ কৃষ্ণত নিত্যাগত
পৰম আনন্দ কৰে সিটো সাধু নৰে॥ ৬২৩

হৰি-ভক্তি ৰাজ-মাৰ্গে গুৰু- পদ-নখ-চন্দ্ৰ-প্ৰকাশিত
শ্ৰুতি-জননীৰ পদ-পন্থ অনুসৰি।
ফুৰো হুয়া আমি আনন্দিত স্খলন নাহিকে কদাচিত
মহাজনসৱো জানিবা নিছয় কৰি॥ ৬২৪

## নিন্দা

শ্ৰীমন্ত শঙ্কৰে প্ৰকাশিলা গোৱিন্দৰ গুণ-নাম-যশ
জগতৰ লোকে পৰম আনন্দে গাৱে।

---

৬২২॥ ন তথা ভাতি পূৰ্ণেন্দুৰ্ন পূৰ্ণো দুগ্ধসাগৰঃ।
ন লক্ষ্মীৱদনং কান্তং স্পৃহাহীনং যথা মনঃ॥
৬২৩॥ কীৰ্ত্তনং শ্ৰীমুকুন্দস্য যস্যান্দিশি ৱিৰাজতে।
নত্বা তাং দিশমানন্দঘনে নন্দতি মানৱঃ॥
—ব্ৰহ্মপুৰাণ
৬২৪॥ হৰিভক্তিৰাজমাৰ্গে গুৰুপদনখচন্দ্ৰিকাধৌতে।
শ্ৰুতিজননীপদপদ্ধতিমনুসৰতাং ন কুতঃ স্খলনম্॥

হেনয় শঙ্কৰ গুৰু বিনে　　কমন কাৰণে আন জনে
　　লোকৰ মাজত আপুনি গুৰু বোলাৱে॥ ৬২৫
বিষ্ণুৰ সহস্ৰ-নাম সদা　　আছন্তো জিহ্বায়ে তাক এড়ি
　　সদায় বিৰোধ-বচন মাত্ৰ ৰটয়।
বুদ্ধি বিষ্ণু-তত্ত্ব পৰিহৰি　　অসন্ত বস্তুত ৰতি কৰি
　　যেন বেশ্যা জাৰ-পতিত মাত্ৰ ৰময়॥ ৬২৬

সমস্তৰে আদি নৰ-তনু　　উত্তম কোটিয়ো নপায় পুনু
　　কোনো ভাগ্যোদয়ে পায়া নাৱ দৃঢ় আতি।
গুৰু ভৈলা তাত কৰ্ণধাৰ　　কৃষ্ণে ভৈলা অনুকূল বায়ু
　　তথাপি সংসাৰ নতৰয় আত্মঘাতী॥ ৬২৭

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি　　মোৰ আজ্ঞা-বাণী জানা নিষ্ঠি
　　যিটোজনে আকে উলঙ্ঘিয়া প্ৰৱৰ্ত্তয়।
ভৈল সিটো মোৰ আজ্ঞা-ছেদী　　মোক দ্বেষ কৰিলেক আতি
　　মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়॥ ৬২৮

---

৬২৬॥ তিষ্ঠতি ৱিষ্ণোৰ্নামসহস্ৰং জিহ্বা ৰটতি ৱিৰুদ্ধমজস্ৰং।
প্ৰায়ো বুদ্ধিৰসদাসক্তা কুলটা জাৰপতাৱনুৰক্তা॥

৬২৭॥ নৃদেহমাদ্যং সুলভং সুদুৰ্লভং প্লৱং সুকল্পং গুৰুকৰ্ণধাৰম্।
ময়ানুকূলেন নভস্বতেৰিতং পুমান্ ভৱাব্ধিং ন তৰেৎ স আত্মহা॥
—ভাগৱত-পুৰাণ ১১.২০.১৭

৬২৮॥ শ্ৰুতিস্মৃতী মমৈৱাজ্ঞে যস্তুল্লঙ্ঘ্য প্ৰৱৰ্ততে।
আজ্ঞাচ্ছেদী মম দ্বেষী মদ্ভক্তোঽপি ন ৱৈষ্ণৱঃ॥
—বৃহদ্বামন-পুৰাণ

---

৬২৮॥ হন্তো—হেন্তে।

যত উগ্ৰ তপ জ্ঞান গুণ যাগ যোগ যজ্ঞ দান পুণ্য
কিবা প্ৰয়োজন সাধিবেক তাসম্বাৰ।
কৃষ্ণ জগতৰ আত্মা নিজ মোক্ষ-সুখ-প্ৰদ দেৱ ইষ্ট
তাহান চৰণে ভকতি নাহিকে যাৰ॥ ৬২৯

শিশুৰ বিষয়-আশ আগ যুৱা সেৱা কৰে পায়া লাগ
বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক।
হৰি-ভকতিক পৰিহৰি বৃদ্ধে ৱিষয়ক টৈৰ কৰি
পুম্মু পালটিয়া নিৰেখি আছে কিসক॥ ৬৩০

বালকে কৰোক বহুমান যুৱায়ে সেৱোক পাৰেমান
বৃদ্ধে বিষয়ৰ বহির্ভূত হুয়া গৈল।
ভোগ কৰিবাক নপাৰয় তথাপিতো আশা নছাড়য়
হৰি হৰি হৰি কিনো বিপৰীত ভৈল॥ ৬৩১

---

৬২৯॥ কিং ৱিদ্যয়া চান্যগুণৈশ্চ তেষাং যজ্ঞৈশ্চ দানৈশ্চ তপোভিৰুগ্ৰৈঃ।
যেষাং ন ভক্তিৰ্ভৱতীহ কৃষ্ণে জগদ্গুৰৌ মোক্ষসুখপ্ৰদে চ॥

৬৩০॥ অগ্ৰে কস্যচিদস্তি কিঞ্চিদভিতঃ কেনাপি পৃষ্ঠে কৃতঃ।
সংসাৰশিশুভাৱযৌৱনজৰাভাৱাৰতাৰাদয়ঃ॥

৬৩১॥ বালস্তদ্বহু মন্যত্যাং স্বৱয়সি প্ৰাগ্ভো যুৱা সেৱতাং।
বৃদ্ধস্তদ্বিষয়াদ্বহিষ্কৃত ইৱ ৱ্যাবৃত্য কিং পশ্যতি॥

---

পাঃ ৬২৯॥ আত্মা নিজ—গুৰু ইষ্ট। মোক্ষ-সুখ-প্ৰদ দেৱ ইষ্ট—
মোক্ষপ্ৰদ দেৱ গুৰু নিষ্ঠ।

বৃদ্ধসৱে জানা বিষয়ক　　ভোগ কৰিবাক নপাৰয়
ভক্তি-হীন বৃদ্ধে তেজিতে সামৰ্থ নয়।
দশন-বিহীন কুক্কুৰ যেন　　হাড় চোবাইবাক নপাৰয়
জিহ্বা লড়বড় কৰি মাত্ৰ চেলেকয়॥ ৬৩২

বৈষ্ণৱ-নিন্দক সূচকক　　বিষ্ঠা লুটা গ্ৰাম্য শূকৰক
বিধাতায়ে দুইকো স্ৰজিলন্ত দায়াতৰে।
সূচকে জানিবা নিৰন্তৰে　　সাধুসকলক শুদ্ধি কৰে
যিমতে গ্ৰামক শূকৰে শোধন কৰে॥ ৬৩৩

মৃগ মীন মহাসাধু নৰে　　মনৰ সন্তোষে তৃণ-জলে
হিংসা-শূন্য হুয়া থাকয় জীৱন ধৰি।
তথাপিতো ইটো ত্ৰিতয়ৰ　　কৈৱৰ্ত্ত পিশুন ব্যাধসৱে
ইটো জগতত তিনি অকাৰণ বৈৰী॥ ৬৩৪

---

৬৩২॥ নাপি ভোক্তুং ন চ ত্যক্তুং শক্নোতি বিষয়ান্ জৰী।
অস্থি নির্দ্দশনঃ শ্বেৱ জিহ্বয়া লেঢ়ি কেৱলম্॥

৬৩৩॥ সূচকঃ শূকৰশ্চৈৱ দ্বাৱেতৌ ৱিধিনির্মিতৌ।
সূচকঃ শুধ্যতি সাধূন্ গ্ৰামঞ্চ শূকৰো যথা॥

৬৩৪॥ মৃগমীনমহাসাধূনাং তৃণজলসন্তোষৱিহিতবৃত্তীনাং।
লুব্ধককৈৱৰ্ত্তপিশুনাঃ অকাৰণবৈৰিণো জগতি॥
—নাৰদীয়-পুৰাণ, ৩৫.৩৭

---

পা° ৬৩৩॥ সূচক—নিন্দুক, খলুৱা।
৬৩৪॥ পিশুন—খল, ক্ৰুৰ।

সমস্তৰে আত্মা নাৰায়ণ আত্মা-সুখে ৰতি সৰ্ব্বক্ষণ
এহি হেতু হৰি সমস্তে প্ৰাণীতে সম।
তাঙ্ক যিটো ভজে সুখে তৰে নভজি সংসাৰে মজি মৰে
কৃষ্ণক বিষম বোলয় কোন অধম॥ ৬৩৫

## আত্ম-নিন্দা

হৰিসে কেৱলে সঞ্চা মাত্ৰ ৰাম ৰাম ৰাম ৰাম ৰাম
তাস্ত বিনে মিছা যত দেখি শুনি মানে।
তাক যিটো মিছা কৰি আশা ৰাম ৰাম ৰাম ৰাম ৰাম
তুৰাচাৰ মন মৰস কেনে অজ্ঞানে॥ ৬৩৬

## মহিমা

ৰা শবদক উচ্চৰন্তে ৰাম ৰাম ৰাম ৰাম ৰাম
মুখ হন্তে বাজ হুয়া পলায় পাপমানে।

---

৬৩৫॥ ন ব্ৰহ্মণঃ স্বপৰভেদমতিস্তৱ স্যাৎ
সৰ্ব্বাত্মনঃ সমদৃশঃ স্বসুখানুভূতেঃ।
সংসেৱ্যতাং সুৰতৰোৰিৱ তে প্ৰসাদঃ
সেৱানুৰূপমুদয়ো ন ৱিপৰ্যয়োঽত্ৰ॥

---

পা° ৬৩৬॥ (ইয়াৰ পিছত)
হৰি সত্য নিত্য ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তাহান চৰিত্ৰ পৰম আনন্দ ৰস।
তাক এৰি মন দুৰাশয় যতেক বিষয় বিষময়
তাঙ্ক আশা এৰি সংসাৰে মজি মৰস॥

পুণ্যমানে হোৱে অভ্যন্তৰ ৰাম ৰাম ৰাম ৰাম ৰাম
ম বুলি আতি কপাট মাৰয় টানে ॥ ৬৩৭

কৃষ্ণ প্ৰিয়তম আত্মা নিজ ৰাম ৰাম ৰাম ৰাম ৰাম
যাত হন্তে অণুমাত্ৰকো ভয় নুশুনি।
আক যিটো জানে সেহিজন ৰাম ৰাম ৰাম ৰাম ৰাম
বিদ্যাৱন্ত গুৰু সেহিসে হৱি আপুনি ॥ ৬৩৮

অনন্ত-শকতি তুমি ৰাম লক্ষ্মণ সুগ্ৰীৱ বিভীষণ
হনুমন্ত আদি মহা মহা বীৰগণে।
আনি তৰু লতা পৰ্ব্বতক কতেক যোজন সমুদ্ৰক
সেতু বান্ধি পাৰ ভৈলাহা মহা যতনে ॥ ৬৩৯

হে প্ৰাণ-প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তযু গুণ-নাম চাৰ।
বিনা সেতু-বন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ-সমুদ্ৰৰ হোৱে পাৰ ॥ ৬৪০

---

৬৩৭ ॥ ৰাশব্দোচ্চাৰণেনৈৱ মুখান্নিৰ্যাতি পাতকং।
পুণ্যং প্ৰৱিষ্টং জৰতি মকাৰস্ত্ব কপাটকম্ ॥

৬৩৮ ॥ কৃষ্ণঃ প্ৰিয়তমশ্চাত্মা যন্তো ন ভয়মণ্বপি।
ইতি ৱেদ স ৱৈ ৱিদ্বান্ যো ৱিদ্বান স গুৰুৰ্হৰিঃ ॥

৬৪০ ॥ ৰাম ত্বত্তোঽধিকং নাম যদ্ভক্তৈৰ্ৱ নৰস্তৰেৎ।
ৱিনাপি সেতুনিৰ্মাণমপাৰং ভৱসাগৰম্ ॥

কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি যিটো অন্তকালে নিজ প্ৰাণ তেজে
আত্মৰ শবদে মুকুতি তাঙ্ক দিৱয়।
আৰ আক কিবা দিবো বুলি আউৰ দুই পদে লজ্জা হুয়া
ঋণী ভৈলো বুলি নমাইয়া মাথা থাকয়॥ ৬৪১

হে কৃষ্ণ তযু পদ-মূলে একান্ত শৰণ লৱে যিটো
কোন লাভ ইটো এড়াইবা কালৰ ভয়।
তযু ভকতৰ সঙ্গগোটে সৰ্ব্ব পুৰুষাৰ্থ-ৰাশি শিৰে
চড়িয়া কৌতুকে অত্যন্ত নৃত্য কৰয়॥ ৬৪২

পৰম দুৰ্ব্বোধ আত্ম-তত্ত্ব তাৰ জ্ঞান-অৰ্থে হৰি যত
লীলা-অৱতাৰ ধৰা তুমি কৃপাময়।
তাহান চৰিত্ৰ-সুধা-সিন্ধু তাতে ক্ৰীড়া কৰি দীন-বন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়॥ ৬৪৩

উৰুক্ৰম-পদ-ৰেণু সেৱি ছয় ঊৰ্ম্মি জিনিলেক যিটো
সিটো পুৰুষৰ জানিবা আশ্চৰ্য্য নাই।

---

৬৪১ ॥ কৃষ্ণঃ কৃষ্ণঃ কৃষ্ণ ইত্যন্তকালে
জল্পন্ জন্তুৰ্জীৱিতং যো জহাতি।
আত্মশব্দঃ কল্পতে তস্য মুক্ত্যৈ
ব্ৰীড়ানম্ৰৌ তিষ্ঠতোঽস্যাবৃণস্থৌ॥
—ভাৱতত্ত্ববিভাগ ?

৬৪২ ॥ ত্বৎপাদমূলে প্ৰৱিষ্টস্য কৃতান্তভয়াভাৱঃ কিয়ানয়ং লাভঃ যত্ত্বদ্ভক্তসঙ্গ এৱ সকলপুৰুষাৰ্থশ্ৰেণিশিৰসি নৰীনৰ্তি।

৬৪৩ ॥ দুৰৱগমাত্মতত্ত্বনিগমায় তৱাত্মনশ্চৰিতমহামৃতাব্ধিপৰিৱৰ্ত পৰিশ্ৰমণাঃ।
ন পৰিলসন্তি কেচিদপৱৰ্গমপীশ্বৰ তে
চৰণসৰোৰুহং সকুলসঙ্গৱিসৃষ্টগৃহাঃ॥

আকেসে আশ্চর্য্য বুলি ধৰি        যাৰ নাম একবাৰ স্মৰি
চাণ্ডালো সম্প্ৰতি সংসাৰ-বন্ধ এড়ায় ॥ ৬৪৪
কৃষ্ণক বোলন্ত ধনঞ্জয়           তোহ্মাৰ কীৰ্ত্তনে কৃপাময়
আতি অনুৰাগে জগতে কৰে হৰিষ।
তোহ্মাৰ কীৰ্ত্তন-অগনিৰ         শিখায়ে দগধ হুয়া আতি
ৰাক্ষস পিশাচ পলাই যায় দশো দিশ ॥ ৬৪৫
ভক্তি-সৰোবৰে কৃষ্ণ-পদ-          পঙ্কজত পড়ি নিৰন্তৰে
পৰম আনন্দে ভকত-ভ্ৰমৰা-জাকে।
কৃষ্ণ-যশ-ৰস-মধু-পানে           মত্ত হুয়া আতি সাৱধানে
ৰাম-নাম-ৰাজহংস-ৰাৱ শুনি থাকে ॥ ৬৪৬
ঐকান্তিক মহামুনি যত           নিৱৰ্ত্তিয়া বিধি-নিষেধত
নিৰ্গুণ ভাৱত থিতি হুয়া নিৰন্তৰে।
জ্ঞানি পুৰুষাৰ্থ সাৰ-তত্ত্ব             কৃষ্ণ-কথামৃত-সাগৰত
কথনে-মথনে সদায়ে ৰমণ কৰে ॥ ৬৪৭

---

৬৪৪ ॥ নৈৱংবিধঃ পুৰুষকাৰ উৰুক্ৰমস্য পুংসাং তদঙ্ঘ্ৰিৰজসা জিতষড়্‌গুণানাং।
চিত্ৰং ৱিদূৰৱিগতঃ সকৃদাদদীত যন্নামধেয়মধুনা জহাতি বন্ধম্ ॥
—ভাগৱত-পুৰাণ, ৫.১.৩৫

৬৪৫ ॥ স্থানে হৃষীকেশ তৱ প্ৰকীৰ্ত্ত্যা
জগৎ প্ৰহৃষ্যত্যনুৰজ্যতে চ।
ৰক্ষাংসি ভীতানি দিশো দ্ৰৱন্তি
সৰ্ৱে নমস্যন্তি চ সিদ্ধসঙ্ঘাঃ ॥
—ভগৱদ্গীতা ১১.৩৬

৬৪৭ ॥ প্ৰায়েণ মুনয়ো ৰাজন্নিৱৃত্তা বিধিষেধতঃ।
নৈৰ্গুণ্যস্থা ৰমন্তে স্ম গুণানুকথনে হৰেঃ ॥
—ভাগৱত-পুৰাণ ২,১.৭

হৰিৰ গুণৰ দেখা বল লভিলেক যিটো মোক্ষ-ফল
তাহাৰাসৱৰো চিত্তক আনয় টানি।
এতেকে নিপুণ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
হৰিৰ গুণক নছাড়িবা সাৰ জানি॥ ৬৪৮

শুক নিগদতি পৰীক্ষিত যদি আমি নির্গুণত থিত
তথাপি উত্তম-শ্লোকৰ মহিমা-গুণে।
কৰিলেক মোক বশ্য চিত ভাগৱত-গ্ৰন্থ বিপৰীত
পৰম আনন্দে পঢ়িলো আমি আপুনে॥ ৬৪৯

তোমাত কহিবো সেহি শাস্ত্ৰ তুমি আক শুনিবাৰ পাত্ৰ
মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি।
ই শাস্ত্ৰত শ্ৰদ্ধা-মাত্ৰকত মুকুন্দৰ পাদ-পঙ্কজত
আতি শীঘ্ৰে তাৰ হুইবে জানা সতী মতি॥ ৬৫০

সৃষ্টি-স্থিতি-প্ৰলয়ৰ হেতু অনন্ত বিচিত্ৰ কৰ্ম্ম হৰি
কৰা যিটো তাক গাৱে শুনে প্ৰশংসয়।
অপৱৰ্গ-দাতা ভগৱন্ত তাহান চৰণ-পঙ্কজত
তিনিবো নিছয় উত্তম ভক্তি হোৱয়॥ ৬৫১

---

৬৪৯॥ পৰিনিষ্ঠিতোঽপি নৈর্গুণ্যে উত্তমশ্লোকলীলয়া।
গৃহীতচেতা ৰাজৰ্ষে আখ্যানং যদধীতৱান্॥
—ভাগৱত-পুৰাণ ২.১.৯

৬৫০॥ তদহং তেঽভিধাস্যামি মহাপৌৰুষিকো ভৱান্।
যস্য শ্ৰদ্দধতামাশু স্যান্মুকুন্দে মতিঃ সতী॥
—ভাগৱত-পুৰাণ ২.১.১০

৬৫১॥ যানীহ ৱিশ্বৱিলয়োদ্ভৱৱৃত্তিহেতুকৰ্মাণ্যনন্তৱিচিত্ৰাণি হৰিশ্চকাৰ।
যস্ত্বঙ্গ গায়তি শৃণোত্যনুমোদতে ৱা ভক্তিৰ্ভৱেদ্ভগৱতি হ্যপৱৰ্গমাঢ্যে॥

## নাম-মহিমা

হৰি-কীৰ্ত্তনৰ তাপ লাগি　পলায় পাপ দশো দিশে ভাগি
হেৰা পাইলে বুলি ভয়ত ভিড়ি লৱড়ে।
ব্ৰহ্মাণ্ড ভিতৰে নপাই ঠাই　আউৰ ব্ৰহ্মাণ্ডক পলাই যায়
নামে খেদি নেন্তে ব্ৰহ্মাণ্ডোপৰি বাগৰে॥ ৬৫২

পাছে পাছে হৰি-নামে খেদে　একো ব্ৰহ্মাণ্ডত থান নেদে
মহা মহা পাতেকৰ গৰ্ব্ব ভৈল দূৰ।
এৱে কৈক যাইবো বুলি ডৰি　কাম্পে সৱে পাপ তৰতৰি
হৰি-নামে পাই দহি কৰিলেক চূৰ॥ ৬৫৩

নামে পুৰুষক শুদ্ধ কৰি　ৰৈল নাম তাতে ভৰি-পূৰি
ধৰ্ম্মময় তন্থু ভৈ গৈল হৰি-ভকত।
হৰিৰ কৰুণা ভৈলা তাক　উচ্চ কৰি দিয়া হৰি-ডাক
পৰম সন্তোষে নাচে আতি আনন্দত॥ ৬৫৪

শুদ্ধে বা অশুদ্ধে এক নাম　বোলে বা শুনে বা মনে স্মৰে
অপৰাধ-হীন পুৰুষক সত্তে তাৰে।
দেহ-ধন-জন-অৰ্থ-লোভে　পাষণ্ড বুদ্ধিয়ে যিটে লৱে
সেহি হৰি-নামে তাৰিতে শীঘ্ৰে নপাৰে॥ ৬৫৫

---

৬৫৫॥　নামৈক যস্য জিহ্বাং স্মৰণপথগতং শ্ৰোত্ৰমূলং গতং ৱা
শুদ্ধং ৱাশুদ্ধৱৰ্ণং ৱ্যৱহিতৰহিতং তাৰয়ত্যেৱ সত্যম্।
তচ্চেদ্দেহদ্ৰৱিণৱনিতালাভপাষণ্ডমধ্যে
নিক্ষিপ্তং স্যান্ন ফলজনকং শীঘ্ৰমেৱাত্ৰ ৱিপ্ৰ॥
—পদ্ম-পুৰাণ, স্বৰ্গখণ্ড ৪৮.৫৬

ৱ্যৱহিতৰহিতং নামাপৰাধৰহিতং—ভক্তি-ৰত্নাকৰ ৮.১০
পাঠান্তৰ: জিহ্বং—ৱাচি।　ৱনিতা—জনতা।

## স্তুতি

বসুদেৱ নিগদতি হাসি সাক্ষাতে বিদিত ভৈলা আসি
তুমিসি পুৰুষ-প্ৰকৃতিতো কৰি পৰ।
সমস্তে জীৱৰ বুদ্ধি-সাখী কেৱল-আনন্দ-অনুভৱ
স্বৰূপ সুখৰ সাগৰ দেৱ ঈশ্বৰ ॥ ৬৫৬

হে কৃষ্ণ যত জীৱ নিত্য তিনি তাপে হুয়া সন্তাপিত
দুৰ্ঘোৰ সংসাৰ-তাপত পৰি আছয়।
তযু পদ-শ্বেত-ছত্ৰ-প্ৰায় অমৃত বৰিষে সৰ্ব্বদায়
আৰ ছায়া বিনে নেদেখো আৰ আশ্ৰয় ॥ ৬৫৭

বলি নিগদতি যদুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপা মোক কৰিলাহা নাৰায়ণ।
দেৱৰো দুৰ্ল্লভ আতিশয় ৰাম ৰাম ৰাম ৰাম ৰাম
গৃহতে থাকিয়া দেখিলো তযু চৰণ ॥ ৬৫৮

---

৬৫৬ ॥ ৱসুদেৱ উৱাচ ॥ ৱিদিতোঽসি ভৱান্ সাক্ষাৎ পুৰুষঃ প্ৰকৃতেঃ পৰঃ।
কেৱলানুভৱানন্দস্বৰূপঃ সৰ্ব্ববুদ্ধিদৃক্ ॥
—ভাগৱত-পুৰাণ ১০.৩,১৩

৬৫৭ ॥ তাপত্ৰয়েণাভিহতস্য ঘোৰে সন্তাপ্যমানস্য ভৱাধ্বনীশ।
পশ্যামি নান্যৎ শৰণং তৱাঙ্ঘ্ৰি দ্বন্দ্বাতপত্ৰাদমৃতাভিৱৰ্ষাৎ ॥

৬৫৮ ॥ দৰ্শনং তে হি ভগৱন্দেৱানামপি দুৰ্লভম্।
অস্মাকং কিমহো ভাগ্যং দৃষ্টমদ্য গৃহে ৱসন্ ॥

## প্ৰাৰ্থনা

ব্ৰহ্মা আদি কৰি জীৱ যত　ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া-শয্যা মাজে আছয় ঘুমটি যাই।
তুমিসে চৈতন্য সনাতন　ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই॥ ৬৫৯

ক্ষুদ্ৰ সুখে বহু আশা কৰি　ভৱ-কূপে জীৱ আছে পৰি
কাল-সৰ্পে দংশি হৰাইল চেতন তাৰ।
মোক্ষ-ৰূপ তযু বাক্যামৃত　কৃপায়ে সিঞ্চিয়া প্ৰতি নিত
দায়াময় কৃষ্ণ কৰিয়ো তাক উদ্ধাৰ॥ ৬৬০

সৰোবৰে গ্ৰাহে ধৰি আছে　গজেন্দ্ৰে পীড়াক পায়া পাছে
আকাশে গৰুড়-কন্ধে চক্ৰ ধৰি হৰি।
দেখি সুৱৰ্ণৰ পদ্ম ধৰি　বোলে দুখে আৰ্ত্তনাদ কৰি
নমো ভগৱন্ত গুৰু লৈয়ো দাস কৰি॥ ৬৬১

---

৬৫৯॥ তু°ক° ব্ৰহ্মাদিতৃণপৰ্যন্তং ভূতগ্ৰামচতুৰ্বিধং।
চৰাচৰমিদং বিশ্বং প্ৰসুপ্তং যস্য মায়য়া॥
—গৰুড়পুৰাণ ২.২৩৮.৭ ( ভক্তি-ৰত্নাকৰ
৩৩.১৩ ( কমলাবাৰীৰ পুথি )

৬৬০॥ দষ্টং জনং সম্পতিতং বিলেঽস্মিন্ কালাহিনা ক্ষুদ্ৰসুখোৰুতৰ্ষে।
সমুদ্ধৰৈনং কৃপয়াপৱৰ্গ্যৈৰ্বচোভিৰাসিঞ্চ্য মহানুভাৱঃ॥

৬৬১॥ সোঽন্তঃসৰস্যুৰুবলেন গৃহীত আৰ্ত্তো দৃষ্ট্বা গৰুত্মতি হৰিং খ উপাত্তচক্ৰম্।
উৎক্ষিপ্য সাম্বুজকৰং গিৰমাহ কৃচ্ছ্ৰান্নাৰায়ণাখিলগুৰো ভগৱন্নমস্তে॥
—ভাগৱত-পুৰাণ, ৮.৩.৩২

---

পা° ৬৫৯॥ কৰি জীৱ যত—জীৱ নিৰন্তৰে।

মধু-ৰিপু ৰাম ৰঘুপতি তুমি ভকতৰ নিজ গতি
তোমাৰ চৰণে শৰণ কৰিলো সাৰ।
নমো দেৱ দীন-দুখ-হাৰী দায়াশীল দামোদৰ প্ৰভু
আমি দুখিতক চৰণে কৰা উদ্ধাৰ॥ ৬৬২

হে কৃষ্ণ তযু পাদ-পদ্ম- পঞ্জৰ ভিতৰে মোৰ মন-
ৰাজহংস পশি থাকোক প্ৰভু সৰ্ব্বথা।
প্ৰাণ-প্ৰয়াণৰ সময়ত কফ বাত পিত্ত আদি যত
কণ্ঠ-নিৰোধনে তোমাৰ স্মৰণ কথা॥ ৬৬৩

হে কৃষ্ণ পুত্ৰ-পত্নী-সঙ্গ তেজি তযু পদ চিন্তি নিত
গৰ্ব্ব-শূন্য সন্তসৱৰ আশ্ৰমে যাইবো।
তাসম্বাৰ মুখ-পদ্মে বাজ হুইবে তযু কথামৃত-নদী
তাতে মগ্ন হুয়া দেহাৰ হাত এড়াইবো॥ ৬৬৪

---

৬৬৩॥ কৃষ্ণ ত্বদীয়পদপঙ্কজপঞ্জৰান্তে
অদ্যৈৱ মে ৱিশতু মানসৰাজহংসঃ।
প্ৰাণপ্ৰয়াণসময়ে কফৱাতপিত্তৈঃ
কণ্ঠাৱৰোধনৱিধৌ স্মৰণং কুতস্তে॥
—পাণ্ডৱী-গীতা

৬৬৪॥ মুঞ্চন্নঙ্গ তদঙ্গসঙ্গমনিশং ত্বামেৱ সঞ্চিন্তয়ন্
সন্তঃ সন্তি যতো যতো গতমদাস্তানাশ্ৰমানাৱসন্।
নিত্যং তন্মুখপঙ্কজাদ্বিগলিতত্বৎপুণ্যগাথামৃত-
স্ৰোতঃসংপ্লৱসংপ্লুতো নৰহৰে ন স্যামহং দেহভৃৎ॥
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা ১০.৮৭.৩৫

---

পা° ৬৬৩॥ মোৰ মন—মজু মন। পশি—পক্ষি।
কণ্ঠ…স্মৰণ—কণ্ঠ আৰোধন তোমাৰ ৰহস্য।

## তাৎপৰ্য্য

চাৰিও বেদৰ চাৰি অক্ষৰ    সাৰ কাঢ়ি আনি ব্ৰহ্মাদেৱে
বেকত কৰিয়া থৈলা নাৰায়ণ-বাণী।
সেহি নাৰায়ণ-নাম গায়া    শুদ্ধ কৰো আমি চিত্ত-কায়া
হৰি-সন্তোষৰ কাৰণ আন নজানি ॥ ৬৬৫
একেখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ    দেৱকী-নন্দনে কৈলা যাক
দেৱো একে মাত্ৰ দেৱকী-দেৱীৰ সুত।
দেৱকী-পুত্ৰৰ পদ-সেৱা    কৰ্ম্মো একে এহিমানে মাত্ৰ
মন্ত্ৰো একে তান নাম-মাত্ৰ অদভুত ॥ ৬৬৬
কৃষ্ণ-যশে চিত্ত-ধৌত হুয়া    সমস্তে ক্লেশক তৰি পুনু
কৃষ্ণ-দাসে কৃষ্ণ-চৰণ-মূল নেৰয়।
সকলে সম্পূৰ্ণ নিজ গৃহ    পথিকসকলে পায়া পুনু
দুখ এৰাই যেন সিটো গৃহ নছাৰয় ॥ ৬৬৭

---

৬৬৫ ॥ চতুৰ্ণাং ৱেদানাং হৃদয়মিদমাকৃষ্য ৱিধিনা
চতুৰ্ভিৱ্ৰ্ণৈৰ্যৎ স্ফুটমঘাটি নাৰায়ণপদম্।
তদেৱং গায়ন্তো ৱয়মিহ চাত্মানং
পুনীমো জানীমো ন হৰিতোষণায় কিমপি।—কাশীখণ্ড
পাঠান্তৰঃ তদেৱং—তদেতৎ। চাত্মানং—চিদাত্মানমধুনা। হৰিতোষণায়—হৰিপৰিতোষায়।

৬৬৬ ॥ একং শাস্ত্ৰং দেৱকীপুত্ৰগীতম্
একো দেৱো দেৱকীপুত্ৰ এৱ।
কৰ্মাপ্যেকং তস্য দেৱস্য সেৱা
মন্ত্ৰোঽপ্যেকঃ তস্য দেৱস্য নাম।
( ভক্তি-ৰত্নাকৰ ৫.৩১ )

৬৬৭ ॥ ধৌতাত্মা পুৰুষঃ কৃষ্ণপাদমূলং ন মুঞ্চতি।
মুক্তসৰ্ৱপৰিক্লেশঃ পান্থঃ স্বশৰণং যথা ॥—ভাগৱত-পুৰাণ ২.৮.৬

সকলে উপনিষদ ধেনু দোগ্ধা ভৈলা তানে নন্দ-সুত
তাৰ বৎস ভৈলা কুন্তী-সুত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষে পান কৰয় ॥ ৬৬৮

**বস্তু-প্ৰকাশ**

আদি সত্য যুগে শুদ্ধ ধৰ্ম্ম আছিলেক মাত্ৰ হৰি-নাম
দেৱসৱে গুপ্ত কৰিলে কৰি কপট।
হেন হৰি-নাম ব্যক্ত কৰি সমস্তে লোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙ্গিলা সৱাৰো পট ॥ ৬৬৯

**আশ্ৰয়**

নোহো জানা আমি চাৰি জাতি চাৰিও আশ্ৰমী নোহো আতি
নোহো ধৰ্ম্ম-শীল দান-ব্ৰত-তীৰ্থ-গামী।
কিন্তু পূৰ্ণানন্দ-সমুদ্ৰৰ গোপী-ভৰ্ত্তা-পদ-কমলৰ
দাসৰ দাস তান দাস ভৈলো আমি ॥ ৬৭০

---

৬৬৮ ॥ সৱ্বোপনিষদো গাৱো দোগ্ধা গোপালনন্দনঃ।
পাৰ্থো ৱৎসঃ সুধীৰ্ভোক্তা দুগ্ধঃ গীতামৃতং মহৎ ॥
—ৱৈষ্ণৱীয়-তন্ত্ৰসাৰ (গীতা-মাহাত্ম্য ৫

৬৭০ ॥ নাহং ৱিপ্ৰো ন চ নৰপতিৰ্নাপি ৱৈশ্যো ন শূদ্ৰো
নো ৱা ৱৰ্ণী ন চ গৃহপতিৰ্নো ৱনস্থো যতিৰ্ৱা।
কিন্তু প্ৰোদ্যন্নিখিলপৰমানন্দপূৰ্ণামৃতাব্ধে-
গোপীভৰ্তুঃ পদকমলয়োৰ্দাসদাসানুদাসঃ ॥
—অজ্ঞাত ৰচক ('সাৱৰ্ভৌমানাং'—
পদ্যাৱলী ৭৪—ড° দে-সম্পাদিত)

---

পা° ৬৭০ ॥ তীৰ্থগামী—অনুগামী।

### প্ৰশংসা

সেহি ধন্য লোক শুচিমন্ত    সৰ্ব্ব গুণে শ্ৰেষ্ঠ বিত্যাৱন্ত
যজ্ঞে তপে সিসিজন আতি শুদ্ধমতি।
সিসিজন মহাদাতা জ্ঞানী    সিসি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি॥ ৬৭১

### মহিমাযুক্ত কীৰ্ত্তন-প্ৰশংসা

যিদিশত মহাভক্তসৱে    শ্ৰীমন্ত কমললোচনৰ
পৰম সন্তোষে কীৰ্ত্তন যিটো কৰয়।
সিদিশক নমস্কাৰ কৰি    তুৰ্ঘোৰ সংসাৰ সুখে তৰি
আপুনি অচ্যুত-স্বৰূপ সিটো হোৱয়॥ ৬৭২
ৰমানন্দ-পদ-যুগলৰ    মকৰন্দ-মধু-ব্ৰত-প্ৰায়
ভকতসকলে যিদিশত প্ৰকাশয়।
সিদিশ জানিবা গঙ্গাদেৱী    অনেক প্ৰৱাহ-ৰূপে সেৱি
পৰম নিৰ্ম্মল-স্বৰূপে শোভা কৰয়॥ ৬৭৩

---

৬৭১॥ লোকঃ স ধন্যঃ স শুচিঃ স ৱিদ্বান্ মখৈস্তপোভিঃ স গুণৈৰ্ৱিষ্ঠঃ।
জ্ঞাতা স দাতা স তু সত্যৱক্তা যস্যাস্তি ভক্তিঃ পুৰুষোত্তমাখ্যে॥
—ব্ৰহ্মপুৰাণ ৪৯.৭১

৬৭২॥ যস্যাদ্দিশি মহাভক্তাঃ শ্ৰীমৎকমললোচনং।
কীৰ্ত্তয়ন্তি নমস্কৃত্য তাদ্দিশং স্বয়মচ্যুতঃ॥
—ব্ৰহ্মপুৰাণ (?)

৬৭৩॥ ৰমানন্দপদদ্বন্দ্বমকৰন্দমধুব্ৰতাঃ।
যস্যাদ্দিশি ৱিৰাজন্তে সা গঙ্গা শতসংগ্ৰহা॥
—ব্ৰহ্মপুৰাণ (?)

---

পা° ৬৭৩॥ সেৱি—আসি।

শ্ৰীমধুদ্বিষ ঈশ্বৰৰ কীৰ্ত্তন মঙ্গল নিৰন্তৰ
যিটো ভূমি-ভাগে শুদ্ধ-ৰূপে হোৱে জাত।
তাৰ ধূলি যিটো শিৰে ধৰে নিছয়ে জানিবা সিটো নৰে
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত॥ ৬৭৪

হে দেৱ মহেশ্বৰ হৰি তযু কথামৃত পান কৰি
বঢ়ায়া ভকতি মনক শুদ্ধ কৰয়।
বৈৰাগ্যেসে সাৰ ভৈলা যাৰ হেনয় বোধক লভি পুনু
পৰম নিৰ্ম্মল বৈকুণ্ঠ গৈয়া পাৱয়॥ ৬৭৫

---

৬৭৪॥ কীৰ্ত্তনং জায়তে যত্ৰ ভূভাগে শ্ৰীমধুদ্বিষঃ।
তদ্ধূলিমাৱহন্মূৰ্দ্ধ্না সাক্ষাৎ শ্ৰীকৃষ্ণৱল্লভঃ॥
—ব্ৰহ্মপুৰাণ (?)

৬৭৫॥ পানেন তে দেৱ কথাসুধায়াঃ প্ৰবৃদ্ধভক্ত্যা ৱিশদাশয়া যে।
ৱৈৰাগ্যসাৰং প্ৰতিলভ্য বোধং যথাঞ্জসান্বীয়ুৰকুণ্ঠধিষ্ণ্যম্॥
—ভাগৱত-পুৰাণ, ৩.৫.৪৫

---

পা° ৬৭৪॥ ধূলি যিটো শিৰে—ধ্বনি যিটো শুদ্ধে।

৬৭৫॥ (ইয়াৰ পিছত)—

মহন্তসৱৰ সঙ্গ লৈয়া হৰিত একান্ত চিত্ত দিয়া
পৰম আনন্দে গায়ো হৰি-গুণ-নাম।
সহজে কৃপালু দেৱ হৰি লৈবা আপুনাৰ দাস কৰি
হৰি-দাস হৈলে হৈবা ভাই পূৰ্ণকাম॥

হৰি সত্য নিত্য ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তাহান চৰিত্ৰ পৰম-আনন্দ-ৰস।
তাক এৰি মন দুৰাশয় যতেক বিষয় বিষময়
তাকে আশা কৰি সংসাৰে মজি মৰস॥

নামৰ অন্বয়

কৃষ্ণ নিগদতি অৰ্জ্জুনত দেহাদিক আমি অতিক্রমি
হৈয়া আছো শুদ্ধ ব্ৰহ্মতো কৰি উত্তম।
এতেকেসে জানা ইটো লোকে বেদতো প্ৰখ্যাত হুয়া আছে
মোৰ নাম ইটো প্ৰসিদ্ধ পুৰুষোত্তম॥ ৬৭৬

খেদ

আপুন নামক বহুতৰ কৰি নিজ সৰ্ব্ব শক্তি দিয়া
কালৰ নিয়ম নিবিহিলা স্মৰণত।
এতাদৃশী তৱ কৃপা হৰি মোহোৰ দুৰ্দ্দৈৱ দেখা কিনো
অনুৰাগ প্ৰভু নভৈল তযু নামত॥ ৬৭৭

---

৬৭৬॥ যস্মাৎ ক্ষৰমতীতোঽহমক্ষৰাদপি চোত্তমঃ।
অতোঽস্মি লোকে ৱেদে চ প্ৰথিতঃ পুৰুষোত্তমঃ॥
—ভগৱদ্গীতা ১৫.১৮

৬৭৭॥ নাম্নামকাৰি বহুধা নিজসৰ্ৱশক্তি-
স্তত্ৰাৰ্পিতা নিয়মিতঃ স্মৰণে ন কালঃ।
এতাদৃশী তৱ কৃপা ভগৱন্মমৈৱ
দুৰ্দৈৱমীদৃশমিহাজনি নানুৰাগঃ॥
(পদ্যাৱলী)

---

পা° ৬৭৭॥ খেদ—(নাই)

### ভাগৱত-প্ৰশংসা

ভাৰত পুৰাণ আদি যত প্ৰকাশ কৰয় নানামত
যত মহাজনসৱৰ সভা-মধ্যত।
পৰম-আনন্দ-ৰসময় কোটি সূৰ্য্য সম প্ৰকাশয়
মহাভাগৱত নোহন্ত যাৱে বেকত ॥ ৬৭৮

### উপদেশ

যিটো মহামতি গুৰুজনে হৰি-ভক্তি-পন্থ-উপদেশ
দিয়া দুখময় সংসাৰৰ পাৰ কৰে।
হেনয় পৰম-গুৰু-ঋণ শুজিবাক প্ৰতি জানা নিষ্ট
অন্যত্ৰ উপায় নাহি অঞ্জলিত পৰে ॥ ৬৭৯
হৰি-ভক্তি-দাতা-গুৰু-ঋণ শুজিবাক যিটো অহঙ্কাৰী
অনেক যতনে মনত আলোচে মাত্ৰ।
ঋণ শুজিবাক নপাৰয় জানিবাহা সিটো দুৰাশয়
উপলা-সদৃশ বিনোদৰ ভৈল পাত্ৰ ॥ ৬৮০
হৰি যেন আতি কৃপাময় ভক্ত গুৰুজনো সেহি-নয়
দুয়োজন এক শৰীৰত মাত্ৰ ভিন্ন।

---

৬৭৮ ॥ ৰাজন্তে তাৱদন্যানি পুৰাণানি সতাং গণে।
যাৱদ্ভাগৱতং নৈৱ শ্ৰূয়তেঽমৃতসাগৰম্ ॥
—ভাগৱত-পুৰাণ ১২.১৩.১৪ ( ভক্তি-ৰত্নাকৰ ৩৬.১৭ )

---

পা° ৬৭৯-৬৮৩ ॥ ( প্ৰাচীন পুথিত নাই। )

কৃপা-ৰসে তুষ্ট হুয়া চিত্ত        লোকৰ হিতক চিন্তি নিত
নিজ গুণে তুষ্ট হুয়ো অহঙ্কাৰে হীন ॥ ৬৮১

## খেদ

কত মহাত্নখে পুণ্য কৰি        অপৱৰ্গ-যোগ্য নৰ-তনু
পায়া পৃথিৱীত বিষয়ত মজি ৰৈল।
ইটো খেদ হৰি-সেৱা তেজি        আপুনাক আত্মঘাত কৰি
সিটো মহাপাপী আপুনি বঞ্চিত ভৈল ॥ ৬৮২

## পৰম-পুৰুষাৰ্থ

একান্ত ভকত যাৰা হয়        কিছু অৰ্থ তাৰা নবাঞ্ছয়
মহা অদভুত হৰি-গুণ-নামময়।
পৰম মঙ্গল কৃষ্ণ-যশ        যাত পৰে আন নাহি ৰস
পৰম আনন্দ-সমুদ্রে মজি ৰহয় ॥ ৬৮৩

---

৬৮২ ॥ স ৱঞ্চিতো ৰতাত্মধ্রুক্ পুণ্যেন মহতা ভূৰি।
লব্ধাপৱৰ্গ্যং মানুষ্যং ৱিষয়েষু ৱিমজ্জতে ॥

৬৮৩ ॥ একান্তিনো যস্য ন কিঞ্চনাৰ্থং (?)
ৱাঞ্ছন্তি যে বৈ ভগৱৎপ্ৰপন্নাঃ ॥
অত্যদ্ভুতং তচ্চৰিতং সুমঙ্গলং
গায়ন্ত আনন্দসমুদ্ৰমগ্নাঃ ॥

## ছন্দ ॥ ঘোষা

### শৰণ

যাদৱ যদু-নন্দন, মাধৱ মধু-সূদন।
তুমি নিত্য নিৰঞ্জন নাৰায়ণ তোমাত লৈলো শৰণ ॥
ইবাৰ কৰুণাময় হৰি কমলাপতি
মোৰে নছাড়িবা নাৰায়ণ।
অৰুণ চৰণ-তলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ ॥ ৬৮৪
হৰি-চৰণত শৰণ লৈলো এ হৰি নাৰায়ণ।
মানৱী জনম সাফল কৈলো এ হৰি নাৰায়ণ ॥ ৬৮৫
গোপাল গোৱিন্দ যদু-নন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ ॥ ৬৮৬
ৰাঘৱৰ অভয় চৰণে।
সত্যে সত্যে পশিলো শৰণে ॥ ৬৮৭
ৰামৰ চৰণে শৰণ লৈলো।
মানৱী জনম সাফল কৈলো ॥ ৬৮৮
হৰি ও হৰি চৰণে লাগো।
অভয় চৰণে শৰণ মাগো ॥ ৬৮৯
ৰাম ৰঘুপতি ৰঘু-নন্দন।
তোমাৰ চৰণে লৈলো শৰণ ॥ ৬৯০

---

পা° ৬৯০ ॥ তোমাক…মজো ॥—( নাই।)

## ভজন

গোপীনাথ গোৱিন্দ ৰাম কৃষ্ণ হৰি।
ভজোহো তোম্মাৰ পদ-কমলত ধৰি॥ ৬৯১

ভজোহো গোৱিন্দ তোমাৰ পাৱ।
মোক নছাড়িবা সেৱক-দায়॥ ৬৯২

ৰাম কৃষ্ণ গোপীনাথ গোৱিন্দ।
সেৱোহো তযু পদ-অৰৱিন্দ॥ ৬৯৩

প্ৰণত-পালক দেৱ গোৱিন্দ।
ভজোহো তযু পদ-অৰৱিন্দ॥ ৬৯৪

মোৰ প্ৰভু নাৰায়ণ এ
হৰি হৰি তোমাৰ চৰণে মনে ভজো।
তোমাক নজানি ভৱসিন্ধু মাজে মজো॥ ৬৯৫

ভুৱন-মোহন ৰাম ভজিলো তোমাৰ পাৱ।
মহা মহা পাপী যাৰ নাম জপি উত্তম পদক পায়॥ ৬৯৬

ৰাম কৃষ্ণ নাৰায়ণ  নিৰঞ্জন নিৰাকাৰ
নিৰ্ব্বিকাৰ নিৰাময় হৰি।
চিদানন্দ সদানন্দ  পুৰুষ পৰমানন্দ
ভজো তুৱা চৰণত ধৰি হৰি ৰাম।
বিভু প্ৰভু অনন্ত দৈত্যাৰি॥ ৬৯৭

## নমস্কাৰ

দীন-বন্ধু ৰাম দায়াশীল দেৱ।
তুৱা পদ-কমল সদায়ে কৰো সেৱ॥ ৬৯৮
মোৰ প্ৰভু ৰাম করুণা-সাগৰ।
আমি দুখিতক নছাড়িবা দামোদৰ॥ ৬৯৯
মধুৰিপু ৰাম কমল-লোচন।
তুৱা গুণ-নামে ভৱ-ভয় বিমোচন॥ ৭০০
বন্দো মাধৱ মধু-ৰিপু ৰাম।
তুৱা পদ-কমল-যুগল হৰি এ॥ ৭০১

## উপদেশ

পিয়ো পিয়ো পিয়ো অমিয়া-মাধুৰী হৰি ৰাম ৰাম ৰাম।
দূৰতে তেজিয়া থৈয়ো আন যত মন-কাম ৰাম ৰাম ৰাম॥ ৭০২
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা ভাই এ
সকল নিগমে ওহি সাৰ।
সুমৰিতে হৰি বশ্য হোৱে ভাই এ
সুখে পাই ভৱ-নদী-পাৰ॥ ৭০৩
ভাল উপায় পাইলো ভাই ভাই এ
ৰাম-নাম নিগম-ৰহস্য।
এক-চিত্ত-মনে ভাব ভাই ভাই এ
যাৰে নাম তাৰে কৰা বশ্য॥ ৭০৪

ৰাম কৃষ্ণ হৰি বুলিয়ো মুখে।
হৰি-পদে মন মজায়ো সুখে ॥ ৭০৫

ৰাম বুলি ফুৰা বাহু আছাড়ি।
কপটৰ মোট পেহ্লাইয়ো ফাড়ি ॥ ৭০৬

ভজ ভগৱন্ত ভকতি-ভাৱে।
নাম লৈয়া গতি পতিতে পাৱে ॥ ৭০৭

ৰাম-নামখানি ফুৰিয়ো গায়া।
কি কৰিবে পাৰে হৰিৰ মায়া ॥ ৭০৮

ৰাম-নামখানি লৈয়োক ডাটি।
হেলায়ে মাৰিয়ো যমেৰ ঘাটি ॥ ৭০৯

মুখে ৰাম-নাম গাৱ।
মায়াৰ বাঝু মাৰিয়া যাৱ ॥ ৭১০

ৰাম-কৃষ্ণ-নাম জপ সঘনে।
হৰিৰ চৰণ নেড়িবা মনে ॥ ৭১১

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা।
আশা-সমুদ্ৰৰ মন তোলা ॥ ৭১২

ৰাম কৃষ্ণ হৰি বুলিয়ো ঝাণ্টে।
মিলিবে মৰণ হাটে কি বাটে ॥ ৭১৩

পা° ৭১০ ॥ বাঝু—বাযুয়া।

## মহিমা

হৰিত শৰণ লৈয়ো যিটোজন এ
হৰিৰ চৰিত্ৰ শ্ৰৱণ কীৰ্ত্তন কৰে।
দুৰ্ঘোৰ আপাৰ সংসাৰ-সাগৰ এ
সিটো মহাজনে আতি মহাসুখে তৰে ॥ ৭১৪

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই এ
পৰম যতনে তেজিয়ো যত অন্যায়।
তোমাক মই ভাণ্ডো তুমি মোক ভাণ্ডা এ
চৈধ্যয় সাক্ষীক ভাণ্ডিবা কোন উপায় ॥ ৭১৫

ভাৰতবৰিষ ধন্য কলিযুগ,
হৰি হৰি হৰি হৰি এ
হৰি হৰি হৰি ব্ৰহ্মাৰ প্ৰাৰ্থনা নৰ-তনু অনুপাম।
হৰিত একান্তে শৰণ পশিয়া
হৰি হৰি হৰি হৰি এ
হৰি হৰি হৰি ধৰ্ম্ম-শিৰোমণি
ঘুষিয়ো হৰিৰ নাম ॥ ৭১৬

## আত্ম-উপদেশ

বিচাৰি দেখিয়ো পামৰ মনাই এ
ইহ পৰলোকে হৰিসে সুহৃদ বন্ধু ৰাম ৰাম।
মজিয়া ৰহস সুহৃদ মনাই এ
হৰি-গুণ-নাম অপাৰ আনন্দ-সিন্ধু ৰাম ৰাম ॥ ৭১৭

পা° ৭১৭॥ সুহৃদ—পৰম।

নিচিন্তি আছস কেমনে মনাই এ
সুখেৰ সাগৰ হৰিত নকৰি ৰতি ৰাম ৰাম।
আলাস তেজিয়ো ভজিয়ো মনাই এ
ভৃত্য-ভয়-হাৰী হৰিসে পৰম গতি ৰাম ৰাম॥ ৭১৮
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ৰে পামৰ মন
ভুলিয়া কমনে পাপী মৰ।
যাৰ মায়া-পাশে বন্দী হুয়াছ পামৰ মন
তান দুই চৰণত ধৰ ৰে পামৰ মন
ভুলিয়া কমনে পাপী মৰ॥ ৭১৯
গোৱিন্দ বোল মনাই মুকুন্দ বোল মনাই
ব্ৰহ্মা হৰো যাত শৰণ পশয়
আনৰ কোন বৰাই ॥ ৭২০
বিষয়-বিকলে নমৰ মন।
সদায় চিন্তিয়ো হৰি-চৰণ॥ ৭২১
নিগম-নিগূঢ় হৰিৰ নাম।
নলৈয়া মন কৰ কোন কাম॥ ৭২২
ভৱ-সিন্ধু-সেতু হৰি-চৰণ
যম-কাল-মায়া-দুখ-তাৰণ ॥ ৭২৩
কপট আচাৰ তেজিয়া মন।
কেৱলে ভজিয়ো হৰি-চৰণ॥ ৭২৪

---

পা° ৭২৪ ॥ কেৱলে ভজিয়ো—সদায়ে চিন্তিয়ো।

কৈতৱ তেজিয়া ভজিয়ো হৰি।
তেৱেসে হৰি লৈব দাস কৰি ॥ ৭২৫
হৰিৰ আশ্ৰয় নেড়িয়ো ভাই।
ঐকান্তিক সুখ তেৱেসে পায় ॥ ৭২৬
একান্তে হৰিত কৰিয়ো ৰতি।
হৰিসে নিজ ভকতৰ গতি ॥ ৭২৭
সৰ্ব্ব পুৰুষাৰ্থ কৈতৱ জান।
হৰি মাত্ৰ সত্য বেদ প্ৰমাণ ॥ ৭২৮
পৰম শ্ৰেয়স হৰি-ভকতি।
জানি হৰি-পাৱে কৰিয়ো ৰতি ॥ ৭২৯
হৰি-গুণ-নাম কৰিয়ো সাৰ।
নিজ যশ-প্ৰিয় জগ-আধাৰ ॥ ৭৩০
বিধিৰ কিঙ্কৰ তেজি ভকতি।
গায়ো হৰি-যশ নিৰ্ম্মল-মতি ॥ ৭৩১
লৈয়ো একে মাত্ৰ সাধু-সঙ্গতি।
তেৱেসে নিৰ্ম্মল হৈব ভকতি ॥ ৭৩২
যাৱত কৈতৱ নেড়স মন।
তাৱত নপাইবি হৰি-চৰণ ॥ ৭৩৩
কৈতৱ সত্য জান ভাগ কৰি।
ভজিয়ো হৰিক কৈতৱ এড়ি ॥ ৭৩৪

---

পা° ৭৩১ ॥ কিঙ্কৰ—ঈশ্বৰ।
৭৩৪ ॥ সত্য জান ভাগ—অসত্য জান ভাল।

হৰিত বিনাই সৱে কৈতৱ।
ভজ হৰি-পাৱে কৰি উৎসৱ॥ ৭৩৫
ক্ষণিক জীৱন জানি মনাই।
তৰিয়ো সুখে হৰি-গুণ গাই॥ ৭৩৬
দুৰ্ঘোৰ সংসাৰ-নিকাৰ জানি।
নেড়িবা সদা মুখে ৰাম-বাণী॥ ৭৩৭
তেৱেসে হৰিৰ পাইবা আশ্ৰয়।
ভজিয়ো হৰি তেজি লাজ ভয়॥ ৭৩৮
নিৰ্গুণ হৰিৰ গুণক গায়া।
পৰমানন্দ তেজি পাইবা মায়া॥ ৭৩৯
হৰি-গুণ-নাম নিগম-তত্ত্ব।
মুকুতসৱৰো মুখ্য-সম্মত॥ ৭৪০
জানি হৰি-পাৱে নেড়িয়ো আশ।
কহে মূঢ়মতি মাধৱ দাস॥ ৭৪১
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল মন ভাই।
হৰিৰ সন্তোষ হয় গুচয় সংসাৰ-ভয়
হৰি-পদ-সেৱা-সুখ পায় হৰি ৰাম॥ ৭৪২

## নিন্দা

হৰি-নামৰ কীৰ্ত্তন-সুখ।
নজানে যিজন হৰি-বিমুখ॥ ৭৪৩

নকৰে কীৰ্ত্তন যিটো পামৰ।
সিজন অধীন ভৈল যমৰ ॥ ৭৪৪
হৰি-গুণ-নাম নলৱে মুখে।
যমৰ যাতনা ভুঞ্জিবে দুখে ॥ ৭৪৫
নকৰে কীৰ্ত্তন হৰি-নামৰ।
কি কাৰ্য্যে মনুষ্য ভৈল পামৰ ॥ ৭৪৬
হৰি-কীৰ্ত্তনত নকৰে ৰতি।
পশুতো অধম সিটো কুমতি ॥ ৭৪৭
স্ফুৰে সদা হৰি-গুণ গায়া।
জানিবা মুহিলে হৰিৰ মায়া ॥ ৭৪৮
হৰি-কীৰ্ত্তনত নেদিলে চিত্ত।
সিটো ভাগ্য-শূন্য ভৈল বঞ্চিত ॥ ৭৪৯

## আত্ম-নিন্দা

তুমি প্ৰাণ-প্ৰিয়তম সুহৃদ দেৱ,
প্ৰাণ-প্ৰভু পীতাম্বৰ এ
তুমিসে কেৱলে আত্মা মোৰ।
হৰি হৰি তুমিসে পৰম আত্মা মোৰ।
তোমাক নজানি জড় মিছা শৰীৰক মই
প্ৰাণ-প্ৰভু পীতাম্বৰ এ
আত্মা বুলি ভৈলো সেৱা-চোৰ।
প্ৰাণ-বন্ধু কিনা মই অজ্ঞানী দুৰ্ঘোৰ হৰি এ ॥ ৭৫০

খেদ

দুৰ্ব্বাৰ দুঃসঙ্গ		দুৰ্ব্বাসনা দুষ্ট
হৰি হৰি হৰি হৰি এ
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত
অনাত্মা দেহক আত্মা-বুদ্ধি কৰি
হৰি হৰি হৰি হৰি এ
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত ॥ ৭৫১

আত্যন্তিক সুখ তযু পদ-সেৱা
হৰি হৰি হৰি হৰি এ
সেৱা পৰিহৰি সি সুখে ভৈলো বঞ্চিত ॥ ৭৫২

মায়াময় ঘোৰ		সংসাৰ-নিকাৰ
হৰি হৰি হৰি হৰি এ
তাকে সুখ মানি মগ্ন ভৈল মোৰ চিত্ত ॥ ৭৫৩

তুমি শুদ্ধ বুদ্ধ নিত্য	নিৰ্ম্মল নিৰ্গুণ দেৱ
মোৰ প্ৰভু নাৰায়ণ এ
স্বৰূপ আনন্দে সদা সুখী।
হৰি হৰি তুমি নিজানন্দে সদা সুখী।
আমি মূঢ়মতি ঘোৰ	অবিদ্যা-সাগৰে মজি
মোৰ প্ৰভু নাৰায়ণ এ
তোমাক নজানি ভৈলো দুখী।
হৰি হৰি স্বৰূপ নজানি ভৈলো দুখী হৰি এ ॥ ৭৫৪

অখণ্ডিত সদা শুদ্ধ চৈতন্য-শক্তিৰ বলে
মোৰ প্ৰভু নাৰায়ণ এ
তুমি দূৰ কৰি আছা মায়া।
হৰি হৰি তোমাৰ নিকটে নাহি মায়া।
তোমাক নভজো পদে মায়ায়ে মুহিলে মোক
মোৰ প্ৰভু নাৰায়ণ এ
আৰে কৃপাময় কৰা দায়া।
হৰি হৰি মায়াক নিবাৰি কৰা দায়া হৰি এ ॥ ৭৫৫

দেৱকী-নন্দন দেৱ দেৱকী-নন্দন দেৱ
দীনবন্ধু দামোদৰ এ
হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক
প্ৰাণ-বন্ধু ইবাৰ নেড়িবা হৰি মোক।
ভকতি মিনতি স্তুতি প্ৰণতি নজানো মঞি
দীনবন্ধু দামোদৰ এ
হৰি হৰি আৰে মোৰ কেন গতি হোক।
প্ৰাণ-বন্ধু মোৰ মন তোমাত বহোক হৰি এ ॥ ৭৫৬

হে কৃষ্ণ তুমি নিজ আত্মা প্ৰিয়তম গুৰু
মোৰ প্ৰভু নাৰায়ণ এ
পৰম ঈশ্বৰ ভয়হাৰী
হৰি হৰি তুমি ইষ্ট দেৱ ভয়হাৰী।

---

পা° ৭৫৬ ॥ প্ৰাণ…বহোক—হৰি হৰি আৰে মোৰ কেন গতি হোক।

এতেকে জানিয়া তযু চৰণে শৰণ লৈলো
মোৰ প্ৰভু নাৰায়ণ এ
নছাড়িবা ইবাৰ মুৰাৰি।
হৰি হৰি লৈয়ো মোক মায়াক নিবাৰি হৰি এ॥ ৪৫৭

মনুষ্য-যোনিৰ কৰ্ম্মে নিঃশেষ যোনিত ফুৰি
দীনবন্ধু দামোদৰ এ
হৰি হৰি বাৰে বাৰে ভুঞ্জিলো অপাৰ।
দীন-বন্ধু কতবা ভুঞ্জিলো নাহি পাৰ।
ইবেলি তোহ্মাৰ দুই চৰণে শৰণ লৈলো
দীনবন্ধু দামোদৰ এ
হৰি হৰি নকৰিবা মোক পৰিহাৰ।
প্ৰাণ-বন্ধু চৰণত ৰাখিয়ো ইবাৰ হৰি এ॥ ৭৪৮

পুনু পুনু নৰ-তনু লভিয়া তোমাক তেজি
দীনবন্ধু দামোদৰ এ
হৰি হৰি সংসাৰে ভ্ৰমিলো অসংখ্যাত।
দীন-বন্ধু কতবা কৰিলো আয়াযাত।
ইবেলি করুণাময় তোমাৰ কিঙ্কৰ ভৈলো
দীনবন্ধু দামোদৰ এ
হৰি হৰি ৰতি মোৰ ৰহোক তোমাত।
প্ৰাণ-বন্ধু চৰণত কৰো প্ৰণিপাত হৰি এ॥ ৭৫৯

মাধৱ মুকুন্দ মুৰাৰি কি গতি হৈব হামাৰ
মায়াৰ ৰচনা আশা-নদী মাজে।
মজিয়া নপাইলো পাৰ ॥ ৭৬০

### মহিমা

ৰামৰ নামেসে অমিয়া ঝুৰে
ভকত-জন-মনোৰথ পূৰে ॥ ৭৬১
ভাল ভাৰসা পায়া আছি হৰি করুণাময়
ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ।
ৰাম বুলিতে পাপী তৰে হৰি করুণাময়
সকল আপদ হোৱে দূৰ ॥ ৭৬২
ভকতসৱে ৰাম-নাম গাৱে।
কাল-মায়া ডৰে তৰতৰাৱে ॥ ৭৬৩

### কাৰুণ্য

জয় জগজীৱ মোৰে প্ৰাণ
মোৰে প্ৰাণধন বান্ধৱ মুৰাৰি।
শ্ৰৱণে আনন্দে শুনিছো গোৱিন্দ
তুমি দীন-দুখ-হাৰী ॥ ৭৬৪
মোৰ জীৱ-ধন গোপীনাথ
প্ৰাণ গোপীনাথ পশিলো শৰণে।
মোৰ প্ৰাণ মন মজিয়া ৰহোক
তোমাৰ চৰণে ॥ ৭৬৫

দুগুটি অক্ষৰ ৰাম-নাম
শ্ৰীৰাম-নাম অমিয়া-মধুৰি ঝুৰে।
আতি সুকোমল　　পৰম মঙ্গল
সৱে মনোৰথ পূৰে॥ ৭৬৬

জয় জয় নিত্য নিৰঞ্জন
নিত্য নিৰঞ্জন দেৱ শিৱ সনাতন।
পৰম অভয়　　তোমাৰ চৰণ
তাপ-তিনি-বিনাশন॥ ৭৬৭

দায়াশীল দেৱ দামোদৰ　　তুমি দীন-জন-বন্ধু
পতিত-পাৱন　　তুমি কৃপাময়
কেৱলে করুণা-সিন্ধু॥ ৭৬৮

হৰি হৰি হৰি হৰি এ　　হৰি হৰি হৰি হৰি
তুমি কৃপাময় দীন-দুখ-বিনাশন।
ভৃত্য-ভয়-হাৰী　　জানিয়া তোমাৰ
চৰণে লৈলো শৰণ॥ ৭৬৯

হে কৃষ্ণ দীন-দায়াশীল　　দীন-দায়াশীল
দায়া নছাড়িবা মোক,
অজ্ঞান-তিমিৰ　　নাশিয়া বিজ্ঞান-
প্ৰদীপ প্ৰভু দিয়োক॥ ৭৭০

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম কৃষ্ণ অগতিৰ গতি।
অচিন্ত্য অনন্ত সুখেৰ সাগৰ
কৃষ্ণৰ পদ-ভকতি॥ ৭৭১
হে প্ৰাণ-প্ৰভু কৃষ্ণদেৱ প্ৰাণ কৃষ্ণ দেৱ
দীনক কৰিয়ো দায়া
পৰম তাপিতে মাগোহো তোমাৰ
শীতল চৰণ-ছায়া॥ ৭৭২
প্ৰাণ প্ৰিয়তম যত্নদেৱ
দিয়ো মোক এহি দান
কৰায়ো তোহ্মাৰ চৰণ-সেৱাৰ
সন্তোষে অমিয়া-পান॥ ৭৭৩
নমো ৰাম কৃষ্ণ সদাশিৱ
সদাশিৱ কৃষ্ণ তুমি জগতৰ পতি।
অপায়-ৰহিত মাগোহো ভকতি
চৰণে কৰি প্ৰণতি॥ ৭৭৪
জগত-গুৰু নাৰায়ণ জগত-গুৰু নাৰায়ণ
মোৰ প্ৰভু ৰাম-কৃষ্ণ ৰাম
হৰি তো হৰি ৰাম কৃষ্ণ হৰি ৰাম॥ ৭৭৫
ৰাম-কৃষ্ণ নিৰঞ্জন ৰাম-কৃষ্ণ নিৰঞ্জন,
দীন-বন্ধু নাৰায়ণ এ
তুমিতো প্ৰভু অগতিৰ গতি॥ ৭৭৬

গোপীনাথ গোপীনাথ মোৰে কমলাকান্ত
মোৰ প্ৰভু ৰাম নাৰায়ণ।
অভয় চৰণ পাই পশিলো শৰণ ॥ ৭৭৭

অনাদি অনন্ত হৰি এ জীৱন বন্ধু
ৰাম-কৃষ্ণ করুণা-সাগৰ।
অনাথৰ নাথ দায়াশীল দামোদৰ ॥ ৭৭৮

পৰমপুৰুষ হৰি এ পৰমানন্দ
পৰম-কাৰণ নাৰায়ণ
ভকত-ৰঞ্জন তযু অৰুণ চৰণ।
অনন্ত অচ্যুত সদাশিৱ সনাতন ॥ ৭৭৯

জয়তি জগত গুৰু এ গুণেৰ নিধি
নিত্য নিৰঞ্জন নিৰাকাৰ
তোহ্মাৰ চৰণে সদা শৰণ আমাৰ ॥ ৭৮০

দৈৱকী-নন্দন প্ৰভু এ পৰম গুৰু
দায়াশীল দেৱ নিৰঞ্জন।
তযু পদ-কমলে মজোক মেৰি মন ॥ ৭৮১

জগত জীৱন যদু এ যাদৱানন্দ
জগত-কাৰণ যদুপতি।
তুমিসে কেৱলে নিজ ভকতৰ গতি ॥ ৭৮২

ভকত-বৎসল প্ৰভু এ ভকত বন্ধু
ভকত-ৰঞ্জন ভয়হাৰী।
ভকতৰ নিজ গতি তুমিসে মুৰাৰি॥ ৭৮৩
পতিত জনৰ গতি এ জগতপতি
পতিত-পাৱন ভগৱন্ত।
পৰম ঈশ্বৰ দেৱ অনাদি অনন্ত॥ ৭৮৪

## তাৎপৰ্য্য

কৰুণাময় ৰাম কৰুণাময়।
কৰিয়ো কৃপা যেন উচিত হয়॥ ৭৮৫
তুমিসে ৰাম কৃপা-ৰসেৰ নিধি।
তোহ্মাৰ কৃপা বিনে নাহিকে সিদ্ধি॥ ৭৮৬
তোহ্মাৰ কৃপাকেসে কৰিছো আশ।
অৰুণ-পদ-তলে দিয়োক বাস॥ ৭৮৭
সহজে তুমি ৰাম কৰুণা-সিন্ধু।
তোমাত বিনে আন নাহিকে বন্ধু॥ ৭৮৮
তোমাৰ কৃপা-লেশে আমাৰ গতি।
কহয় মাধৱ মূৰুখ-মতি॥ ৭৮৯

---

পা° ৭৮৩॥ ভকত-ৰঞ্জন—ভকতবৎসল।
৭৮৫॥ তাৎপৰ্য্য—(নাই।)

## কাকুতি

কিমতে ভকতি কৰিবো তোমাত হৰি এ
মঞি মূঢ়-মতি নজানো তাৰ উপায় ৰাম ৰাম।
মহাবলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ
আমাৰ মনক তেজিয়া দূৰ নযায় ৰাম ৰাম॥ ৭৯০
তোমাৰ মায়ায়ে মন মুহি আছে হৰি এ
অজ্ঞান-আন্ধাৰে পৰিয়া পাৰ নপাঞ ৰাম ৰাম।
অভয় চৰণে শৰণ পশিলো হৰি এ
তুৱা গুণ-নাম-ভকতি-প্ৰদীপ চাঞো ৰাম ৰাম॥ ৭৯১
ভকতি মিনতি প্ৰণতি নজানো হৰি এ
মোত পৰে জ্ঞান-শূন্য হীন-মতি নাই ৰাম ৰাম।
তুমি প্ৰভু কৃপা-ৰসেৰ সাগৰ হৰি এ
দিয়ো মোক তুৱা পদ-ছায়া-তলে ঠাই ৰাম ৰাম॥ ৭৯২
হৰি এ করুণাসিন্ধু　　জীৱন-বন্ধু
　　গতি মতি তুমি নাৰায়ণ।
তুৱা গুণ-নাম ভকতৰ মহাধন॥ ৭৯৩
পতিত বুলিয়া মোকে হৰি হৰি ও ৰাম
তেজিতে নপাৰা নাৰায়ণ।
পৰম করুণা-গুণে হৰি হৰি ও ৰাম
নাম ধৰিছা পতিত-পাৱন॥ ৭৯৪
দায়াৰ ঠাকুৰ হুয়া　　দায়া কেনে নকৰয়।
ৰাম-কৃষ্ণ নাৰায়ণ দীন দায়াময়॥ ৭৯৫

মোকে কৃপা কৰা হৰি এ
দান্তে ধৰো তৃণ মাথে ধৰো তৃণ
তুমি কৃপাময়ক নজানো এত দিন
মোকে কৃপা কৰা হৰি এ ॥ ৭৯৬

মোকে কৃপা কৰা এ ঐ বন্ধু ৰাম প্ৰাণ-বন্ধু ৰাম
নেড়োক মুখে ৰাম-কৃষ্ণ-নাম ॥ ৭৯৭

পতিত-পাৱন বুলি নাৰায়ণ এ
পৰম পতিতে ডাকয় আতুৰ হুয়া।
তযু বেদ-বাণী আমি আছো শুনি এ
মহা মহাপাপী তৰে তযু নাম লৈয়া ॥ ৭৯৮

তুৱা গুণ-নাম অমৃত-আশায়ে এ
তোমাৰ চৰণে বিকা গৈলো মূঢ়মতি।
চৰণত ধৰো কাতৰ কৰো এ
মঞি অনাথক নছাড়িবা যদুপতি ॥ ৭৯৯

তোমাৰ সেৱক ভৈলো নাৰায়ণ এ
নিছয় তোমাৰ দিবাক লাগে প্ৰসাদ।
নিজ ভৃত্য কৰি লৈলে গোপীনাথ এ
তযু কৃপাময় মিলয় কোন প্ৰমাদ ॥ ৮০০

হে দায়াশীল দেৱ দামোদৰ এ
তোমাৰ চৰণে বোলোহো কাকুতি-বাণী।

---

পা° ৭৯৯ ॥ নছাড়িবা—নবঞ্চিবা।

মোক নিজ দাস কৰি লৈলে হৰি এ
কহিয়ো কৃপাল তোহ্মাৰ কি হয় হানি ॥ ৮০১

পৰম কৃপালু হুয়া যদুপতি এ
কিনো অপৰাধে মোক ভৃত্য পৰিহৰা।
শাস্ত্ৰতো প্ৰসিদ্ধ অজ্ঞানতো হৰি এ
যিটো নাম লৱে তাকে মোৰ বুলি ধৰা ॥ ৮০২

জ্ঞান-শূন্য আতি পশু-পক্ষী জাতি এ
তাকো অনুগ্ৰহ কৰি আছা কৃপাময়।
আকে জানি হৰি শৰণে পশিলো এ
আমাক তোহ্মাৰ তেজিতে উচিত নয় ॥ ৮০৩

তোমাৰেসে নিজ ভৃত্য ভৈলো হৰি এ
কৃপাৰ সাগৰ তুমি মোৰ নিজ স্বামী।
মঞিও অনাথক নবঞ্চিবা হৰি এ
তযু সেৱা-ৰস আশা কৰিয়াছো আমি ॥ ৮০৪

বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দেৱকীত হস্তে সাক্ষাতে ভৈল বিদিত।
জীৱৰ তৰণ-হেতু নাৰায়ণ এ
প্ৰচাৰিলা নিজ যশ-ধৰ্ম্ম বিপৰীত ॥ ৮০৫

---

পা॰ ৮০৫ ॥ দেৱকীত হস্তে—দেৱকীত।

ভকতৰ বশ্য হুইবাৰ শঙ্কায় এ
জোনো মোক তুমি দাস পৰিহৰা হৰি।
ইটো শঙ্কা হৰি দূৰতে তেজিয়া এ
লৈয়োক তোমাৰ ভৃত্যৰ অধীন কৰি॥ ৮০৬

তোমাৰ নামৰ মহিমা দেখিয়া এ
আন যত কাম দূৰতে তেজিয়া থৈলো।
তযু পদ-সেৱা-ৰসক আশায় এ
তোমাৰ একান্ত ভৃত্যৰ কিঙ্কৰ ভৈলো॥ ৮০৭

সহজ-কৃপালু-গুণক প্ৰকাশি এ
ধৰি আছা হৰি ভকত-বৎসল নাম।
ধেনু যেনমতে বৎসক পালয় এ
তুমি সেহিমতে ভকতক পালা ৰাম॥ ৮০৮

আমি যত জীৱ তোমাৰ পালন
হৰি হৰি হৰি হৰি এ
তুমিসে পালিয়া ফুৰা হুয়া অন্তৰ্যামী।
আৱে যেৱে নিজ ভৃত্য বুলি পালা
হৰি হৰি হৰি হৰি এ
তেৱেসে কৃপাল কৃতকৃত্য হঞো আমি॥ ৮০৯

---

পাঃ ৮০৭॥ নামৰ—গুণৰ।
৮০৯॥ যেৱে............পালা—নিজ ভৃত্য কৈয়ো লৈয়ো হৰি।

তুমি যাক পালা সিওজন আমি
　　　　হৰি হৰি হৰি হৰি এ
সংসাৰ-নিকাৰ ভুঞ্জিয়া ফুৰো বহুত।
তোমাৰ অধীন হুয়া কেনে আমি
　　　　হৰি হৰি হৰি হৰি এ
ভৈলোহো স্বতন্ত্র ইটো কিনো অদভুত॥ ৮১০

তোমাক পৰম ঈশ্বৰ নমানি
　　　　হৰি হৰি হৰি হৰি এ
মহাঅহঙ্কাৰে দ্রোহ আচৰিলো আমি।
আৰে তযু পদে শৰণ পশিলো
　　　　হৰি হৰি হৰি হৰি এ
মই দ্রোহিয়াৰ দোষ ক্ষমা কৰা স্বামী॥ ৮১১

দাস হুয়া তযু সেৱা নকৰিলো
　　　　হৰি হৰি হৰি হৰি এ
ইটো ঘোৰ অপৰাধৰ চিকিৎসা নাই।
তুমি পুনু প্রভু সহজ-কৃপালু
　　　　হৰি হৰি হৰি হৰি এ
শৰণ পশিলো ক্ষমিবে প্রভু যুৱাই॥ ৮১২

---

পা° ৮১১॥ তোমাক…নামানি—তোমাৰ গুণৰ মহিমা দেখিয়া।

মই অজ্ঞানীৰ যতেক অজ্ঞান
হৰি হৰি হৰি হৰি এ
কথা কহি কোনে সীমা কৰিবেক তাক।
ইটো মোৰ ঘোৰ দোষ পৰিহৰি
হৰি হৰি হৰি হৰি এ
কৃপাময় কৃষ্ণ চৰণে ৰাখা আমাক॥ ৮১৩
প্ৰিয়তম আত্মা ঈশ্বৰ দেৱতা
হৰি হৰি হৰি হৰি এ
কৃষ্ণেসে সুহৃদ বান্ধৱ গুৰু আমাৰ।
কৃষ্ণৰ চৰণ-পঙ্কজ বিনাই
হৰি হৰি হৰি হৰি এ
মঞি অনাথৰ গতি নাহি নাহি আৰ॥ ৮১৪

## প্ৰাৰ্থনা

অচিন্ত্য অনন্ত শকতিৰ পতি
হৰি হৰি হৰি হৰি এ
তুমি কৃপাময় দেৱ অগতিৰ গতি।
তুমি সত্য সনাতন সদাশিৱ
হৰি হৰি হৰি হৰি এ
তোমাৰ চৰণে মাগোহো নিৰ্ম্মল ৰতি॥ ৮১৫

পা° ৮১৫॥ সদাশিৱ—নাৰায়ণ।

হে হৰি মোৰ মুখে নছাড়োক
　　　　হৰি হৰি হৰি হৰি এ
পৰম নিৰ্ম্মল তযু গুণ-নাম-যশ।
কৰা কৃষ্ণ কৃপা মনত মিলোক
　　　　হৰি হৰি হৰি হৰি এ
তযু পদ-সেৱা-পৰম-অমিয়া-ৰস ॥ ৮১৬

জয় জয় ৰাম করুণা-সাগৰ এ
মোকে নাৰায়ণ ইবাৰ কৰিয়ো দায়া।
অভয় চৰণে শৰণ পশিলো এ
প্ৰভু দামোদৰ দূৰ কৰা মোৰ মায়া ॥ ৮১৭

যাদৱ যদু-নন্দন গোৱিন্দ　মুকুন্দ মুৰবিনাশী
অবিদ্যা-সাগৰে মজিলো মাধৱ উদ্ধাৰ কৰিয়ো আসি ॥ ৮১৮

জীৱন যাদৱৰায়　সেৱোহো তোমাৰ পায়।
　ৰাম নেৰিবা নফৰ-দায়।
তুৱা পাৱে ৰতি যিমতে কৰিবো
দিয়োক নাথ উপায় ॥ ৮১৯

যাদৱ জয় যদুপতি তোমাৰ চৰণে লাগো।
শ্ৰৱণ-কীৰ্ত্তন নিৰ্ম্মল ভকতি
কাকুতি কৰিয়া মাগো ॥ ৮২০

---

পা° ৮১৯ ॥ নফৰ—নেফৰ।

দীন দায়াশীল যাদৱ সেৱক লৈয়ো উদ্ধাৰি
দান্তে তৃণ কৰো চৰণত ধৰো
নেড়িবা মোক মুৰাৰি ॥ ৮২১

করুণাময় করুণাসাগৰ কৃপাৰ করুণাসিন্ধু।
তোমাৰ কৃপাৰ আমি নোহো পাত্ৰ
তুমি পুজ্য দীনবন্ধু ॥ ৮২২

ৰাম কৃষ্ণ হৰি গোৱিন্দ
দীন-দায়াশীল স্বামী।
তোমাৰ চৰণে সহজ বাসনা শৰণ মাগোহো আমি ॥ ৮২৩

জয় যদুপতি যাদৱ তুমি অগতিৰ গতি।
দান্তে তৃণ ধৰি তোমাৰ চৰণে
মাগোহো সাধু-সঙ্গতি ॥ ৮২৪

ৰাম কৃষ্ণ হৰি গোৱিন্দ সেৱক ভৈলো তোমাৰে।
অভয় চৰণে শৰণ পশিলো চূৰিয়ো মায়া হামাৰে ॥ ৮২৫

গোৱিন্দ গোপাল গোপীনাথ
দয়া নছাড়িবা মোৰে।
অপাৰ সংসাৰ আৰ নাহি পাৰ
মজিলো এ দুখ ঘোৰে ॥ ৮২৬

হৰি হৰি হৰি এ ৰাম কৃষ্ণ ৰাম নাৰায়ণ নাৰায়ণ।
কৰা হৰি মোৰ মায়া উপশাম নাৰায়ণ নাৰায়ণ ॥ ৮২৭

---

৮২৭ ॥ হৰি এ—হৰি। কৃষ্ণ ৰাম—কৃষ্ণ।

গোপীনাথ ইবাৰ মোকে নেড়িয়ো।
তযু মায়া-জাল-জঞ্জাল গুচায়া
চৰণে শৰণ দিয়ো ॥ ৮২৮
গোপাল গোপাল পালয় কৃপাময়।
তুৱা পারে মোৰ মতি-ৰতি যেন নছাড়য় ॥ ৮২৯
ৰাম ৰাঘৱ ৰঘুপতি এ তুমি দেৱ অগতিৰ গতি না হে
তুৱা পদ-কমলৰ মকৰন্দ-ৰসে ৰতি
কৰিয়া থাকোক মোৰ মতি না হে ॥ ৮৩০
জয় জয় যদুপতি এ
তুৱা পারে পশিলো শৰণ না এ।
ভাল কথা শুনি আছি মনে লৈলো সাৰ বাছি
তুৱা নাম পতিতপাৱন না এ ॥ ৮৩১
প্ৰাণ-বান্ধৱ মাধৱ এ দায়াশীল দৈৱকী-নন্দন না হে
তুমি দেৱ দীন-বন্ধু কেৱলে করুণাসিন্ধু
কৰো তযু চৰণে বন্দন না হে ॥ ৮৩২
মোৰ প্ৰাণ-বন্ধু গোৱিন্দ সেৱক কৰিয়া লৈয়ো।
আন একো কাম নমাগো তোমাৰ
ভৃত্যাৰ সঙ্গত থৈয়ো ॥ ৮৩৩
চিদানন্দ ৰাম সদানন্দ হৰি।
নিত্যানন্দ কৃষ্ণ মোক লৈয়ো দাস কৰি ॥ ৮৩৪

---

পাং ৮৩২ ॥ কেৱলে করুণাসিন্ধু–(নাই।)
৮৩৩ ॥ (নাই।)

হৰি ও তুমি আনন্দ-সিন্ধু।
হামো ভিক্ষাৰী মাগো এক বিন্দু॥ ৮৩৫

মধু-ৰিপু ৰাম ৰঘু-পতি।
তোমাৰ চৰণে মোৰ গতি॥ ৮৩৬

অৰুণ চৰণে দিয়ো ছায়া ৰাম।
তেৰেসে তৰিবো তযু মায়া ৰাম॥ ৮৩৭

দান্তে তৃণ ধৰি হৰি চৰণত লাগো।
তযু কৃপা-ৰসৰ কণিকা এক মাগো॥ ৮৩৮

দায়া কৰা দায়া কৰা মোৰে হে ৰাম।
তোমাৰ চৰণ হৰি হৃদয়-পঙ্কজে ধৰি
মুখে লৈবো তুৱা গুণ-নাম যতুমণি এ॥ ৮৩৯

ৰাম কৃষ্ণ বুলি অনাথে ডাকয় এ হৰি নাৰায়ণ।
অনাথক দায়া কৰা কৃপাময় এ হৰি নাৰায়ণ॥ ৮৪০

নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ জয় নাৰায়ণ।
তোমাৰ অৰুণ চৰণ-পঙ্কজে নিমজোক মেৰি মন॥ ৮৪১

নাৰায়ণ নাৰায়ণ তুৱা চৰণে আমাৰ।
মজোক মন জয় ৰাম॥ ৮৪২

---

পা° ৮৩৯॥ হৰি—দুই।
৮৪১॥ (নাই।)

## প্ৰাৰ্থনা-নিৱেদন

এ ৰাম ৰাম জয় পৰমানন্দ।
পিঞো তযু চৰণ-কমল মকৰন্দ॥ ৮৪৩
এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ।
তযু পদ-কমলে মজোক মেৰি মন॥ ৮৪৪
এ ৰাম ৰাম কৃষ্ণ ৰাম নিৰঞ্জন।
তুমিসে ঈশ্বৰ দেৱ ভকত-ৰঞ্জন॥ ৮৪৫
এ ৰাম ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
তুমি গুণ-নিয়ন্তা নিৰ্গুণ গুণধাম॥ ৮৪৬
ৰাম কৃষ্ণ ৰাম হৰি ৰামচন্দ্ৰ ৰাম ৰাম,
শ্ৰীৰাম দেৱ ৰঘুপতি।
হে প্ৰভু ৰঘুনাথ প্ৰণামো দমায়া মাথ
তুমি মোৰ হৈবা নিজ গতি হৰি ৰাম
ৰঘু-কুল-নন্দন মুৰাৰি॥ ৮৪৭
গোপাল গোৱিন্দ ৰাম　　গোপাল গোৱিন্দ ৰাম
গোপাল গোৱিন্দ জয় ৰাম।
তোমাৰ চৰণে হৰি　　কেৱলে ভকতি বিনে
মোৰ আৰ নাহি আন কাম হৰি ৰাম॥ ৮৪৮
গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ
গোপীনাথ গোপীনাথ হৰি।
তোমাৰ অভয় দুই চৰণে শৰণ লৈলো
লৈয়ো মোক নিজ দাস কৰি হৰি ৰাম॥ ৮৪৯

## নাম-ছন্দ

### ঘোষা ॥

কৃষ্ণ ৰাম কৃষ্ণ ৰাম
কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥ ৮৫০

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম ॥ ৮৫১

কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম।
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ ॥ ৮৫২

গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ
গোৱিন্দ ৰাম মুৰাৰি।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী ॥ ৮৫৩

গোৱিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি।
ভকতি-ৰোচন দুখ-বিমোচন
ভকতৰ ভয়হাৰী ॥ ৮৫৪

পৰম পুৰুষ পৰম আনন্দ
পৰম গুৰু মুৰাৰি।
অনাদি অনন্ত অচ্যুত গোৱিন্দ
ভকতৰ ভয়হাৰী ॥ ৮৫৫

---

পা° ৮৫০ ॥ (এশাৰীহে আছে।)
৮৫১ ॥ (এশাৰীহে আছে।)

জয় যাদৱ এ মোৰে প্ৰাণ জীৱেৰ জীৱন নাৰায়ণ।
ভকতৰ ধন তযু অৰুণ চৰণ ॥ ৮৫৬
ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ ॥ ৮৫৭
ৰাম ৰাম ৰাম ৰাম ৰাম।
ৰাম কৃষ্ণ হৰি নাৰায়ণ ॥ ৮৫৮
ৰাম ৰাম ৰাম ৰাম।
ৰাম কৃষ্ণ হৰি হৰি হৰি ॥ ৮৫৯
হৰি হৰি ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম।
শ্ৰীৰাম জয় জয় ৰাম ॥ ৮৬০
ৰাম ৰাম ৰাম ৰাম গোপাল।
জীৱেৰ জীৱন যদুৰায় ॥ ৮৬১
দীন দায়াশীল দেৱ দামোদৰ হৰি দামোদৰ।
দামোদৰ দামোদৰ দেৱ দামোদৰ ॥ ৮৬২
অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ।
নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন ॥ ৮৬৩

---

পা° ৮৫৬ ॥　চৰণ—চৰণ জয় ॥
৮৫৫-৮৫৬ ॥　( এই দুজোকা ঘোষা তল-ওপৰকৈ আছে। )
৮৫৮ ॥　( আৰম্ভতে ) ৰাম ১০। ৰাম ৭ এ হৰি নাৰায়ণ ॥
( প্ৰথম শাৰী ) ৰাম ৰাম ৰাম ৰাম।
৮৫৯ ॥　( প্ৰথম শাৰী ) ৰাম ৰাম ৰাম ৰাম ৰাম।
হৰি হৰি হৰি ॥—হৰি হৰি হৰি হৰি ॥
৮৬০ ॥　ৰাম ৰাম ৰাম।—ৰাম ৰাম।
৮৫৮ ॥　( নাই। )

নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন
নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন ॥ ৮৬৪

মুৰাৰি মধুৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি ৰাম ৰাম ৰাম হৰি।
ৰাম ৰাম ৰাম
ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ ॥ ৮৬৫

যাদৱ যদুপতি মাধৱ এ
ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ।
নাৰায়ণ হৰি নাৰায়ণ ॥ ৮৬৬

ৰাম কৃষ্ণ গোৱিন্দ গোপীনাথ হৰি গোপীনাথ।
গোপীনাথ গোপীনাথ হৰি গোপীনাথ ॥ ৮৬৭

করুণা-সাগৰ মোৰ বান্ধৱ এ
ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥ ৮৬৮

ৰাম ৰাম ৰাম ৰাম গোৱিন্দ।
ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ॥ ৮৬৯

ৰাম কৃষ্ণ হৰি গোপাল গোৱিন্দ মুকুন্দ হৰি মুৰাৰি ॥ ৮৭০

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম গোৱিন্দ জয় ৰাম ॥ ৮৭১

---

পাঃ ৮৬৩-৮৬৪ ॥—(এটি ঘোষা কৰা হৈছে।)

৮৬৫ ॥ ৰাম ৰাম ৰাম নাৰায়ণ—নাৰায়ণ নাৰায়ণ।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি।
ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম ॥ ৮৭২

হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
পতিত-পাৱন হৰি গুণে অনুপাম ॥ ৮৭৩

মোৰ প্ৰভু নাৰায়ণ ৰাম কৃষ্ণ ৰাম।
ভকত-বৎসল প্ৰভু গুণে অনুপাম ॥ ৮৭৪

ৰাম-কৃষ্ণ নাৰায়ণ হৰি ৰে হে।
প্ৰভু ৰে হে ৰাম ৰাম ৰাম ॥ ৮৭৫

মুকুন্দ মাধৱ মুৰাৰি মধু-ৰিপু।
জগত-জীৱন ৰাম হৰি হৰি ॥ ৮৭৬

জয়তি যদুপতি জগত-জীৱন।
যাদৱ মাধৱ ৰাম হৰি হৰি।
পৰমপুৰুষ ৰাম জয় জয় ॥ ৮৭৭

ৰাম ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ।
ৰাম ৰাম কৃষ্ণ ৰাম হৰি হৰি ॥ ৮৭৮

ৰাম ৰাম ৰাম ৰাঘৱ ৰঘুপতি
প্ৰণত-পালক দেৱ হৰি হৰি
প্ৰপন্ন-তাৰক দেৱ জয় জয় ॥ ৮৭৯

হৰি ভো হৰি হৰি　হৰি ভো হৰি হৰি।
হৰি ভো হৰি হৰি ৰাম জয় জয় ॥ ৮৮০

কৃষ্ণদেৱ তুমি প্ৰভু দীন-দুখ-হাৰী।
ভকত-ৰঞ্জন ভয়-ভঞ্জন মুৰাৰি ॥ ৮৮১

গোপাল গোপীনাথ গোৱিন্দ ৰাম ৰাম।
গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ ৰাম ॥ ৮৮২

গোৱিন্দ ৰাম গোৱিন্দ ৰাম।
গোপাল গোৱিন্দ ৰাম ৰাম ॥ ৮৮৩

হৰি হৰি হৰি ৰাম গোৱিন্দ।
মুৰাৰি মুকুন্দ জয় ৰাম ॥ ৮৮৪

ৰাম কৃষ্ণ হৰি ৰাম ৰাম।
গোপাল গোৱিন্দ জয় ৰাম ॥ ৮৮৫

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
অমিয়া-মধুৰি তযু নাম ॥ ৮৮৬

ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয়।
ৰাম কৃষ্ণ দীন-দায়াময় ॥ ৮৮৭

যাদৱ মাধৱ দীন দায়াল।
দেৱকী-নন্দন ৰাম গোপাল ॥ ৮৮৮

ৰাম ৰঘুপতি পৰমানন্দ।
পৰমপুৰুষ দীন-বন্ধু গোৱিন্দ ॥ ৮৮৯

---

পাঃ ৮৮১ ॥ ভয়-ভঞ্জন—ভৱভঞ্জন।
৮৮৬ ॥ তযু—জুৰে।
৮৮৯ ॥ গোৱিন্দ—গোপাল ॥

মোৰে ইষ্ট দেৱ যাদৱৰায়।
সেৱা কৰিবাৰ নামে উপায় ॥ ৮৯০
গোৱিন্দ এ জয় কৃষ্ণ
জগত-জীৱন ৰাম ॥ ৮৯১
সহজানন্দ হৰি স্বৰূপানন্দ।
হৃদয়ানন্দ হৰি পৰমানন্দ ॥ ৮৯২
গোপাল গোৱিন্দ ৰাম মাধৱ।
ভকতজনৰ তুমি বান্ধৱ ॥ ৮৯৩
গোপাল গোৱিন্দ গৰুড়-কেতু।
ভকতৰ ধন জীৱন-হেতু ॥ ৮৯৪
ৰাম নিৰঞ্জন নিৰাময়।
জয় জগন্নাথ দায়াময় ॥ ৮৯৫
গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম।
পতিত-পাৱন তোমাৰ নাম ॥ ৮৯৬
হৰি ৰাম ছিৰীৰাম।
বামন পৰশুৰাম ॥ ৮৯৭
মুকুন্দ মুৰাৰি দীন-দায়াশীল হৰি ৰাম ॥ ৮৯৮
কমল-লোচন দুখ-মোচন মুৰাৰি ৰাম ॥ ৮৯৯
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম নাৰায়ণ　ৰাম কৃষ্ণ ৰাম ॥ ৯০০

---

পা° ৮৯০ ॥ এ—বে।
৮৯৭ ॥ হৰি ৰাম—হলিৰাম।

বনমালী গোৱিন্দ ৰাম কৃষ্ণ হৰি ॥ ৯০১

জীৱেৰ জীৱন-ধন মুকুন্দ মুৰাৰি নাৰায়ণ ॥ ৯০২

ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ হৰি নাৰায়ণ।
ভকতজনৰ দুখ-ভয়-হাৰী এ হৰি নাৰায়ণ ॥ ৯০৩

নমো নাৰায়ণ নমো নাৰায়ণ।
নিৰঞ্জন নিৰাকাৰ নিৰ্ব্বিকাৰ নিৰাময়
নৰোত্তম সম সনাতন ॥ ৯০৪

ৰাম হৃষীকেশ গোৱিন্দ হৃষীকেশ ॥ ৯০৫

গোৱিন্দ ৰাম গোৱিন্দ ৰাম।
ৰাম কৃষ্ণ গোৱিন্দ ৰাম ॥ ৯০৬

এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ ॥ ৯০৭

হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥ ৯০৮

ৰাম কৃষ্ণ ৰাম ও ৰাম নাৰায়ণ ॥ ৯০৯

জয় ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ॥ ৯১০

ৰাম কৃষ্ণ ৰাম কৃষ্ণ শিৱ সনাতন।
তুমিসে গোৱিন্দ ভকতৰ মহাধন ॥ ৯১১

জয় হৰি ৰাম জয় ছিৰীৰাম।
পৰমমঙ্গল মাধৱৰ গুণ-নাম এ জয় হৰি ৰাম ॥ ৯১২

---

পা° ৯০৩ ॥ এ—ও।
৯০৯ ॥ ও—কৃষ্ণ ৰাম কৃষ্ণ।
৯১২-১৩ ॥ এ—( নাই। )

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম।
মধু-মুৰ-মথন মুৰাৰি হৰি ৰাম এ কৃষ্ণ কৃষ্ণ ৰাম ॥ ৯১৩
ৰাম কমলা-পতি তুমি অগতিৰ গতি।
ভকতি মিনতি তুতি নজানো পামৰ-মতি ॥ ৯১৪
গোপাল জয় ৰাম গোৱিন্দ জয় ৰাম ॥ ৯১৫
গোপাল গোৱিন্দ ৰাম কৃষ্ণ মুকুন্দ ॥ ৯১৬
গোৱিন্দ গোৱিন্দ দেৱকী-নন্দন হৰি ৰাম নাৰায়ণ ॥ ৯১৭
গোপাল গোৱিন্দ মুকুন্দ ৰাম ৰাম ॥ ৯১৮
হৰি ৰাম ছিৰীৰাম।
জয় জয় ৰাম ৰাম ॥ ৯১৯
এ ৰাম জয় ৰাম জয় ৰাম জয় ৰাম
ও হৰি ৰাম ৰাম জয় ৰাম জয় ৰাম ॥ ৯২০
শিৱ শিৱ শিৱ শিৱ শিৱ।
শিৱ সনাতন জগজীৱ ॥ ৯২১
মাধৱ মাধৱ মাধৱ মধুৰিপু গোৱিন্দ কৃষ্ণ হৰি হৰি ৰাম ॥ ৯২২
নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময়
মুৰাৰি এ হৰি হৰি ৰাম ॥ ৯২৩
প্ৰাণ গোপাল দীনবন্ধু নাৰায়ণ ॥ ৯২৪
হে হে পৰমগুৰু পুৰুষোত্তম হৰি পুৰুষোত্তম।
পুৰুষোত্তম পুৰুষোত্তম জয় পুৰুষোত্তম ॥ ৯২৫
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ জয় নাৰায়ণ ॥ ৯২৬

মোৰ প্ৰভু নাৰায়ণ পৰমানন্দ হৰি পৰমানন্দ পৰমানন্দ।
পৰমানন্দ হৰি পৰমানন্দ ॥ ৯২৭

ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেৱ নাৰায়ণ নাৰায়ণ।
নাৰায়ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেৱ ॥ ৯২৮

গোপাল গোৱিন্দ হৰি ৰাম ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম ॥ ৯২৯

পৰমপুৰুষ শিৱ সনাতন।
অনন্ত অচ্যুত নিত্য নিৰঞ্জন ॥ ৯৩০

ৰাম নিৰঞ্জন ও ৰাম নিৰঞ্জন।
নিৰাকাৰ হৰি ৰে ৰাম ॥ ৯৩১

ৰাম সদাশিৱ ও প্ৰাণ সদাশিৱ সনাতন প্ৰভু ৰে ৰাম ॥ ৯৩২

ৰাম দায়াশীল মোৰে প্ৰভু দায়াশীল।
দেৱ দীন-বন্ধু ৰে ৰাম ॥ ৯৩৩

হৰি হৰি পৰমানন্দ প্ৰভু
পীতাম্বৰ হৰি পীতাম্বৰ।
পীতাম্বৰ পীতাম্বৰ প্ৰভু পীতাম্বৰ ॥ ৯৩৪

হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম।
হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম ॥ ৯৩৫

---

পাঃ ৯২৮ ॥ প্ৰভুদেৱ—প্ৰভুদেৱ নাৰায়ণ নাৰায়ণ ॥
৯৩১ ॥ হে ৰাম—হে ৰাম ৰাম ॥
৯৩৩ ॥ ৰে ৰাম—ৰে ৰাম ৰাম ॥
৯৩৪ ॥ প্ৰভু পীতাম্বৰ—হৰি এ ॥

পৰমানন্দ জয় পৰমানন্দ।
হৰি হৰি হৰি হৰি হৰি হৰি এ
হৰি এ পৰমানন্দ জয় পৰমানন্দ॥ ৯৩৬

কমলা-কান্ত জয় কমলা-কান্ত।
কমল-লোচন বনমালী হৰি এ বনমালী এ।
কমলা-কান্ত, জয় কমলা-কান্ত॥ ৯৩৭

দামোদৰ প্ৰভু দামোদৰ
দেৱকী-নন্দন দীনবন্ধু হৰি এ
দীনবন্ধু এ দামোদৰ দেৱ দামোদৰ॥ ৯৩৮

জগত-জীৱন ৰাম যদুপতি জগত-জীৱন ৰাম হৰি হৰি
জগত-জীৱন ৰাম॥ ৯৩৯

জগত-জীৱন ৰাম যদুপতি জগত-জীৱন ৰাম হৰি হৰি
জগত-জীৱন ৰাম॥ ৯৪০

জগজ্জীৱন ৰাম জগজ্জীৱন ৰাম।
জগতৰ সুমঙ্গল তুৱা গুণ-নাম॥ ৯৪১

মধু-সূদন দেৱ মধু-সূদন দেৱ।
তুমি বিনে অগতিৰ গতি নাহি কেৱ॥ ৯৪২

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি হৰি।
ৰামতে ৰমোহো অবিৰাম ৰাম ৰাম॥ ৯৪৩

ৰাম-নাম ধৰ্ম্ম অনুপাম হৰি হৰি।
পূৰে ভকতৰ মন-কাম ৰাম ৰাম॥ ৯৪৪

কলি-যুগে ৰাম-নাম সাৰ হৰি হৰি।
ৰাম-নাম বিনে নাহি আৰ ৰাম ৰাম॥ ৯৪৫
ৰাম বুলি পাৰে ভৱ-পাৰ হৰি হৰি।
ৰাম-নাম জগত-উদ্ধাৰ ৰাম ৰাম॥ ৯৪৬
ৰাম-নাম অমূল্য ৰতন হৰি হৰি।
ৰাম-নাম বিনে নাহি ধন ৰাম ৰাম॥ ৯৪৭
ৰাম-নাম মুক্তি-বিড়ম্বন হৰি হৰি।
জপ ৰাম-নাম অনুক্ষণ ৰাম-ৰাম॥ ৯৪৮
ৰাম-নামে ভকতি-সুগম হৰি হৰি।
নাহি ভক্তি ৰাম-নাম সম ৰাম ৰাম॥ ৯৪৯
ৰাম-নাম ধৰ্ম্মতে উত্তম হৰি হৰি।
ৰাম-নাম পাতকৰ যম ৰাম ৰাম॥ ৯৫০
ৰাম-নামে ধৰ্ম্ম-শিৰোমণি হৰি হৰি।
ৰাম-নাম পাপৰ অগনি ৰাম ৰাম॥ ৯৫১
ৰাম-নাম মৃত্যু-সঞ্জীৱনী হৰি হৰি।
ৰাম-নাম ঘুষিয়োক ছানি ৰাম ৰাম॥ ৯৫২
জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হাৰ
জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ
হৰি হৰি ৰাম।
জগন্নাথ জগন্নাথ হৰি॥ ৯৫৩

পা° ৯৫১-৫২॥ (নাই)।

নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি
নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি হৰি ৰাম
নিৰঞ্জন নিৰঞ্জন হৰি ॥ ৯৫৪

গোপাল গোপাল গোপাল গোপাল
গোপাল গোপাল ৰাম।
গোপাল গোপাল গোপাল গোপাল
গোপাল গোপাল গোপাল ৰাম ॥ ৯৫৫

ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম।
ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম ॥ ৯৫৬

গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোৱিন্দ ৰাম
গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোৱিন্দ ৰাম হৰি।
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ।
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম ॥ ৯৫৭

মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি হৰি ৰে হে ॥
হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম ॥ ৯৫৮

ৰাম-কৃষ্ণ হৰি ৰাম-কৃষ্ণ হৰি
ৰাম-কৃষ্ণ হৰি ৰাম-কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম-কৃষ্ণ হৰি মুকুন্দ মুৰাৰি মাধৱ মধুসূদন হৰি হৰি
যাদৱ যদু-নন্দন॥ ৯৫৯
ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম
ৰাম ৰাম ৰাম ৰাম ৰাম হৰি হৰি ৰাম
ৰাম ৰাম ৰাম ৰাম ৰাম॥ ৯৬০
হৰি হৰি হৰি হৰি হৰি হৰি
হৰি হৰি হৰি হৰি হৰি এ
প্ৰাণ-বন্ধু হৰি হৰি হৰি হৰি এ
মোৰে প্ৰাণধন হৰি এ
অনাদি অনন্ত প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ
হৰি হৰি ভজো চৰণত ধৰি এ।
পতিত-পাৱন প্ৰভু নাৰায়ণ
সেৱক লৈয়ো উদ্ধাৰি
দীন-বন্ধু সেৱক লৈয়ো উদ্ধাৰি গোৱিন্দ জয় ৰাম॥ ৯৬১
মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম
মুৰাৰি মুকুন্দ জয় ৰাম।
সুমৰণে পাপ-ক্ষয় মিলে মহামহোদয়
দুখচয় গুচে শোক-ভয় হৰি ৰাম॥ ৯৬২

---

পাঃ ৯৬২॥ (ওপৰঞ্চি) মুড়াৰী মুকুন্দ জয় ৰাম॥

ৰাম কৃষ্ণ গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ
ৰামকৃষ্ণ গোবিন্দ হৰি
বনমালী বাসুদেৱ পদ্মনাভ জনাৰ্দ্দন
মাধৱ মুকুন্দ মুৰাৰি হৰি ৰাম ॥ ৯৬৩
মাধৱ মধুৰ-মূৰতি মধু-সূদন দনুজ-দমন দুখহাৰী
পীতাম্বৰধৰ শ্যাম-সুন্দৰ হৰি
জয় জয় মুকুন্দ মুৰাৰি হৰি ৰাম ॥ ৯৬৪
ৰাম জয় হৰি জয় ৰাম কৃষ্ণ ৰাম হৰি জয় ॥৯৬৫
ৰাম কৃষ্ণ যিটো সততে সুমৰে তাৰ আৰ কাক ভয়
সমস্তে ধৰ্ম্মৰ উপৰে বসিয়া ৰাম-নাম প্ৰকাশয় ॥৯৬৬
ৰাম-কৃষ্ণ-নাম-কীৰ্ত্তন বিনাই কৃত্য-শেষ নথাকয় ।
ৰাম-কৃষ্ণ-নাম-কীৰ্ত্তনে কৃষ্ণৰ কৃপাৰ মন্দিৰ হয় ॥ ৯৬৭
ৰাম-কৃষ্ণ-নাম-কীৰ্ত্তনে স্বভাৱে সংসাৰ সুখে তৰয় ।
ৰাম-কৃষ্ণ-নাম-কীৰ্ত্তনে সমস্তে বিঘিনি নাশ কৰয় ॥ ৯৬৮
ৰাম-কৃষ্ণ-নাম-ৰসক লভিয়া মুকুতিকো নগণয় ।
ৰাম-কৃষ্ণ-নাম পৰম-আনন্দ-সমুদ্ৰ মজি থাকয় ॥ ৯৬৯
ৰাম-কৃষ্ণ নাম-কীৰ্ত্তন-প্ৰসাদে হৰিৰ বল্লভ হয় ।
ৰাম-কৃষ্ণ-নাম-কীৰ্ত্তন কৰিয়া হৰিকো বশ্য কৰয় ॥ ৯৭০
ৰাম হৰি জয় ৰাম হৰি ।
গোপাল গোৱিন্দ ৰাম হৰি জয় ॥ ৯৭১

---

পা° ৯৬৩ ॥ (ওপৰঞ্চি) ৰাম কৃষ্ণ গোবিন্দ পৰি ॥
৯৬৬ ॥ (ওপৰঞ্চি) ৰাম কৃষ্ণ নাম—কীৰ্ত্তন প্ৰভাৱে সংসাৰ সুখে তৰয় ॥

ৰাম হৰি জয় ৰাম ৰাম হৰি জয় ৰাম ৰাম ॥ ৯৭২
এ হৰি হৰি ৰাম জয়।
ৰাম হৰি জয় ৰাম গোবিন্দ ॥ ৯৭৩
ৰাম জয় জয় ৰাম জয়।
মুকুন্দ মুৰাৰি ৰাম হৰি জয় ॥ ৯৭৪

## খেদ

ঘোষা ॥ এ হৰি হৰি হৰি হৰি
কি কাম কৰিলো আমি।
হৰি হৰি হৰি
সাধু-সঙ্গ লৈয়া তোমাক নভজি
ভৈলো কিনো অধোগামী ॥ ৯৭৫

পদ ॥ নিজ দাস হুয়া সেৱাক তেজিলো।
এই দোষে ঘোৰ আপদে মজিলো ॥ ৯৭৬
তুমিসি সুহৃদ আত্মা প্ৰিয়তম।
তথাপি তোমাক নভজো কি মঞি অধম ॥ ৯৭৭
তুমি নিজ পিতৃ গুৰু ইষ্ট মোৰ।
মই মন্দমতি ভৈলো সেৱা-চোৰ ॥ ৯৭৮
অধমকো তাৰে তোমাৰ ভকতি।
তথাপি তোমাক নভজো কুমতি ॥ ৯৭৯
ইষ্ট দেৱ বুলি তোমাক নধৰো।
নিকাৰ ভুঞ্জিয়া সংসাৰতে মৰো ॥ ৯৮০

তুমিসে কেৱলে করুণা-সাগৰ।
তোমাক নভজো কি মঞি পামৰ॥ ৯৮১
আৰে কৃপাময় দিয়োক শৰণ।
দোষ মৰিষণ তোমাৰ চৰণ॥ ৯৮২
ইবাৰ ঈশ্বৰ নছাড়িবা মোক।
মোৰ মন মজি তোমাতে ৰহোক॥ ৯৮৩
মোৰ প্ৰাণ হৰে জীৱন প্ৰাণ হৰে।
হৰি ৰে ৰাম ৰাম কৃষ্ণ হৰে॥ ৯৮৪
কৃষ্ণ হৰি এ প্ৰাণ হৰি এ
হৰি ৰে ৰাম ৰাম ৰাম ৰাম॥ ৯৮৫
গোৱিন্দ ৰে জয় কৃষ্ণ জয় ৰাম জয় ৰাম॥ ৯৮৬
হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম॥ ৯৮৭
হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম॥ ৯৮৮
হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম॥ ৯৮৯
কৃষ্ণ ৰাম গোৱিন্দ। হৰি ৰাম গোৱিন্দ জয় জয়॥ ৯৯০
গোৱিন্দ কৃষ্ণ ৰাম ৰাম ৰাম।
গোৱিন্দ গোৱিন্দ ৰাম ৰাম॥৯৯১
গোৱিন্দ মাধৱ প্ৰাণ-বান্ধৱ ৰাম কৃষ্ণ হৰি জয়॥ ৯৯২
হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।
ৰাম-নামে মাৰণা মাৰে পাপ-কটকৰ ক্ষয়॥ ৯৯৩

---

পাঠ ৯৯০-৯৯২॥ (নাই।)

পাপ-বিপক্ষক সংহৰি হৰিৰ নামে খলখলি হাসে।
সকলে সুখৰ উপৰে বসিয়া হৰিৰ নাম প্ৰকাশে ॥ ৯৯৪
মুকুতি-সুখক বশ্য কৰি হৰি-নামে আনন্দত নাচে।
পুৰুষে সহিতে সখিত কৰিয়া চলয় হৰিৰ কাছে ॥ ৯৯৫
আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চড়ে।
যিটো নাম লয় হৰি তাৰ হয়
ই পুন্থ ৰহস্য বৰে ॥ ৯৯৬
হৰি-গুণ-নাম ভাবিয়া পুৰুষে
ৰহয় হৰিৰ পাশে।
হৰিৰ চৰণ হৃদয়ে ধৰিয়া
কহয় মাধৱ দাসে ॥ ৯৯৬ক

খেদ

ঘোষা ॥ এ ভাৱক ভাই ভজ ভগৱন্ত ভকতিভাৱে।
ভগৱন্ত ভজিয়া পৰম গতি পাৱে ॥ ৯৯৭
পদ ॥ ভগৱন্ত নভজি চলয় যম-ঠাৱে।
ভগৱন্ত-ভকতক শমনে নধাৱে ॥ ৯৯৮
ভগৱন্ত ভজিয়া জনম বাহুড়াৱে।
আন যত সৱে মিছা ভক্তিৰ অভাৱে ॥ ৯৯৯
জানিয়া ভজিয়ো ভাই ভগৱন্ত-পাৱে।
এহু ৰস মাধৱ মূৰুখমতি গাৱে ॥ ১০০০

॥ শ্ৰীকৃষ্ণায় নমঃ ॥

## ওপৰঞ্চি

### পাল-নাম

কৃষ্ণ ॥ ১

কৃষ্ণ ৰাম ॥ ২

কৃষ্ণ ৰাম গোৱিন্দ ॥ ৩

কৃষ্ণ ৰাম গোৱিন্দ ॥ ৪

ৰাম কৃষ্ণ গোৱিন্দ ॥

ৰাম গোৱিন্দ ৰাম গোৱিন্দ ॥ ৫

কৃষ্ণ কৃষ্ণ কৃষ্ণ ৰাম ॥ ৬

হৰি হৰি হৰি ৰাম ॥ ৭

কৃষ্ণ কৃষ্ণ ৰাম ৰাম ॥ ৮

কৃষ্ণ হৰি ৰাম গোপাল গোৱিন্দ ॥ ৯

গোৱিন্দ গোৱিন্দ ৰাম ৰাম ৰাম ॥ ১০

যাদৱ মাধৱ গোপাল গোৱিন্দ ॥ ১১

কৃষ্ণ ৰাম গোৱিন্দ ॥ ১২

ও কৃষ্ণ ৰাম গোৱিন্দ ॥ ১৩

কৃষ্ণ ৰাম গোপাল গোৱিন্দ যদুমণি ॥ ১৪

ৰাম কৃষ্ণ ৰাম গোৱিন্দ হৰি ॥ ১৫

কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম জয় জয় ॥ ১৬

গোপাল গোৱিন্দ ৰাম কৃষ্ণ গোপাল গোৱিন্দ ॥ ১৭

---

* এখনি পুথিত ( ১৭৩৩ শক ৭ কাৰ্ত্তিক ) এই নাম কেইজুকি আছে।

ৰাম কৃষ্ণ গোপাল গোবিন্দ ॥ ১৮

জয় জয় কৃষ্ণ ৰাম ও গোবিন্দ হৰি কৃষ্ণ ৰাম ॥ ১৯

ৰাম কৃষ্ণ ৰাম ও ৰাম ও ৰাম ॥ ২০

গোপাল গোবিন্দ হৰি ৰাম নাৰায়ণ ।
গোপাল গোপাল গোপাল ৰাম ॥ ২১

গোপাল গোপাল গোপাল ৰাম ।
হৰি মোৰে গোপাল ৰাম ॥ ২২

গোবিন্দ কৃষ্ণ হৰি হৰি ৰাম ॥ ২৩

॥ শ্ৰীকৃষ্ণায় নমঃ ॥

# শব্দ-নির্দ্দেশিকা

**সঙ্কেত ঃ** আৰ°—আববী। (ঘ)—ঘোষা। তু°ক°—তুলনা কৰ॥ প্ৰা°—প্ৰাকৃত। ফা°—ফাৰ্চী। ব্ৰজ°—ব্ৰজবুলি। স°—সংস্কৃত। প্ৰথম সংখ্যাটোৱে খণ্ড, দ্বিতীয়টোৱে পদ নিৰ্দ্দেশ কৰিছে। সমান চিন ব্যুৎপত্তিগত সম্বন্ধৰ সঙ্কেত।

## কীৰ্ত্তন-ঘোষা

অকাম ৬. ২৩৬—নিষ্কাম, স্পৃহাহীন।

অকৃতি ১০.১৬—অকাৰ্য্য।

অগম্যা-গমন ৫.৯—বেশ্যাৰে সঙ্গম।

অগস্তি ৫.৩০=অগস্ত্য (মুনি)।

অঘ-মৰিষণ ২৫.২০০—অঘ-মৰ্ষণ সূক্ত নামে পাপ-নাশী মন্ত্ৰ।

অঙ্গ-ভঙ্গ ৮.৩৮—অঙ্গি-ভঙ্গি।

অন্তৰ্জলে ২৫.২০০—পানীৰ তলত।

অন্যৱথা ২৫.১৭৬=অন্যথা।

অন্যো-অন্যে ৬.১৩,২৩.৭৩—পৰস্পৰে।

অপৰ্য্যন্ত ২৫.১৬—অসংখ্য।

অবা ১১.৪৯,২৩.১৬৫—হেৰা (সম্বোধন)।

অবিছেদ ৬.১১৭=অবিচ্ছেদ। ছেদ নোহোৱাকৈ।

অভাগ ২৩.১৯৪=অভাগ্য। দুৰ্ভাগ্য।

অৱজৰ ৯.২৮—আজৰি।

অহম্মম ৬.১৫৯—অহঙ্কাৰ; 'মই' আৰু 'মোৰ' ভাব।

আউডালি ১০.১২৮—ঘোদালি।

আকলি ৮.৫ / আকলিয়া ৯ ৯ —দেখি; চম্‌জি।

আকেয়েৰে ২.২০—ইয়াৰে।

আগনি ৯.৫=অগ্নি; অগনি। জুই।

আগ্ৰহি ৯.২৬,১১.৪২১—কাঢ়ি।

আঙ্গুলা ১০.৫৭—আঙুল।

আচৰ্য্য ৩.১০=আশ্চৰ্য্য। আচৰিত।

আচান্ত ১৮.১২—আচমন; মুখ ধোৱা।

আছো ১১.৪০২ / আছোক ৬.১৭০ —থাওক, থাওক পৰি।

আছোট ১১.৩৬৯=আচোট। বলেৰে মৰা আছাৰ।

আঞ্চল ১১.২১=অঞ্চল ; আঁচল।
আঞ্জৰ-পাঞ্জৰ ১৮.১৩—আশ-পাশ।
আঞ্জুৰি ৬.১৫১—আঁজুৰি।
আটাইল ১৮.১৮ } —পালেগৈ [ সং
আণ্টাইলেক ৮.৪ } অট্‌ ]।
আটাল ১৫.৫৩—ঘৰৰ ওপৰ-চাং [ সং অট্টাল ]।
আটাস ৬.১৬৯,৯.১৫—'ঘোৰ হাসি' ; ঘোৰ শব্দ [ সং অট্টহাস ]।
আটোপে ১১.৩৬৯,১৫.১১৪—দাম্ভেৰে।
আথান্তৰ ৬.২৯,১৬.৪১—দুৰ্দ্দশা [ সং অৱস্থান্তৰ ]।
আনাট ১০.১৬—দুষ্টালি [ সং নট ]।
আন্ত ৬.২০০—নাড়ী [ সং অন্ত্ৰ ]।
আপেক্ষিয়া ১০.১০৫—বিচাৰি।
আৰকা ১৫.৪৩,২৩.৬৪—আকৌ; পুনৰ।
আৰন্ত ১৫.৫৩,১৯.২৯—আগ-ফাল (?)।
আৰি-মুৰি ৮.৯৫—আটি-মুটি। গা মুৰ লৰোৱা কাৰ্য্য।
আৰ্য্যক ২৩.৭৯—ককা ; আজোককা।
আলাগতে ৬.১৯৭—আকাশতে।
আলে-জালে ২৬.৫—মিছা কামত।
আৱাঁ ৩.৬৮—কেঁচা ; কেঁচা মাটিৰ [ সং আম ]।

আশেষ ৬.১৩০,১৩.৭=অশেষ।
আষাৰেক ৮.৩৪—এ-আষাৰ [ সং অক্ষৰ এক ]।
আষুধি ৩.৯,৯.১৫=ঔষধি ; আহুদি।
আসৰিশ ৬.৯৮—বিপৰীত, ভয়ঙ্কৰ [ সং অসদৃশ ]।
আসুখ ১১.৯২=অসুখ।
আস্ফাল ২৫.১—আঘাত ; শব্দ।
ইছা ১০.১৪৯,২৫.১৪৯=ইচ্ছা।
ইন্দ্রি ৬.২৩০=ইন্দ্রিয়।
উচ ১১ ৩৫৩=উচ্চ।
উচাই, উচায়া ৬.১৯০,২৫.১২৭—ওপৰলৈ তুলি।
উচ্ছন ১৪.৪=উচ্ছন্ন।
উচ্ছ্ৰিত ৪.৪,১১.৪২৩—ওখ।
উছাদ ২.১৮—উচ্ছেদ।
উজণ্টি ৪.১৩—ভৰিৰ আঙলিৰ অলঙ্কাৰ।
উড়ি ২৫.১২৭—ওপৰলৈ তুলি।
উড়ে ৪.২০—বুকত।
উদাস ৮ ৩৮—উদি ; উদং।
উদ্দিশ ৫.১৮০,৮.২২—ঠিকনা [ সং উদ্দেশ ]।
উপতাপ ২৩.৯৮—উপদ্ৰৱ ; উৎপাত।

কৱাৰি ৬.২০০=কোৱাৰি (সং কপাটিকা)।

কহ্লোল ১৬.৩৪=কল্লোল।

কক্ষা ১৮.৭—প্ৰতিজ্ঞা ; পণ।

কাঞ্চ ২.৩৬=কাচ ; কাঁচ। Glass.

কাঞ্চলি ১১.১৪৯—বুকৰ কাপোৰ [ সং কঞ্চুলিকা ]।

কাণ-মুণ্ড নলাড়িয়া ৯.২৪—কাণ-মূৰ নলৰাই ; আপত্তি নকৰি।

কাপুৰ্ণ্য ২৩.২৭—কাতৰ ; কাকুতি।

কালা ১১.২৫৬=কৃষ্ণ।

কাহানী ২৩.১৮১,২৪.৩৬—কাহিনী [ হিং কহানী ]।

কাহে ১১.৯ ( ঘ )—ক'লৈ [ ব্ৰজ° ]।

কিক ৩.৫৮—কিয় ; কেলেই ?

কিটাইল ৬.২০১, ১১.৩৪৬—যুদ্ধলৈ আগ বাঢ়িলে বা আহ্বান কৰিলে [ সং কিট্ট ]।

কুন্দ-কড়ি ৬.২০—কুন্দ-ফুলৰ কলি [ সং কোড় ]।

কুন্দকণ্ঠ-জাল ১৭.১৮=কুন্দ্ৰাক্ষ-জালা। খিড়িকীৰ বিন্ধা।

কুন্দাৰ ২৫.১৬—কুন্দ-শালত কাম-কৰোঁতা।

কুমৰ ৬.২৩৪=কুমাৰ ; কোঁৱৰ।

কেয়ুৰ ৯.৪,১০.৪৪—বাহুৰ অলঙ্কাৰ ; বাজু [ সং ]।

কৈসানি ৩.৪, ২১.১৩—কেতিয়া ?

কোণ্ঢা ৮.২৮—কোঁঢ়া ; এবিধ চৰাই।

কোথেৰ ১৯.২২—ক'ৰ [ সং কুত্ৰ ]।

কোল ৭.২১,৮.৬০—কোষ ; ওচৰ [ সং ক্ৰোড় ]।

কোলহাল ১০.১৬১—কোলাহল ; কোঢ়াল।

খঁচি ৮.২৬=খচিত। খটোৱা।

খপে ৮.৯২—সময় কটায় [ সং ক্ষপ্যতে ]।

খাট ১১.৩০৬—চাপৰ [ সং খট্ট, না° খাটা ]।

খাটখৰি ৮.২৭=খট্‌খটী।

খাণ্ডা-বাৰু ১৭.৩৩—তৰোৱাল আৰু ঢাল।

খুখুণ্ড ৫.২২—গুৰি [ ধ্বন্যাত্মক শব্দ ]।

খুড়াত ২৩.৭৯—খুড়া, দদাই [ সং খুল্লতাত ]।

খুপি ১০.৪৯—খুপৰি ; সৰু কোঠা।

খেখট ৬.১৩০—কৰ্কশ মাত [ ধ্বন্যাত্মক শব্দ ]।

ঘুৰি ৬.১৫১—মেৰিয়াই ; ঘুৰিয়াই।

চটক ৪.৩,৮.২৮—চৰাই।

চটকি ১৭.৯—ঘুৰি [ তুং\u0982 চিটিকি, চটচটাই ]।

চটি ৬.২৬ } আইচটি ; বাহাদুৰি।
চটি-মতি ১৫.৯৯ }

চড়াই ৬.১৮—চেৰাই ; এৰি থৈ।

চড়াই ১১.৭৫—তুলি ; ওখ কৰি।

চন্দ্ৰাৱলী ২২.২৭,২৩.২০৯—জোনাক।

চম্বু ১১.৩৩৯—পোন [ স\u0982 সম্মুখ, প্ৰা\u0982 চম্মুহ ]।

চল্লল ২৩.১১৪—চল্‌চলীয়া।

চাঞ্চো ৯.১৫—বিচাৰোঁ।

চাটু ৮.৭৭—ফুচুলোৱা কথা।

চাণ্ড ১০.১৮—দুষ্ট।

চাম ৯.২৬—ছাল ; ছালৰ জৰী [ স\u0982 চৰ্ম্ম ]।

চাম্প ৬.১৯২,১১.৪২৬—চাব ; হেঁচা ; থাপ্।

চিঙ্গি ( চেঙি, টেঙ্গি ) ৯.২৬—চেপি যন্ত্ৰণা দিয়া যন্ত্ৰ।

চিপি ১১.৩৮১—চেপি।

চিৰ ৬.২০২—চিৰা ; ফলা।

চুলত ১১.৪২৫—চুলিত।

চুৰ ১১.৪৮ } =চূৰ্ণ।
চুৰি ৮.৯৮,৯.২২ }

চেঞ্চাই ৮.৮৭,১৮.১১ } —চিঞৰে [ স\u0982 চিচ্চিকা, এবিধ চৰাই ]।
চেঞ্চায় ৯.৩২ }
চেঞ্চান্ত ৮.৪৫,৮.৪৮ }

চেড়ী ৮.৫০,১১.২৬৫,১২.১৯—দাসী [ স\u0982 চেটী ]।

চেষ্টা ৬.১১১,১১.৬৭,১১.৮২—কাৰ্য্য ; অভিনয়।

চোঞ্চা ২৫.১৭৫—চোঁচ ; মোট।

চোসে-বাসে ১৫.৫০—সমুলে ( ? )।

চৌতি ৪.৬—চ'তি।

চৌপন্থা ১১.৩০৮—চাৰি-আলি ; চাৰি-আলি-মুৰ।

চৌৰাঙ্গি ৯.১৯—হাত-ভৰি নোহোৱা [ স\u0982 চতুৰঙ্গ ]।

ছুটক ২৩.১২৪—চমক।

ছড়ায়া ২৪.৫৩—চেৰাই ; এৰি থৈ।

ছন ১.১৩,২৩.৮২ } —উছন ; উচ্ছন্ন ; নষ্ট।
ছন্ন ৫.১৬,৬.৮১ }

ছনি ১৬.৫১, ছন্নি ৬.৭৫—ছানি ; ছাটি।

ছৱালি ১০.১৯,১৮.৪৪—ল'ৰা [ স\u0982 শাৱ ]।

ছাড় ২৩.২৮—পেলনীয়া ।

ছাদ্দিল ১০.৭২—উলিয়াই দিলে ।

ছানিয়া ৮.৪—ছানি ; ছাটি ; ঢাকি ।

ছাৰ ৮.৩৫,২৫.৯৯—সামান্য [ সং ক্ষাৰ ]

ছিঁড়ি ১.৪, ছিণ্ডি ৩.৫,৬.৫৩—ফালি ; চিৰাচিৰ কৰি ।

ছিৰীৰাম ১.৮=শ্ৰীৰাম ।

ছিৰীহৰি ২৩.২০৩—শ্ৰীহৰি ।

ছুঙ্গি ১০.৮৬—চপাই ।

ছোড়া ৮.৬ (ঘ)—গুচোৱা ।

ছোৰা-গঙ্গা ২৫.২২৩—ছুৱা; মুছুৰ লগীয়া ।

জকাৰন্ত ২৩.১২০—জোকাৰে ।

জগনিৱাস ২৩.৯৪,১৫.৩৬=জগন্নিৱাস, জগতৰ আধাৰ ।

জগবন্ধু ২৪.২ (ঘ)=জগদ্বন্ধু । জগতৰ উপকাৰী ।

জমক ১১.৪০৯—চকমক্ ।

জয়তি ১.৩২—জয় ; বিজয় ; জিত ।

জাঙ্গ ৫.৫—উৰু ; কৰঙন ; ভৰি [ সং জঙ্ঘা ] ।

জাতিকাৰ ৫.৬—পোহাৰ ; শোভা [ সং জ্যোতিষ্কাৰ ] ।

জান্তে ১১.১১৭—ধঁহে ; পিহে [ সং যন্ত্ৰ ] ।

জিঞ্জীৰি ৪.৫—জিঞ্জিৰি ; শিকলি [ ফা° জন্জীৰ ] ।

জিলিমিলি ১০.৯৪,১০.১২৭ — এবিধ অলঙ্কাৰ ( ? ) ।

জীৱ ১৭.৭০—জী ; কন্যা [ সং দুহিতা, প্ৰা° ধীদা, ঝীআ ] ।

জুট ৪.২৪—জটা ; মূৰৰ খোপা ।

জুম-জুমি, জুমা-জুমে ৮.৬৫, ২৩.১১৯ —জুম পাতি ।

জুমুৰী ( জুমুজি ) ৮.৩৯—কুঁজী ।

জোনো ১১.৯২, ১২.৭, ১৫.৫০—যেন নহয় ; জানোচা [ সং যৎ-ন ] ।

জৌতি ৪.৬,১০.৩০,২৩.৮৬=জ্যোতি ।

জ্বালা ৭.১৭,৯.৫—জ্যোতি ।

ঝপায়া ৩.২১—জপটিয়াই ; একে লগে ।

ঝমকে ১১.১৩৪—শব্দ কৰে ।

ঝাকিলা ১৭.১৩—জাক পাতি মাৰিলে ।

ঝাণ্টন্ত ৬.১৫ } —মোহাৰে ; পিহে
ঝান্তে ৬.১৩১ } [সং যন্ত্ৰ ] ।

ঝাণ্টে ৫.২৪,৯.২৮—সোনকালে, খৰকৈ [ সং ঝটিতি ] ।

ঝাৱলে ১০.১৩৬,১১.৪১১—দুখন একেলগ কৰি [ সং যমল ? ] ।

ঝাসে ৬.১৯১—জাহ যায় ।

ঝিকি পাৱে ৮.৬১—জিক্‌মিকায়।

টবল ২৫.১৫—বাদ্য-বিশেষ।

টমকিল ২৫.১৫—বাদ্য-বিশেষ (তুং‌কং টেমেকা)।

টাঙ্কি ৯.২৬—ডুবাই; হানি কৰি।

টিঙ্গি (টেঙ্গি) ৯.১৯—কাটি।

টেৰ ৮.৬৯,১০.২৪—বেঁকা (সং তিৰ্যক)।

ঠান, ঠানে ৭.২০,৬.১২০,১১.৪৩ —গড়েৰে, দৰেৰে।

ঠেস, কটাক্ষ—৮.৬৩—বেঁকা চাৱনিৰ ঠেও।

ঠোঁঠ ৬.১৯৯,১০.৭২—ঠোঁঠ [সং ক্ৰোট]।

ডাকি ১০.১৫৩—ঢকিয়াই; গতিয়াই।

ডিম্ব ৮.৭৯—ব্ৰহ্ম-ডিম্ব; ব্ৰহ্মাণ্ড।

ভঙ্গ ১১.৩৮—ভঙ্গি; ফুৰ্ত্তি।

স্তন ৮.৩১,১১.২০৩,২৫.১৩৮=স্তন।

স্তম্ভ ৪.৫,১৫.৫৩,২৫.৬৮=স্তম্ভ।

স্তম্ভাই ২৩.১৫৬=থমাই। ৰখাই (সং স্তম্ভ)।

তত্ৰ ৬.৬৯,১৬.১০—তাত (সং তথা> তহ)।

স্তৱ ১.২৭,৭.৩৪—বাম; পানীৰপৰা ওপৰৰ ঠাই।

তবে ১.১৪—হৈ; কাৰণে; হকে।

তৰি ৩.৫,৮.৮৯—ত্ৰাণ পোৱা যায়।

তাড়ে ৯.১০—হানে; খোচে; মাৰে।

তাৱদেকে ৫.৩২, তাৱে ১০.১১৫—তেতিয়ালৈকে।

তাৱে ১১.২৪৬—তাপ দিয়ে [সং তাপয়তি]।

তুল ৪.৯,১১.৫১=তুল্য।

তেস্তেয়েৱে ২.৩৩—তেওঁৰে।

তেন্থ ২৪.৩—তেনে।

তৈৰ ৩.২৮—তাৰপৰা।

থাকি ১০.১৫৩—নিৰ্ভৰ কৰি; সাৰ কৰি।

থাৰি ৩.৬—থাৱৰ কৰি; থিৰ কৰি।

দঁৰায়া, দৱাই ১৮.৩৯,২৫.৮০—দোঁৱাই; নমাই।

দাণ্ডি ৬.৫৩,৯.২৮—দঁড়ি; শাস্তি।

দদশ ২.৬৫,২৩.২১২—দহ দহ; দহকৈ (দশ দশ)।

দৰদৰি ০.৪—বেগাই, থৰথৰ কৰি।

দৰশি ১১.৩৪—দৰ্শাই। দৰশে ৬.৭—দৰ্শায়।

দল ১০.২৩—লদা।

দহৱে ৪.১০—দহে; পোৰে; নষ্ট কৰে।

দান্ত মুঘুৰে ৯.২১—ঘুৰি নাচায় (?)।

দায়া ৬.৫৯,১০.১৪৭=দয়া।

দায়াতৰে ৫.১,২৬.২—দয়াকৈ।

দায়ালু ৬.১৫৬, দায়াশীল ১০.১৪৭—দয়ালু।

দাহিন ১৩.২৩—সোঁ (সং দক্ষিণ)।

দীঘি (দীর্ঘি) ৮.২৭,১৬.৫২—পুখুৰী (সং দীর্ঘিকা)।

দুতি ১৫.৪=দ্বিতীয় (পালি, দুতিঅ)।

দুৰিত ২০.৩১—পাপ।

দুস্তৰ ৬.৬১,৮.৮৩—য'ৰপৰা ত্ৰাণ পোৱা কঠিন।

দুব ১৬.৫৯=দুৰ্ব্বা; দুবৰি।

দেখিত ১.৩২—দেখি।

দেখিয় ১.৭১,২৩.১৭৪—দেখা যায় [প্ৰাং দেক্‌খিঅ]।

দেৱান ৯.২১—মন্ত্ৰী; বিষয়া [আৰং দীৱান]।

দোধো ১১.২০৫—দুই দুই; প্ৰতি দুই [দো-দো]।

দোচাৰ ৬.১৯৪—দুডোখৰ [সং দ্বিধাকাৰ]।

ধাউ-গেড়ি ১৬.২২—প্ৰাণৰ কাতৰত মৰা চিঞৰ (? ধাতু)।

ধাস্কুৰন্তে ১১.৫৩০—ঢাকুৰি।

ধাৰ ১৫.৪১—যুদ্ধ।

ধুস্তুৰ ৮.২৬=ধুতুৰা।

নতু ৬.৮৯,১০.১১১—নৌ, ন-।

নপাৰি ৩.২৭, ১.২=নোৱাৰি।

নবাধি ২.১৬—বাধা দিয়া নাযায়।

নয় ৯.১৮,১১.১৩৭—ধৰণ; ধৰণে [সং লয়]।

নাকলে ৬.১৪২,১১.২৫১—নমনে; উপলব্ধি নকৰে।

নাৰে ৬.২২৬=নোৱাৰে।

নাহ ১৬.৭৫,২২.৬১
নাহা ১১.২৩৬,২৩.২১৮ } —স্বামী; ৰজা [সং নাথ]।

নিকালি ১.৬—খেদি [সং নিঃকাল্]।

নিচল ২৫.৮৪=নিশ্চল। অচল।

নিচুকে, নিচুকে ৬.৬, ২৩.১০২—সাৱধানে; তন্নতন্নকৈ।

নিছয় ৫.৩৩, ১১.৮৭=নিশ্চয়।

নিঢালে ১০.১৩৬, ২৩.১৪৯—হাত-ভৰি মেলি।

নিদান ১১.১৪—ব্যৱস্থা; কাৰণ।

নিদান ১০.১০—কাৰণে।

নিন্দ ৬.১২ (ঘ)=নিদ্ৰা।

নিমায়োক ১১.২৭—সুমোৱা, সুমাওক।

নিকপায় ১১.১৩—অনন্ত-কাৰণ।

নির্গতে ২৬.৩৪—নিলাজে।

নিৱর্ত্তিয়া ৬.১০৪—ঘূৰি।

নিশিত ১৩.৭৬—ধাৰ থকা; চোকা।

নিষ্ঠুৰ ৩.২০, ১১.২৩৩—খল; দুষ্ট।

নিসান ৮.৪, ১১.৬১—বাদ্য; শব্দ; সঙ্কেত [ সং নিঃস্বন ]।

নিহল ১০.৫, ২৪.৭—শিকলি [ সং নিগড় ]।

নিহালি ১৬ ১৮, নিহালন্তে ১০.১৩৩—নিৰীক্ষণ কৰি, চাই [ সং নি-ভাল্ ]।

নুযুৰায় ৯.১৮—উচিত নহয়।

নুহিকা ৬.২৬—নোহোৱা।

নৃহৰি ৬.১৯৭—নৰসিংহ।

নেদা ৩.৬—নিদিয়া।

নেৱালি ৮.২৫—এবিধ ফুল [ সং নৱমালিকা ]।

নৌক ৬.৯৫—নহওক।

পঙ্কতি ১১.১২৫—শাৰী [ সং পংক্তি ]

পঞ্জাল ১১.৬৮—খোজ-চিন।

পট্টিশ ২৩.৭৭—এবিধ অস্ত্র।

পথুক ১১.৩১১, ২৫.২২=পথিক।

পদে ৩.২১, ১১.১৬৮, ২৫.২০৫—কাৰণে।

পদ্মবচি ৮.২৬—এবিধ ফুল।

পয়াণ ১১.১৪৫, ২৩.১৪৬=প্রয়াণ। মৃত্যু।

পয়াতি ১৫.২=পদাতি।

পৰতেক ২২.১৪—স্বয়ং; নিজে [ সং প্রত্যক্ষ ]।

পৰয়া (পড়য়া) ৫. ১৬—পাল; পালিত; charge.

পৰা ৬.৬৮, ৯.২৩, ১১.৪১১, ২৩.২৩৫ } =প্রায়

পৰায় ৬.৬৮, ৯.১৯২ } =প্রায়

পৰিঘ ২৩.৭৭—এবিধ অস্ত্র।

পৰিছেদ ৬.১১৯, পৰিছেদা ২৩.১১৪—ভেদ, অন্ত [ সং পৰিচ্ছেদ ]।

পৰিয়াৰ ৬.১৬৪=পৰিয়াল; পৰিবাৰ।

পৰিশন্তে ১১.৫—স্পর্শত; সম্ভোগত।

পলম্পি ২৫.১৮৬—বুৰাই।

পৱাল ৪.২২,১১.২৮০=প্রৱাল; পোৱাল।

পাইক ৯.২৬—চিপাহী [ সং পদাতিক >পাইক ]।

পাক ২৫.১৭৬—পকনীয়া।

পাকড়ি ৭.৭—এবিধ গছ [ সং পর্কটিকা ]।

পাকৰি ৫.১৩—সূতলাহি।

পাঘে ২৩.৩৪—পঘাৰে [ সং প্রগ্রহ ]।

পাঞ্চে ১০.৬৮=পাঁচে। লগায়; নিয়োগ কৰে।

পাঞ্জৰ. ৬.১২২—দাঁতি; কাষ [ সং পঞ্জৰ ]।

পাণ্ডুৰ ৪.২২—হালধীয়া-বগা-মিহলি ৰঙৰ।

পাড়িলা ১১.৩৭০—পেলালে।

পাদুকা-পীত্রা ১০.৬৯—ভৰি থোৱা পীৰা; খৰম।

পানি ২.৭—পান কৰি।

পান্তি ৪.১২, ১০.৯৩, ২৫.১০—শাৰী [ সং পংক্তি ]।

পাশি ৪.১২, ৮.৩০=পাহি।

পাষণ্ড ১৪ ৪—বৌদ্ধ তান্ত্রিক; অভক্ত।

পিশাঞ্চ ২৩.১৭৫=পিশাচ।

পুছ ৪.২০,১১ ১৭৯=পুচ্ছ। নেজ।

পুৰাণী ৬.৭১,১৮.৪৬,১৯.১০—পুৰণি।

পুলি ২৫.২১৮, পুলিয়া ১১.২৮=পুৰি।

পৃষ্ঠি ১.৩, ৮.৩২=পৃষ্ঠ, পিঠি।

পেচন্দাৰ ৪.১৬—এবিধ অলঙ্কাৰ।

পোথা ১০.৭৩—পতুৱা, পাত।

পোলে ৩.৮, ৫.১৩=পোৰে।

পোহাইল ২৩.২৩৪—পুৱাল [ সং প্র-ভা ]।

প্রতেক ১৯.১৩, প্রত্যেক ৩.১৪, প্রত্যেকে ৮.৮৭=প্রত্যক্ষে। সাক্ষাৎ।

প্রবুদ্ধ ২৩.৭৩—প্রবৃত্ত (?); নিৱিষ্ট-চিত্ত (?)।

প্রহ্লাদ ৫.১৮,৬.১,৯.২=প্রহ্লাদ।

প্রায়চিত্ত ৫.৯, প্রায়ছিত্ত ২৩.২৮= প্রায়শ্চিত্ত।

ফাকটে ৯.২৮—সৈনিক (?)।

ফাড়ে ৯ ২৭, ফাৰে ৯.১৫=ফালে। ফাৰিবো ১০.১৪।

ফিঙ্কাৰে ১১ ৪২৪—তোলে; চলায়; brandishes.

ফিঙ্কি ১০.৮৭—ফিকি।

ফেড়ি ১৮.২৭,১৯.১২=ফালি।

ফোফায় ১১.৩৬৪=ফোপায়।

বই ১১.২৬৪—চলি; খোজ কাঢ়ি।

বড়া ৬.১৮৪,৮.৮৮,৯.১৪—বৰ; বৰাই।

বঝাই, বঝায় ৬.১৮৮,১৭.১৮—বাজ হয়।

বঢ়াই ১৩.৫—আগ বঢ়াই।

বণিয়া ২৫.১৫—স্বর্ণবণিক; সোণাৰি।

বন্দুলি ৮.২৫=[ সং ] বন্ধুলী, বন্ধুজীৱ। এবিধ ফুল।

বন্ধ ধৰো ১১ ৩৮৬—খুঁজ কৰোঁ।

বলাই ৮.২২—মেলি ; বিস্ফাৰিত কৰি।

বলিয়াৰ ১.৫,২৩.৭০—বলী।

বাই ১১.২১২—মেলি [ সং ব্যা- ]

বাংশ ২৩.৮২ = বাঁহ [ সং ৱংশ ]।

বাগি ৮.২৪—বগা, কজলা বা হালধীয়া এবিধ ফুল।

বাচৰু ২৩.২০৭—গৰু-পোৱালি [ সং ৱৎস-ৰূপ ]।

বাজি ৮.৮৭—লাগি।

বাজিল ৬.১৯২—লাগিল।

বাঝু ১৯.৫—সৈন্যৰ ছাউনি।

বাঞ্ছনী ৬.১০ = বাঞ্ছনীয়।

বাঢ়ি ১৩.৫—আগ বাঢ়ি।

বাণিজাৰু ৬.২২৫,১১.৩৪১—বেপাৰী।

বামানয় ১.১৩,৬.১২২—বামাচাৰী পন্থৰ; বৌদ্ধ তান্ত্ৰিক পন্থৰ ; পাষণ্ড বা পাখণ্ড।

বায়ো ১০.২৮—মেলা [ সং ব্যা- ]

বাৰ ৬.৮—বেৰ।

বাৰাহ ১১.৭৩ = বৰাহ।

বাৰু ৬.১৯৪—ঢাল।

বাৰুণী ২৩.৭২—এবিধ ফটিকা।

বালাই লও ৮.৫( ঘ )—আপদ গুচাই লও [ আৰং বালাঃ ]।

বাসয় ১৩.৩—গোন্ধায়।

বাহানে ১০.১০৪ = বানে।

বাহ্র ৬.২২৬ = বাৰ।

বিচেষ্টা ৯ ১৭—বিপৰ্য্যয় কাৰ্য্য।

বিছাই ১০.১২৮,১৩.২,২৫.১০৯—মেলি; পাৰি [ সং ৱি-স্তৃ ]।

বিজু ১১ ১০৩, ১৮.১২—বিজন ; জন-প্ৰাণী-হীন।

বিঞ্চে ৪.৮,৬.৩০ = বিচে; বতাহ দিয়ে।

বিড়িঙ্গ, বিৰিঙ্গ ৭.২, ১৬.১৪—চতুৰ [ সং ৱিড়ঙ্গ ]।

বিতবিত ১৮.২০ = পিত্‌পিত্‌।

বিতিৰেক ৮ ৯ = ব্যতিৰেক।

বিধূম ২৩.৮৬—ধোঁৱা নোহোৱা ; অতিশয় জ্বলা [ সং ৱিধূম্র ]।

বিনি ১১.১৮৪—বিনা।

বিপ্ৰিয় ১১.১৯—অপ্ৰিয়।

বিমৰিষ ৮.৯৬ = বিমৰ্ষ ; চিন্তা।

বিমান ৪.১—আকাশী যান।

বিহ্নৈ ৫.২৯ = বিহে। বিধান কৰে।

বিৰকতি ২৬.১৬ = বিৰক্তি। বৈৰাগ্য।

বিশ্ৰুত ৮.৪৮—চুৰ্ত্তি-জ্ঞান নোহোৱা।

বিষুদিনা ২৫.২০৮—বিহুৰ (চ'তৰ সংক্ৰান্তিৰ) দিনাখন [ৱিষুৱদ্দিৱসে —ব্ৰহ্মপু' ৬৩.১৯ ]।

মহামাৰ ২৩.৭৭—ঘোৰ মৃত্যু।

মহোদয় ১১.১৯৮,২৫.৩৯—মুক্তি।

মাঞ্জে ৬.৮—মচে; সাৰে-মচে [সং মাৰ্জ্)]

মাৰ চিন্তিল ৬.৭৮—মৃত্যু ঘটালে।

মাল ১১.৩৩১=মালা।

মালড়ি ১০.৬৮—মল্ল-যুদ্ধ; মাল-যুজ।

মিত্ৰৰতি ১১.২৩৬,১৭.৩৮,১৯.১—মিত্ৰতা।

মুই ৮.৭৮—মুখেৰে।

মুই ১০.৫৩—মুদি [সং মুদ্ৰ্]।

মুণ্ডাঞ্জো ৮.৫১—(মুৰ) খুৰাওঁ।

মুনিষাই ৩.৩৩—পুৰুষালি।

মুৰালি ১৩.২—মুৰৰ; শিখা।

মুছ ৮.৫৬=মূৰ্চ্ছা।

মেখলা ৪.১৪,৫.৭—কাঞ্চী; কঁকালৰ অলঙ্কাৰ।

মেদনী ১১.২০৯=মেদিনী।

মেলান ১০.৫—মুকলি।

মেলানি ৬.১৫৩,১০.১২০—বিদায়, ছুটী।

মেহ্লাই ৭.৩১—মেৰাই। মেহ্লাইলেক ১০.১২৯।

মোলান ৪.১৮—পদুমৰ ঠাৰি [সং মৃণাল]।

মোষে ১১.১৬৭,১৮.৩—নষ্ট কৰে [সং মুষ্]।

ম্লেছ ১.১৪,২৬.১=ম্লেচ্ছ।

যন্ত্ৰ ৬.৮ (ঘ)—তন্ত্ৰাদিৰ মতে ব্যৱহৃত চক্ৰ বা মণ্ডল।

যাৱদেকে ৬.১৫৫ }—যেতিয়াপৰ্যন্তকে।
যাৱে ৫.৩২,১০.১১৫ }

যাৱে ৬.৮৯—যাতে।

যুদ্ধ-ঘৰা ১৫.১৬—যুদ্ধৰ বাবে কৰা হাউদা বা জিন্।

যূথপ ১১.৪২—(হাতীৰ) দলৰ ঘাই।

যেন ঠান ২৩.১২৪—যেনেকুৱা।

যেনি ১১.২৮০—যেন।

যৈসানি ৩.৪৩—যেতিয়া।

যোগ ২৪.৯=যোগ্য। তুল্য।

যোনো ৬.৪ (ঘ), ৮.৫০, ২৫.১৫—যেন নহয় [সং যৎ ন]।

ৰড়ে ৮.৯১—গায়, উচ্চাৰণ কৰে [সং ৰট্]।

ৰাউল ৮.৭১—গৱাক্ষী [সং ৰাজকুল]।

ৰাখ ৯.১৯=ৰক্ষা।

ৰাঙ্গল ৮.২৬—ৰাঙল। এবিধ টিক্‌টিকীয়া ৰঙা ফুল।

ৰিঙ্গ পাড়ি ১০.১১—আঁঠু কাঢ়ি বগাই [সং ৰিঙ্গ]।

কধিৰি ৯. ২০—কধিৰ। তেজ।
কহলী ১৯.২৯=কৱলী।
জপা ৩.১২—অবিবেচক কথকী।
লৱলেশ ৩.৩৯—অতি সামান্য।
লক্ষ ১০.১২১—দেখা।

লাঙ্গুল ১০.৭১
লাঙ্গ ১১.৩৬৭ —নেজ।

লাসে ১৭.২১—লাসেৰে ; লাহে লাহে।
লুলে ৮.৩২—লৰে ; ওলমে।
লুম্ফি ১১.৪২৩—জপিয়াই।
লোকাই ২৫.১—লোক ; মানুহ।
লোটাৰি পাড়ন্ত ১০.১৩৬—বাগৰে।
লোটা-লুটি ৮.৫৭—বাগৰা-বাগৰি।
লোমাঞ্চিত ৬.৩৯=ৰোমাঞ্চিত।
পুলকিত।
লোহ ১২.৩—চকুলো ( সং*ৰোধ )।
শক্য ( শক্কা ) ৬.২২৫,১৬.৫৩—সাধ্য ; শক্তি।
শশুৰিক ১৭.৪০—শহুৰি থাটিবলৈ ; শহুৰৰ ঘৰলৈ।
শিফা ২৪.৫=শিপা।
শিষ্য ৮.৯৬—অনুগত ; দাস।
শুখান ২৬ ৪—শুকান।
শুণ্ড ৭.৩১=শুঁড়।
শুধা ১৫.৫০=শুদ্ধ, মাত্র।
শুহায় ২৫.১৩৬=শুৱায়। শোভা কৰে [ সং শুভ্ ]।
শোভৰ আয়ুধি ৯.১৫—একো কামত নলগা পদাৰ্থ [ সং শোফঃ, শোথ ৰোগ ]।
শ্রম-জল ১০.৪৪—ঘাম।
শ্রুতি ৬.১৩৩,৮.৪৭—চুৰ্ত্তি।
সকাশ ৮.৭৫=সকাহ।
সঙ্কলিলা ১.৯—মাৰিলে ; বধ কৰিলে।
সঙ্কাশ ৬.২,৭.১০—সমান ; সদৃশ।
সতেৰ ১৫.৪৩=সোতৰ।
সনে ২৩.৭৫—লগত।
সন্ধুকি ১১.৪১১, সন্ধুকিয়া ১৫.৩৬—মূৰ্চ্ছাৰপৰা চেতনা পাই।
সন্ধুক্ষণ ২৩.৪৮—সচেতন।
সপত ২৫.১৫২=সপ্ত। সাত।
সমজ্যা ৮.৮৪,১১.৩৪২,১৪.১১—সমাজ ; সমজুৱা।
সম্পজিল ৬.১১৮—উপজিল।
সম্পতি ২৩.১৭২=সম্পত্তি।
সম্পনে ১১.৮৪—সম্পদত [ সং সম্পন্ন ]।
সম্বাদ ৬.১৮৩,১১.২৫৯—শব্দ ; সম্বোধন।
সম্ভূত ৩.৪৯,৬.১৬৫—বহুত ; বিস্তৰ।
সৰি ১.৯,৬.৫২,২৫.১৮৯—সমান [ সং সদৃশ্ ]।
সৰ্ব্বজান ৮.৯১=সৰ্ব্বজ্ঞ ; সৰ্ব্বজান।
সাঞ্চ থৱে ৯.২৬—আটককৈ ৰাখে।
সাধো ২৪.৬৩—বিচাৰোঁ।

সান্ধি ১৯.১১—সন্ধিৰ বা সঙ্কটৰ ঠাই।
সায়ক ২৩.৭৬—অস্ত্র; কাঁড়।
সাৰি ১১.৫৯,১৯.৩০—শব্দ।
সাৰি ১০.৫০—লৰ-চৰ; গতি [সং স্থ]।
সাৰে ৯.২০—সকৰায়; সৰায়।
সাৰোতৰ ৯.৩১, সাৰোত্তৰ ৮.৯৭=সাৰতৰ।
সুতি ৬.১৫,২৫.১২১, সুতিয়া ১৫.৬৮—শুই [সং সুপ্ত]।
সুতাৰ ২৫.১৫=সূত্রকৰ। বাটৈ।
সিংহচম্পা (সুনিচম্পা) ৮.২৫—এবিধ চঁপা ফুল।
সিঞ্চিবাই ১০.৪৮—সিঁচৰতি কৰি।
সুকৃত ৬.১৬১—পুণ্য।
সুছান্দ ১৫.৬০—সুন্দৰ (সং সুছন্দ)।
সুঠান ৪.১৮,১০.১২৭—সুগঠিত; সুন্দৰ।
সুম্পি ১১. ৮৪=সমৰ্পি, সঁপি।
সুৰত ১৩.৩—শৃঙ্গাৰ।
সুৰৰ্ণাৱলী ৪.৫—সোণৰ শাৰীৰে; সোণৰ।
সেম্বৰে ২.৩৬,৫.৪০—বেগতে [সং সত্বৰ]।
সেৱলি ৮.৮—সেৱা।
সৈতৰি ২৩.১৪১—সগৰী (সং সহিত + কৰিক)।
সৌভাগ্যিনী ১১.৪০—সুৱাগী (তিৰোতা)।
স্বকী ২৩.১২৬—সুকীয়া; নিজৰ (সং স্বকীয়)।
স্বপন ৯.৩০, সপন ৬.২১৪=স্বপ্ন। নিদ্রা।
স্বাদ ৭.২৬—স্বাদ-যুক্ত; সোৱাদ।
হুলফল ৮.৩১—লৰচৰ কৰা।
হস্তিয়াৰ ১১.৩৭১—হাতী-মাউত।
হাঙ্কাৰি ১৫.৯,২৫.৬২—মাতি (প্রাং হুক্ক)।
হাণ্ঠিতে ১১.৪—খোজ কাঢ়োঁতে (সং হিণ্ডু)।
হাতিয়াৰ ১১.৩৬৭—হাতী-মাউত।
হামাৰি ১১.১০(ঘ) [ব্রজং]—আমাৰ।
হুসকি ৮.৪৫—হুহকি, পুলকি।
হেৰ ১১.৫৪, হেৰা ৯.২১—সোৱা।
হোড়ৰ ৪.১৪—এবিধ অলঙ্কাৰ (?)।
হ্রেষণি ১১.২২১—ঘোঁৰাৰ হিঁ হিঁয়নি।
ক্ষণিক ৬.১৫৮—ক্ষন্তেকীয়া।
ক্ষিলিঙ্কাৰ ৬.১২১—কলঙ্ক; কেলেঙ্কাৰি।
ক্ষেপন্ত ৮.৩১—নিক্ষেপ কৰে; দলিয়ায়।

## নাম-ঘোষা

অঞ্জনীয়া ২৩৫, ২৩৮—পোহৰ বা বাট দেখুৱাওঁতা।

অধোক্ষজ ১৫১—ইন্দ্ৰিয়াধীশ্বৰ।

অনুধিতা, অনুধ্বতা ১১৫—?

অনুনাথনা ৮৩—শৰণ; প্ৰাৰ্থনা (?)।

অপবৰ্গ ৬৫১—মুক্তি।

অবিৰক্ত ৫৯৮—আসক্ত; গৃহাসক্ত; ইন্দ্ৰিয়াসক্ত।

অৰ্থবাদ ১৩—'তেনে অৰ্থ হ'ব পাৰে, আন অৰ্থও হয়'—এনে ব্যাখ্যা।

অসম্মূঢ়ভাবে ৬১৪—নিশ্চিন্তমতি হৈ।

আচান্ত ১০৯—আচমন; মুখ ধোৱা কাৰ্য্য।

আঞ্জলি ৪৩২—অঞ্জলি; আঁজলি।

আনয় ১৪১=অন্বয়; ব্যাখ্যা।

আপাৰ ৭১৪=অপাৰ।

আপোন-হুৰে ৪১৭—আপোনা-আপুনি।

আয়াযাত ৭৫৯—জন্ম-মৃত্যু; সংসাৰ।

আলাস ৭১৮=আলস্য; এলাহ।

উচ ৮৯২=উচ্চ।

উদ্ধাৰিবা ৫০১—যি উদ্ধাৰিলে।

উধাৰো ৯৭—উদ্ধাৰ কৰোঁ।

উন্মত ১৬৫=উন্মত্ত।

উপলা ৬৮০—শিল।

উপাধি ১৬০—গুণ; limitation.

উৰ্ম্মি ৬৪৪—শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা আৰু তৃষ্ণা।

একাজানি ২৪০—একাগ্ৰ; একান্ত।

এতাৱন্ত ৮—ইমান পৰ্য্যন্ত; কোনো পক্ষত।

কটক ৯৯২—সেনা-দল; ফৌজ।

কথা ৪২২, ৬৬৩—ক'ত [সং ক্ব ত্ৰ]।

কন্ধ ৬৬১=স্কন্ধ; কান্ধ।

কপাট ৬৩৭—দুৱাৰ।

কুতৰ্কী ৬০৮—ভক্তি-বিৰোধী তাৰ্কিক।

কৃশতা ১৪০—সংকীৰ্ণতা; কষ্ট।

কৈতৱ ৭২৫, ৭২৮, ৭৩৩-৫—মিছা; অসত্য।

কোবা কোবা ৫২—[সং] কঃ বা কঃ বা; কোনেনো, কোনেনো?

খাণ্ডা ৪২৫—তৰোৱাল।

ঘাটি ৭০৯—ঘাট; ঘাটৰ কৰ; দায়-জগৰ।

চাওঁ ১৮৪, চাঞো ৭৯১—বিচাৰোঁ।

চুৰ ১১১=চূৰ্ণ।

চুৰিয়া ২৩৮—চূৰ্ণ কৰি।

ছানি ৯৫২—চাৰিও দিশ ঢাকি।

ছাৰ ৩৩৩—সামান্য [ সং ক্ষাৰ ]।

ছিৰীৰাম ৮৯৭, ৯১৯=শ্ৰীৰাম।

জোনো ৮০৬—যেন নহয় [ সং যৎ-ন ]।

ঝুটা ৪৮০—মিছা [ হিং ঝুট <সং অযুক্ত ]।

জগ-আধাৰ ৭৩০—জগতৰ আধাৰ।

জগৱাস ৮০—জগন্নিৱাস ; জগতৰ আধাৰ।

ঝাণ্টে ৭১৩—সোনকালে ; খৰকৈ [ সং ঝটিতি ]।

টেৰ ৬৩০—বেঁকা [ সং তিৰ্য্যক ]।

ঠাকুৰালি ৫৪০—স্বামিত্ব।

ডাটি ৪২৫, ৭০৯—ডাঠি ; টানকৈ।

‘ডুকৃঞ করণে’ ৪৫—সংস্কৃত ব্যাকৰণৰ এটি সূত্ৰ ; ব্যাকৰণ-চৰ্চ্চা।

তম্ভ ২৫৮=স্তম্ভ।

তৰতৰাৱে ৭৬৩—থৰথৰি কঁপে।

তৰতৰিয়া ৫১৫—থৰথৰি।

তৰে ৫৩৬—নিমিত্তে।

তলপ ২৩১—আদেশ ; বেতন [ আৰং তলব ]।

তাৰে ৭০৪—তাক।

তাৱত ৫৯৯—তেতিয়ালৈকে।

দায়া ৬০, ৭৪, ৭৫৫=দয়া।

দুজা ৩৯৯—দ্বিতীয় [ প্ৰাং দুঅজ্জ ]।

দুৰ্ঘোৰ ৪৮৬—মহাপাপ।

দ্বাৰে ১৫৩—দুৱাৰেদি ; যোগেদি।

দেৱান ২৪২—মন্ত্ৰী ; বিষয়া [ আৰং দীৱান ]।

দেৱান ৪৭৪—বেহা ; দোকান।

দ্ৰোহিয়াৰ ৮১১—দ্ৰোহী।

ধিক ১০২=অধিক।

নধাৰে ৯৯৮—নেখেদে।

নফৰ-দায় ৮১৯—ভকতৰ শপত [ফাং]।

নয় ৩৪—স্বৰূপ ; গঢ় [ সং লয় ]।

নৰহৰি ৬৫—নৃসিংহ।

নাশা ২৮৩—নষ্ট যোৱা ( নিন্দা )।

নিচল ১৭=নিশ্চল। অচল।

নিছয় ৬০৭, ৬২৪, ৬৫১=নিশ্চয়।

নিদান-ভূত ১৩—কাৰণ-স্বৰূপ।

নিৰ্ম্মৎসৰ ১২৩—লোভ-হীন ; ঈৰ্ষ্যা-শূন্য।

নিষ্খল ৫৯—খল ; দুষ্ট।

পট ৬৬৯—গৰ্ব্ব ; আৱৰণ ( ? )।

পদে ১৭৭, ৭৫৫—কাৰণে।

পাষণ্ড ৩৪, ৩৩২ }
পাষণ্ড-নয় ২৯৪ } 'বামানয়' ; বৌদ্ধ তান্ত্রিক পন্থ; ভক্তি বিৰোধী পন্থ।

প্ৰগল্‌ভ ৬০৯—সাহসিক।

প্ৰত্যেকে ৪১ }
প্ৰত্যেক ১৬৭ } —প্ৰত্যক্ষে।

প্ৰৌঢ়ি ৬০৯—সাহসিক বাক্য।

ফাড়ি ৭০৬=ফালি।

বঞ্চিয়ো ২৩৩—হাত সাৰোঁ।

বৰাই ৭২০—গৰ্ব্ব।

বৰাক ১১৫—[ সং ] দুঃখিত ; নগণ্য।

বাঘজালি ২২২—বাঘ-জাল, ফান্দ।

বাঝু ৪১৭—সৈন্যৰ ছাউনি।

বাপ-দায় ৩৩৫—বাপৰ শপত।

বামানয় ১৪৭—বামাচাৰী পন্থ ; পাষণ্ড-ধৰ্ম্ম।

বাবাহ ৩=বৰাহ।

বাহাৰে ২৮৬—বায় ; সুমুৰায়।

বাহুড়াৱে ৯৯৮—বন্ধ কৰে ; নিৰোধ কৰে।

বিনোদ ৮৪—লীলা।

বিৰক্ত ৫৯৮—অনাসক্ত ; বৈৰাগী ; বিষয়ৰ প্ৰতি বিমুখ।

মধুৰতে ১৬৫—মধুৰ দৰে (?)।

মহোদয় ৪৬৫, ৯৬২—মুক্তি।।

মাৰ ১০৬, ১২৮—মৃত্যু।

মাৰণা মাৰে ৯৯২—যুদ্ধ কৰে।

মুদ ১১১, ১১২ [ সং মুদ্ৰা ] ঢাকনি ; চাব-মোহৰ।

মেৰি ৮৪১—মোৰ [ ব্ৰজং ]।

মোট ৭০৬—আৱৰণ।

মোৰে ৮৩৯—মোক।

যুৱাই ৭৯, ৮১২—যোগ্য হয়, উচিত হয়।

ৰকাৰাদি নাম ১৪—ৰ আখৰ আগত থকা নাম।

ৰমাৱন্ত ১৫২, ১৫৩—আনন্দ দিয়ে।

লুবুধ ৪১৩=লুব্ধ। লুভীয়া।

শঙ্কঞো ১৪—শঙ্কা কৰোঁ; আশা কৰোঁ।

শিৱ ৯২১—মঙ্গলময়।

শীঘিৰ ২২৮=শীঘ্ৰ। খৰকৈ, সোনকালে।

শুধ ১৭৪, ২৫৭—শুদ্ধ।

শুধা ২০১=শুদ্ধ ; কেৱল।

সথিত ৯৯৪=সথিত্ব।

সঙ্গ ৫৯৭—আসক্তি।

সদাশিৱ ৯৩২=সৰ্ব্বমঙ্গলময়।

সন্নিতে ৪৫—ওচৰ [ সং সন্নিহিত ]।

সমসৰ ১৪৮—সমান।

সৰি ১৭—সমান [ সং সদৃশ ]।

সৰ্ব্বস ৫১২=সৰ্ব্বস্ব, সৰ্ব্বহ।

সুকৃতি ১২৪—কৃতী ; সৎকৰ্ম্মকাৰী।
সেৱক-দায় ৬৯২—ভকতৰ শপত।
সেৱা-চোৰ ৯৭৮—ভক্তি-অৱহেলাকাৰী।
সেহি-নয় ৬৮১—তেনেকুৱা।
সোপন ৪৬২=স্বপ্ন।
হৰবাৰ ১৩১, ৩৯০—?
হমাবে ৮২৫—মোৰ [ ব্ৰজ ]।
হামো ৮৩৫—মই [ ব্ৰজ ]।
হৃষীকেশ, ৮১—ইন্দ্ৰিয়ৰ অধিষ্ঠাতা।
হেৰা ১৮৩—এয়া ; চোৱা।

## টোকা

তলত পাদ-টীকাত গৃহীত শ্লোক কেইটামানৰ মূল নিৰ্দেশ কৰা হ'ল ঃ

শ্লোক ২৭ ॥ ভাগৱত-পুৰাণ, ১১.৯.২৯
৩৬ ॥ ভাগৱত-পুৰাণ, ১০.৩৯.২
৯৩ ॥ ভাগৱত-পুৰাণ, ৩.৯.৫
১৪০ ॥ মহাভাৰত, উদ্যোগ-পৰ্ব্ব, ৭.৪
১৫৪ ॥ পদ্ম-পুৰাণ, উত্তৰ-খণ্ড, ৭১.৮ (?)
২০৭ ॥ ব্ৰহ্মাণ্ড-পুৰাণ
২৯০ ॥ ভাগৱত-পুৰাণ, ১১.১১.২৪
২৯৮ ॥ ভাগৱত-পুৰাণ, ১১.৫.৩.
৩০৫ ॥ ভাগৱত-পুৰাণ, ১১.২৯.৬
৩২৭ ॥ মহাভাৰত ; পাণ্ডৱী-গীতা
৩৩০ ॥ বামন পুৰাণ ; পাণ্ডৱী-গীতা
৩৪৬ ॥ ভাগৱত-পুৰাণ, ৬ ১৪.৪
৫৯০ ॥ বিষ্ণুপুৰাণ, ১.১৫.৫৫
৫৯২ ॥ ভাগৱত পুৰাণ, ১.৮.৪৩
৬৪০ ॥ ৰামায়ণ ( হনুমন্তৰ বাক্য )
৬৫৭ ॥ ভাগৱত-পুৰাণ।

# শুদ্ধৰূপ

| পিঠি | শাৰী | ছপাত আছে | হ'ব লাগে |
|---|---|---|---|
| ৪ | ১০ | বলে | ছলে |
| ৪০ | ২ | উচ্ছিত | উচ্ছ্রিত |
| ৪০ | ৬ | কৰকত | মৰকত |
| ৪৮ | ১০ | মুকুতাৰপান্তি | মুকুতাৰ পান্তি |
| ৫২ | ১০ | পশিয়া | পশিলা |
| ৫৪ | ৮ | দুল্লভ | দুৰ্ল্লভ |
| ৭৪ | পাদটীকা | -কিঞ্চল্ক- | -কিঞ্জল্ক- |
| ৮০ | ৪ | প্রবর্ত্তরা | প্রৱর্ত্তরা |
| ৮৮ | ৬ | সর্ব্বদেৱ | সর্ব্ব দেৱ |
| ৯৩ | ১৮ | পৰাৱন্ত | পঢ়াৱন্ত |
| ৯৫ | ৮ | শিকাইলি | শিখাইলি |
| ৯৬ | ৭ | অন্ধলোক | অন্ধলাক |
| ১১১ | ১ | বুঢ়া | বঢ়া |
| ১১৩ | ৯ | বান্ধ | বাৰু |
| ১১৩ | ১২ | বান্ধতে | বাৰুতে |
| ১১৪ | ১৪ | ঠোটে | ঠোঠে |
| ১২৩ | ১ | ছাঁয়াক | ছায়াক |
| ১২৪ | ১২ | ১২৩ | ২৩১ |
| ১২৫ | ২ | ২২৩ | ২৩২ |

| পিঠি | শাৰী | ছপাত আছে | হ'ব লাগে |
|---|---|---|---|
| ১৩১ | ৭ | ত্ৰিকুট | ত্ৰিকূট |
| ১৩৩ | পাদটীকা | কেন্দুগুৰি | কেন্দুগুৰি |
| ১৩৪ | ১১ | ফূল | ফুল |
| ১৩৫ | ৬ | ফূৰে | ফুৰে |
| ১৩৬ | ৯ | হস্তীহস্তিনীক | হস্তী হস্তিনীক |
| ১৩৯ | ১৩ | স্কন্ধে | কন্ধে |
| ১৫১ | ১২ | মহেশ্বৰ | মহেশৰ |
| ১৭৭ | ১২ | নিস্খল | নিষ্খল |
| ১৮৩ | ৭ | যাহাৰা…তাহাৰা | যাহাৰ…তাহাৰ |
| ১৮৫ | ৫ | আশে | আছে |
| ১৯০ | ২ | ফূৰে | ফুৰে |
| ১৯১ | ১৪ | ফূৰা | ফুৰা |
| ১৯২ | ৫ | ফূৰে | ফুৰে |
| ২০৩ | ১৮ | সুৱৰ্ণ ৰজত-তাইৰ | সুৱৰ্ণ-ৰজতে তাইৰ |
| ২০৭ | ২০ | ফূল | ফুল |
| ২৩০ | ১৮ | ভকতেৰতি | ভকতে ৰতি |
| ২৪৫ | ৩ | সাক্ষাতে | সাক্ষাতে |
| ২৫৮ | ১৮ | দুন্দূভি | দুন্দুভি |
| ২৭২ | ৫ | সমুদ্ৰক | সমুদ্ৰক |
| ২৭৭ | পুষ্পিকা | ১১ | ১১ ক |
| ৩১০ | ১৮ | কৃষ্ণেমল্ল | কৃষ্ণে মল্ল |
| ৩২৬ | ৯ | কংস | কঙ্ক |
| ৩২৭ | পুষ্পিকা | ২১ খ | ১১ খ |

| পিঠি | শাৰী | ছপাত আছে | হ'ব লাগে |
|---|---|---|---|
| ৩৩৭ | ৩ | তাম্বুল | তাম্বূল |
| ৩৫২ | ৩ | গৃহে | গৃহ |
| ৩৪৫ | পুষ্পিকা | অক্রুৰৰ | অক্রূৰৰ |
| ৩৫৯ | ১৩ | মাৱৰ | মাধৱৰ |
| ৩৬৪ | পুষ্পিকা | কালযৱম | কালযৱন |
| ৩৭১ | ৫ | নিশ্খলে | নিষ্খলে |
| ৩৯৫ | ১৩ | মহামুঢ় | মহামূঢ় |
| ৪০২ | ৪ | উবাই | উৰাই |
| ৪০৮ | ১০ | ফ্ৰন্ত | ফুৰন্ত |
| ৪৩২ | ১৫ | শুতিয়া | সুতিয়া |
| ৪৭৫ | ৪ | ৰুক্সক | ৰুক্মক |
| ৪৭৫ | ১৯ | হস্তিনাপুৰক | হস্তিনাপুৰক |
| ৪৯০ | ১৬ | বিহঙ্গম | বিমঙ্গল |
| ৫১২ | ৬ | এড়িলত | এড়িলাত |
| ৫১৬ | ৮ | বিসঙ্গতি | বিষঙ্গতি |
| ৫৫৮ | ১০ | অদ্ভুত | অদ্ভুত |
| ৫৬০ | ৩ | কেয়ুৰ | কেয়ূৰ |
| ৬৮১ | ৮ | অমুত ত্বাৎ | অমূৰ্তত্বাৎ |
| ৬৮২ | ৯ | সম্পুজিতাঃ | সম্পুজিতাঃ |
| ৬৯৩ | ৪৮ | -ৱ দ | -ৰ্ৱদ |
| ৬১৬ | ১৩২ | -দোষ | -দোষ |
| ৭২৩ | ১৬৩ | মায়ৰ্বিত্থায়া | মায়ায়ার্বিত্থায়া |
| ৭২৮ | ১৮৬-৭ | ভগৱন্তং | ভগৱন্তং |

| পিঠি | শাৰী | ছপাত আছে | হ'ব লাগে |
|---|---|---|---|
| ৭৫৪ | ৩০১ | -ৰত্মনি | -ৰত্ম নি |
| ৭৬৩ | ৩৪১-২ | -কীতনতো | -কীৰ্ত্তনতো |
| ৭৬৬ | ৩৫৬ | দিৱং | দিৱম্ |
| ৭৯২ | ৫২৭ | সন্তৃতং | সন্তৃতং |
| ৭৯৯ | ৫৮৯ | -ৰভবৰ্ষতি | -ৰভিৱৰ্ষতি |
| ৮০৩ | ৬০৩ | ফলৎ | ফলং |
| ৮০৩ | ৬০৩ | -সং যুতম্ | সংযুতম্ |
| ৮০৪ | ৬০৫ | তত্তুল্য | তত্তুল্যং |
| ৮০৫ | ৬০৭ | সম্যগ- | সম্যগ্- |
| ৮১৩ | ৬৩২ | অস্থি নির্দ্দশনঃ | অস্থিনির্দৰ্শনঃ |
| ৮১৮ | ৬৫১ | যস্তঙ্গ | যস্তঙ্গ |

অধিক-সংখ্যক পুথি একেলগে ছপোৱাত পিছৰ দুই-এখনি পুথিত ঈ-কাৰ আদিৰ শাৰীৰ ওপৰে-তলে বাঢ়ি থকা অংশ ভাগিছে। প্ৰসঙ্গ-সঙ্গতি ৰাখি পঢ়োঁতে এনে ভগা-ছিগাৰ বিকাৰ ধৰা পৰি যাব দেখি সিবোৰৰ তালিকা কৰা নহ'ল।